*এটি ক্ষণ মাগোঁ মই*

*জনম মৰণ জোৰা জীৱনতকৈ।*

*আণবিক কৰুণাত বাচি থকা আজিৰ ধৰাক*

*খন্তেক দিয়া পাহৰাই।*

— **পদ্ম বৰকটকী**

**'সপোন দেখোঁ মই' ১৯৬১**

# আগকথা

অসমীয়া সাহিত্যৰ জগতখনলৈ আমি যেতিয়া ভয়ে ভয়ে এখোজ দুখোজকৈ সোমাই ক ক ম ম কৰিবলৈ শিকিছিলোঁ পদ্ম বৰকটকীয়ে সেই সময়তে ধুমুহাৰ দৰে সোমাই খলক লগাই দিছিল। অসমীয়া উপন্যাসৰ গালে যেন এমুঠি তীব্ৰ ৰঙা ফাকুহে মাৰি পঠিওৱা হ'ল। সাহিত্যত সততাৰ বিনিয়োজিত সংৰক্ষক সকলৰ কোনো কোনোৱে নিজৰ বহা কোঠাৰ চকীত বহি বহি দকচিবলৈ ধৰিলে — ধৰি আনাচোন তেওঁক ডিঙিটো মুচৰি পেলাওঁ। আৰু সেইবাবে হাতত বল পাবলৈকে পিঠিৰে আঁৰ কৰি থোৱা নতুন উপন্যাস 'মনৰ দাপোণ' খন মোহাৰি ভাবিবলৈ ধৰিলে উপন্যাসৰ সেই অভয়জন বাৰু কোন হ'ব পাৰে। চিনাকি চিনাকি যেন লগা নাইনে।

সেই উপলব্ধিয়েই বৰকটকীৰ সাহিত্যিক অৱদান অসমলৈ। বৰকটকীয়ে অতি আন্তৰিকতাৰে বিশ্বাস কৰিছিল, "মানুহৰ জীৱনত যি ঘটে, সেয়াই সাহিত্যৰ উপাদান।" সেইটো বিশ্বৰ যি কোনো সাহিত্যৰ ক্ষেত্ৰতো সত্য। তথাপি লেখক ভেদে সেই সত্য উদঘাটনৰ পাৰ্থক্য থাকি যায়।

আমি প্ৰথমতে বৰকটকীৰ উপন্যাস পঢ়িবলৈ লৈ খবৰ কৰিছিলো মানুহজনৰ ঘৰ ক'ত? আৰু গম পাইছিলো যোৰহাটৰে এখন অতি ৰক্ষণশীল গাঁৱৰ পৰা গৈ তেওঁ শ্বিলঙত আছেগৈ আৰু তাতে, সেইখন সমাজতে, উপন্যাসৰ চৰিত্ৰ অন্বেষণ কৰি আছেগৈ। আৰু নিজেই স্বীকাৰ কৰা মতে "শ্বিলঙত, বয়সৰ ফালৰ পৰাও, মই মৌমাখি; বলিকতাত গৈ শ্বিলঙত গোটোৱা মৌৰে মৌবাহ সজাত ব্যস্ত হ'লো।" তেতিয়ালৈকে অসমীয়া উপন্যাস নপঢ়া বৰকটকীয়ে ১৫ দিনৰ ভিতৰত "মনৰ দাপোণ" লিখি উলিয়ালে। চাৰি মাহৰ ভিতৰত তাৰ দুটাকৈ সংস্কৰণ ওলাল।

এনে অসাধ্য সাধন হোৱাৰ পিচত বৰকটকীলৈ কেউফালৰ পৰা চপৰা চপৰে দলি মৰা হ'ল আৰু আন এজন প্ৰকাশকক এক গুৰু-গম্ভীৰ সাহিত্যিকে ককৰ্থনা কৰিলে বৰকটকীক তেওঁ অযথা "ওপৰলৈ" তোলা বুলি। প্ৰকাশকে, প্ৰকাশনৰ স্বাৰ্থ অটুট ৰাখি কৈছিল— "তেখেতৰ অমুক উপন্যাসখনৰ ৫০০০ কপি বিক্ৰী হৈ গৈছে।"

প্ৰকাশনৰ ফালৰ পৰাই সেইটো এটা অভিলেখ। অদম্য উৎসাহেৰে বৰকটকী সাংবাদিক হ'ল, সম্পাদক হ'ল, সাহিত্যিকো হ'ল। সাংবাদিকতা বা সম্পাদকীয় কাম দুয়োটা বৃত্তিমূলক। দুয়োটা বৃত্তিতে সাহিত্য চৰ্চাও হয়। কিন্তু সাহিত্যিক? সেইটো পৰিচয়ৰ মৰ্যাদা দিয়ে কোনে? আমি নিদিলোঁ। কোনো অনুষ্ঠানেও নিদিলে। সাহিত্য সভা নামৰ অনুষ্ঠানক বৰকটকীয়ে নিজেই "...... তাহানিয়ে চৰকাৰৰ ৰং ঘঁহা ৰক্ষিতা বুলিছিলোঁ। সেই অভিমত সলাবলৈ মই এতিয়াও উৎকণ্ঠাৰে ৰৈ আছোঁ।" অভিমত সলাবলৈ বৰকটকীয়ে সুযোগ নাপালেই। সভাও ৰক্ষা পৰিল।

কোনেও বৰকটকীক আনুষ্ঠানিক ভাৱে স্বীকৃতি নিদিলে, অসমীয়া জাতীয় জীৱনৰ মৰ্যাদা বঢ়োৱা কেবাটাও পথ প্ৰদৰ্শোৱা কামৰ বাবে। চাওলুং চুকাফাক প্ৰথম অসমীয়া বুলি চিনাকি দি চুকাফা দিৱসৰ প্ৰৱৰ্তন কৰাওঁতা, নিজে সম্পাদন কৰা আলোচনীত শ্ৰীমন্ত শঙ্কৰদেৱৰ বিষয়ত বা জ্যোতিপ্ৰসাদৰ সন্দৰ্ভত বিশেষ সংখ্যা প্ৰকাশ কৰা, বিহু বা পূজাত আলোচনীৰ বিশেষ সংখ্যা প্ৰকাশ কৰিবলৈ আৰম্ভ কৰা কামবোৰ বৰকটকীয়ে নিজাকৈ কৰিছিল। আজি অসমীয়া প্ৰায় সকলো আলোচনীয়ে সেইটো কাম ৰীতি হিচাপেই মানি লৈছে।

অসমীয়া সমাজৰ এটা সামগ্ৰিক অনীহা সকলো সময়তে ধৰা পৰে।· আমি পৰাপক্ষত যোগ্যজনক যোগ্য বুলি গণ্য নকৰোঁ। কৰিলে যেন আমাৰ নিজৰহে মান হানি হয়।

এনে দুৰ্যশ অকণমান হ'লেও আঁতৰাবলৈ এটা চেষ্টা কৰিছে এটা সৰু গোষ্ঠীয়ে। "এখন্তেক" নাম দি লোৱা এই গোষ্ঠীটোৱে বৰকটকীৰ গুণগ্ৰাহী কেইগৰাকীমান লেখকৰ বৰকটকীৰ বিষয়ে লিখা কিছু প্ৰবন্ধৰ এই সংকলনটো প্ৰকাশ কৰিছে। এই লেখাবোৰ ইতিমধ্যে বেলেগ বেলেগ ঠাইত প্ৰকাশ হৈ গৈছে। কেইটামান বৰকটকীৰ মৃত্যুৰ পিছত ওলোৱা।

প্ৰতি গৰাকী লেখকে বৰকটকীক যেনেকৈ জানিছিল তেনেকৈয়ে লিখিছে। হেমাঙ্গ বিশ্বাসে হস্পিতালত মৃত্যুৰ সৈতে যুঁজি থকা অৱস্থাতে লিখা এখন চিঠিৰে বৰকটকীৰ সাহিত্যকৰ্মৰ এটা আলোচনা আগবঢ়াইছে। আলোচনাত অৱশ্যে স্পষ্ট হৈ ওলাই পৰিছে বিশ্বাসে বৰকটকীক এজন বাওঁপন্থী বুলি প্ৰমাণ কৰাৰ চেষ্টা। "নায়ক অভয় Disillusioned কিন্তু declassed নহয়। সি নিজৰ সমাজক ঘিণ কৰিলেও সেই সমাজৰ বোকা গাৰ পৰা মচি পেলাব পৰা নাই।" বিশ্বাসে লিখিছে আৰু লগতে কৈছে— ".... নিজ শ্ৰেণীৰ ওপৰত অভিমান কৰিলেই বিপ্লৱী হ'ব নোৱাৰি; ইতিহাসৰ চাবিকাঠি যি শ্ৰমিক শ্ৰেণীৰ হাতত, সেই শ্ৰমিক শ্ৰেণীৰ নেতৃত্ব মানি ল'লেহে বিপ্লব সম্ভৱ হয়। আৰু গ্ৰহণ কৰিব লাগিব মাৰ্ক্সবাদ লেনিনবাদৰ জীৱন দৰ্শন।" বিশ্বাসৰ চিঠিখন লিখিছিল ১৬/৩/৬৮ তাৰিখে। সেইখন এপ্ৰিল ১৯৬৮ তাৰিখৰ 'সমকালীন' বিশেষ সংখ্যাত প্ৰকাশ হৈছিল। তাৰ পিছতে বিশ্বাসৰ মৃত্যু হ'ল। সেইফালৰ পৰা মন চুই যোৱা আছিল তেওঁৰ অৱলোকন। হ'লেও বৰকটকীয়ে জীৱন দৰ্শনৰ যিটো নিদান বিশ্বাসে দিছিল সেইটো মানি চলা বুলি মোৰ বিশ্বাস নহয়।

জ্ঞানানন্দ শৰ্মা পাঠকে কিন্তু সম্পূৰ্ণ বেলেগ দৃষ্টিৰে বৰকটকীক লক্ষ্য কৰিছে। পাঠকে কৈছে — "বৰকটকীৰ 'মনৰ দাপোণ' হৈ পৰিল এক সম্মোহনকাৰী পৰম বিস্ময়, এক চাঞ্চল্যকৰ ঘটনা। এই উপন্যাসে অসমীয়া উপন্যাসৰ ধাৰাক কৰিলে এক প্ৰচণ্ড বিদ্ৰোহী আক্ৰমণ।"

সেইদৰে "খবৰ বিচাৰি" উপন্যাসত থকা চাহ বাগিচাৰ জীৱনক কিমান সুন্দৰকৈ বৰ্ণনা কৰিছে, শৰ্মা পাঠকে মন চুই যোৱাকৈ কওঁতে এটা বিশেষ মন্তব্য দিছে — "আজিলৈকে অসমীয়াৰ কাৰণে চাহ বাগিচাৰ মজদুৰসকল একে পাগতে খাব পৰা অসমীয়া হোৱা নাই।"

আৰু বৰবজা ফুলেশ্বৰী কুঁৱৰীৰ ঐতিহাসিক চিনাকিৰে লিখা "কোনো খেদ

নাই" উপন্যাস পঢ়ি গদ্ গদ্ চিত্তে পাঠকে কৈছে ঃ "মই অতি বিনম্ৰতাৰে ফুলমতীৰ আগত মূৰ দোঁৱাওঁ, শগুণপৰা গাঁৱৰ অতি সাধাৰণ ছোৱালী ফুলমতী মোৰ নমস্য। তেওঁৰ সৌন্দৰ্য, তেওঁৰ বুদ্ধি, কৰিব নোৱৰা শক্তিশালী সাহস, তেওঁৰ পবিত্ৰতা আৰু সতীত্ব, সৰুকালৰ মৰমৰ গৰৈৰ প্ৰতি তেওঁৰ প্ৰেম আৰু শেষত অসমৰ বাইজৰ স্বাৰ্থত তেওঁৰ আত্মদান — অত্যাচাৰত জৰ্জৰিত হৈ আত্মদান আদি সকলোবোৰৰ কাৰণে।"

মন কৰিব লগা কথাটো হ'ল ফুলমতী বা ফুলেশ্বৰী ঐতিহাসিক চৰিত্ৰ হলেও পাঠকে বৰ্ণনা কৰা চাৰিত্ৰিক দিশবোৰ বিকশিত হৈছে বৰকটকীৰ ৰচনা নৈপুণ্যত ওলাই পৰা উপন্যাসৰ পাততহে!

বৰকটকীৰ কেবাজনো অনুজ অন্তৰঙ্গ বন্ধু আছে। অনিল বৰুৱা, ৰত্ন ওজা আৰু দেৱ বড়া এওঁলোকৰ ভিতৰত অন্যতম। কেউজনে অতি ওচৰৰ পৰা বৰকটকীক লগ পাইছিল। বয়সৰ ব্যৱধান ৰাখিও একান্ত আপোন হৈ আছিল। কেউজনে তেওঁলোকৰ অভিজ্ঞতাৰে বৰকটকীৰ সান্নিধ্যৰ উম বৰ্ণাইছে নিজৰ নিজৰ সুকীয়া শৈলীৰে।

"মানুহ বৰকটকী গৰাকী সাহিত্য ক্ষেত্ৰত এগৰাকী যোগ্য সংগঠক।" ওজাৰ উপলব্ধি। তেৰেঁ বৰকটকীৰ সম্পাদনাৰ বিষয়ে এষাৰ বৰ তাৎপৰ্যপূৰ্ণ কথা কৈছে। "..... লগতে ভাষাত অসমীয়া ঠাঁচ আৰু নিৰ্দিষ্ট নিয়ম মনা বানানৰ ব্যৱহাৰে দাঙি ধৰিছিল সাহিত্য সংগঠক বৰকটকী ব্যক্তিজনৰ সফলতাৰ স্বাক্ষৰ।"

অনিল বৰুৱাই বিভিন্ন ঘটনা আৰু পৰিবেশ ৰোমন্থন কৰি কৃতজ্ঞতাৰে মনত পেলাইছে ঃ "মনত আছে, প্ৰথম কিতাপখন দিছিল A. J. Cronin ৰ 'The Citadel'। মোৰ সেই বয়সত সেইখন কিতাপ বোলে পঢ়িবই লাগে — আত্মবিশ্বাস, স্বাধীন চিন্তা আৰু আদৰ্শবাদ মনত গঢ়ি তুলিবলৈ।"

ক্ৰনিনৰ কিতাপত বৰকটকীয়ে জীৱনৰ পাথেয় স্বৰূপ এই কেইটা কথা নিজৰ বাবে সংগ্ৰহ কৰিছিল বুলিব নোৱাৰি। আত্মবিশ্বাস আৰু স্বাধীন চিন্তা তেওঁৰ মজ্জাগত আছিল। নিজৰ জীৱন চৰ্চাৰে সেই কথা বৰকটকীয়ে প্ৰমাণ কৰি থৈ গৈছে। অনিল বৰুৱাই সেইটোকে প্ৰতিপন্ন কৰি যেন কৈছে ঃ "মই বুজা ভাষাত তেৰেঁই মোক ক'ব জানে আৰু তেওঁ বুজা ভাষাত বোধকৰো ময়ে তেওঁক ক'ব জানো। মোৰ চাকৰিৰ বাহিৰৰ জীৱনটোত দুগৰাকী অগ্ৰজপ্ৰতিমৰে উপস্থিতি সৰ্বাত্মক ধৰণৰ — এজন বৰকটকী আৰু আনজন আছিল কীৰ্তিনাথ হাজৰিকা।"

"পদ্মদাৰ পৰাক্ৰমৰ সন্মুখত বিফল নামৰ দৈত্যটোৱে মুখামুখি হ'বলৈ সদায় ভয় কৰি আহিছে। নিজে প্ৰতিষ্ঠা কৰা, প্ৰতিষ্ঠা কৰিবলৈ বিচৰা কোনো সত্তাকে বিসৰ্জন দিবলৈ তেওঁ প্ৰস্তুত নহয়।" এই এটা বাক্যতে দেৱ বড়াই বৰকটকীৰ অনবদ্য ব্যক্তিত্বৰ সুন্দৰ চিনাকি দিছে।

একেধৰণৰ অনুভৱ প্ৰকাশ কৰি ড° প্ৰফুল্ল মহন্তই খেদ কৰিছে — "পদ্ম বৰকটকী নিজৰ লেখা গোটাই থোৱাৰ প্ৰতি উদাস। লিখি যোৱাটোহে যেন কাম; সেইবোৰৰ সংগ্ৰহ কৰাটো যেন তেওঁৰ কাম নহয়, আনকি এতিয়ালৈকে তেওঁৰ কিমান কিতাপ প্ৰকাশ হ'ল, তাৰো তালিকা তেওঁ নাজানে। সোঁধোতে কৈছিল, ৭৫-৮০ হ'ব কিজানি।"

// ঘ //

অবিশ্বাস্য যেন লাগিলেও, সেইজনেই আছিল পদ্ম বৰকটকী। আকৌ অনিল বৰুৱাৰ মতেই — "অসমীয়া সাহিত্য আৰু সাংবাদিকতাত বৰকটকী বহু বিষয়তে প্ৰথম আৰু বাটকটীয়া।" তাকে কিন্তু সসন্মানে কোনেও আনুষ্ঠানিক স্বীকৃতি নিদিলে। ব্যক্তিগতভাৱে বৰকটকীৰ প্ৰতিভাৰ বুজ পোৱা কেইগৰাকীমান লোকে তেওঁলোকৰ নিজা নিজা দৃষ্টিৰে তেওঁৰ সৃষ্টিৰাজিৰ বিষয়ে আলোচনা কৰিছে। সেই সকলৰ দুগৰাকীমানে বৰকটকীক একান্ত ভাবে বামপন্থী বুলি যদি চিনাক্ত কৰিছে, আন কেইগৰাকীয়ে বৰকটকীৰ ৰচনাত মানুহৰ সমাজত মানুহৰ সন্ধান পাইছে।

আৰু এটা ফালৰি কটা অনুধাৱনৰ অন্ত হৈছে একোটা বিন্দুত — যি সত্য বৰকটকীয়ে নিজেই উপলব্ধি কৰিছে এনেদৰে ঃ "কলমটো হাতত থকালৈকে, অৰ্থাৎ লিখিব পৰা হৈ থকালৈকে মই কালৈ বা কিহলৈ পৰোৱাই কৰিছোহেঁ। সময়ে প্ৰয়োজনত নলগাবোৰক মচি নোহোৱা কৰি যাব আৰু লগাবোৰক সিংহাসনত বহুৱাব।"

কালৈকো পৰোৱাই নকৰাকৈ বৰকটকী গুচি গ'ল। গুৱাহাটী প্ৰেছ ক্লাবত বৰকটকীৰ বিৰাশী বছৰীয়া জন্মোৎসৱ এটা পতা হৈছিল। মই দুপাহ গোলাপৰ সৰু স্তৱক এটা তেখেতৰ হাতত তুলি দি কৈছিলোঁ — ফুলৰ দোকানীজনক মই অলপ আগধন দি থৈ আহিছোঁ, এনেকুৱা গোলাপৰ ডাঙৰ স্তৱক এটা সুন্দৰকৈ বান্ধি থ'বলৈ, মই ওঠৰ বছৰ পিছত এই দিনটোতে লৈ যামহি। বৰকটকীয়ে একো নকৈ মিঠাকৈ হাঁহি এটাহে মাৰিলে। মোৰ এশপাহ গোলাপৰ থোপা ল'বলৈ বাট নাচালে।

"এখন্তেক" গোষ্ঠীয়ে বৰ আগ্ৰহেৰে তেখেতলৈ "সিংহাসন" এখন পাৰি দিছে, জীৱন কালতে আথে-বেথে বহুৱাবলৈ সুযোগ নোপোৱা পদ্ম বৰকটকীক মৃত্যুৰ পিছত হ'লেও বহুৱাবলৈ।

অশলাগী অসমীয়া সমাজে অবাক বিস্ময়েৰে চাব পৰাকৈ, এইজন বৰকটকীক আমি দেখোন জনাই নাছিলো বুলি অনুতাপ কৰিব লগাকৈ।

৭/৭/০৮ অতুলানন্দ গোস্বামী

# নিবেদন

পৰম পূজনীয় দেউতা পদ্ম বৰকটকী ঢুকোৱাৰ (১১/৩/০৮) পিছত তেখেতৰ স্মৃতিত শ্ৰদ্ধা জনাই বহু লেখা ওলাইছে, তাৰে কিছুমান মৃত্যুৰ বাতৰিটোৰ লগতে আৰু তাৰো কেইবাদিনৰ পিছলৈকে আৰু আন কিছুমান শ্ৰাদ্ধৰ দিনা আৰু শ্ৰাদ্ধৰো কেইবাদিনৰ পিছলৈকে। দেউতাৰ মৃত্যুৰ পিছৰ প্ৰথম জন্মদিনটো অহা ৩০ জুলাইত পৰিছে। জন্মদিনতে প্ৰকাশ কৰিব পৰাকৈ দেউতাৰ বিষয়ে ওলাই যোৱা শ্ৰদ্ধাঞ্জলি লেখাবোৰ (যিখিনি সংগ্ৰহ কৰি থ'ব পৰা হৈছিল সেইখিনি) গোটাই এটা শ্ৰদ্ধাঞ্জলি প্ৰবন্ধ সংকলন প্ৰকাশ কৰাৰ আগ্ৰহ কৰে 'এখন্তেক' নামৰ সাহিত্য গোষ্ঠীয়ে। 'এখন্তেক'ৰ মুখ্য উপদেষ্টা আছিল দেউতা। লেখাখিনি মোৰ হাততে গোটাই থোৱা আছিল কাৰণে ময়ো কিতাপখনৰ লগত জড়িত হ'ব লগা হ'ল। দেউতাৰ কেইবাজনো গুণগ্ৰাহীয়ে পৰামৰ্শ দিলে যে বিষয়ান্তৰত বা স্থানান্তৰত ব্যস্ত থকা বাবে বা আন কাৰণত দেউতাৰ বিষয়ে মৃত্যুৰ পিছত লিখিব নোৱাৰিলে-- এনে জনদিয়েক দেউতাৰ গুণগ্ৰাহী বুলি জনাজাত লোকৰ পৰাও লেখা বিচাৰি অনুৰোধ জনাব লাগে; সেইমতেও কেইটামান লেখা বিচৰা হ'ল, লেখা পোৱাও হ'ল। কিন্তু তাৰে এটা লেখাৰ সুৰটো অশ্ৰদ্ধামিহলি (IRREVERENT) আৰু কটাক্ষদুষ্ট হোৱাত, শ্ৰদ্ধাঞ্জলি-লেখাৰ সঙ্কলনত খাপ নাখাব বুলি আৰু গুণগ্ৰাহীসকল আৰু পৰিয়ালৰ লোক অসন্তুষ্ট হ'ব বুলি ভাবি লেখাটোক সঙ্কলনখনত স্থান দিয়া নহ'ল।

প্ৰকাশিত লেখা সংকলনহে কৰিছোঁ। শব্দ এটাও সলোৱা নাই। কেৱল কিতাপৰ এটা নতুন নাম দিয়া হ'ল। এই কিতাপখনৰ নামটো দেউতাৰ এটা গীতৰ পৰা লোৱা 'মোৰ তৃপ্তিবিহীন প্ৰাণ পদুমৰ'.....। দেউতা সঁচাকৈয়ে সদায় 'মৰুৰ বুকুত মেঘৰ সপোন' দেখা মানুহ আছিল।

দেউতাৰ গুণগ্ৰাহী অনুজপ্ৰতিম সু-সাহিত্যিক শ্ৰীযুত অতুলানন্দ গোস্বামীয়ে আমাৰ একে আষাৰতে অনুৰোধ ৰাখি তেখেতৰ কৰ্ম ব্যস্ততাৰ মাজতে টৌতে খৰ মাৰি পাতনিখন লিখি দিলে, তেখেতলৈ কৃতজ্ঞতা আৰু ধন্যবাদ জনালোঁ। দেউতাৰ আন এজন গুণগ্ৰাহী অনুজপ্ৰতিম ভাৰত প্ৰেছৰ স্বত্বাধিকাৰী, খুৰা পবিত্ৰ জীৱন বৰুৱায়ো তেখেতৰ প্ৰেছৰ ব্যস্ততাৰ মাজতো দহোৰ কাতি কৰি থৈ সংকলনটি সময়মতে ছপাই-বন্ধাই উলিয়াই দিলে, তেখেতলৈও কৃতজ্ঞতা আৰু ধন্যবাদ জনালোঁ।

মই সাহিত্যিকৰ জীয়েকহে, সাহিত্য নকৰো। এই শ্ৰদ্ধাঞ্জলি লেখাৰ সংকলনটি প্ৰকাশ কৰাত মোৰ লগত অনবৰতে লাগি থাকি সহায় কৰি দিয়া দেউতাৰ গুণগ্ৰাহী তৰুণ সাংবাদিক শ্ৰীযুত ভূপেন গোস্বামী আৰু শ্ৰীমান অপূৰ্ব

ভূঞাৰ্লৈ মোৰ আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জনালোঁ। ভাৰত প্ৰেছৰ কৰ্মচাৰীবৃন্দলৈ মোৰ কৃতজ্ঞতা আৰু ধন্যবাদ জনালোঁ। লগ ধৰিয়েই হওক বা ফোনতেই হওক আমাৰ পৰিয়ালৰ একোজনৰ দৰে আমাৰ লগত সকলো সময়তে থকা খুৰাসকল শ্ৰীযুত অনিল বৰুৱা আৰু শ্ৰীযুত ললিত বৰমুদৈৰ পৰা কিছু তথ্য-পাতি সুধি লৈছিলোঁ আৰু আন কিছুমান কথাও জানি-বুজি লৈছিলোঁ। তেখেতসকলক বেলেগে জনাব লগা নাই, তথাপি মোৰ আৰু "এখন্তেক"ৰ ফালৰ পৰা কৃতজ্ঞতা আৰু ধন্যবাদ জনাই আনুষ্ঠানিকতা আৰু সামাজিকতা ৰক্ষা কৰিলোঁ। ইতি—

শ্ৰদ্ধাৰে,
কমল বৰকটকী
২০/০৭/০৮

বাক্‌ৰাপাৰা
খানাপাৰা
গুৱাহাটী-২২
দূৰভাষ-৯৮৬৪০-১২০৭০

# সূচীপত্ৰ

## প্ৰথম খণ্ড


| | | |
|---|---|---|
| ক) | পদ্ম বৰকটকীৰ জন্মাবধি চিনাকি | //১// |
| খ) | পদ্ম বৰকটকীৰ সৃষ্টিৰাজি | //৪// |
| গ) | পদ্ম বৰকটকীয়ে সম্পাদনা কৰা কাকত-আলোচনীসমূহ | //৮// |
| ঘ) | জীৱনৰ পৰা মই কি পালো — পদ্ম বৰকটকী | //৯// |
| ঙ) | ১৯৮৩ চনৰ ১৭ অক্টোবৰত গুৱালকুছিত হোৱা ৬০ তম মহাপুৰুষীয়া ধৰ্মালোচনী সভাত বৰকটকীয়ে আগবঢ়োৱা সভাপতিৰ অভিভাষণটি | //১১// |
| চ) | পদ্ম বৰকটকীৰ ডাঙৰ দুহিতালৈ দিয়া চিঠি | //১৯// |
| ছ) | পদ্ম বৰকটকীৰ প্ৰথম প্ৰকাশিত লেখা (কবিতা) | //২৪// |
| জ) | পদ্ম বৰকটকীৰ অন্তিম লেখা | //২৭// |


## দ্বিতীয় খণ্ড

## পাহৰা দিনৰ সুৰভি লৈ....


| | | |
|---|---|---|
| ক) | হেম বৰুৱাৰ চিঠি | //৩১// |
| খ) | বেণুধৰ শৰ্মাৰ চিঠি | //৩৫// |
| গ) | পদ্মা আগৰৱালাৰ চিঠি | //৩৭// |
| ঘ) | অভয় দুৱৰাৰ চিঠি | //৩৯// |
| ঙ) | পৰমানন্দ গগৈৰ চিঠি | //৪৩// |
| চ) | জ্ঞানানন্দ শৰ্মা পাঠকৰ চিঠি | //৪৫// |
| ছ) | হৰিসাধন ভট্টাচাৰ্যৰ চিঠি | //৪৭// |

## তৃতীয় খণ্ড

## স্মৃতিৰ একাঁজলি


| | | |
|---|---|---|
| মনুষ্যত্ববোধৰ চেতনাৰে সমুজ্জ্বল, বৰকটকী | //৫৩// | শশী শৰ্মা |
| মনত পৰে পদ্ম বৰকটকীলৈ | //৫৬// | দিলীপ শৰ্মা |
| এগৰাকী দুঃসাহসী সাংবাদিক আৰু সাহিত্যিকক আমি হেৰুৱালো | //৫৮// | ড° হীৰেন গোহাঁই |
| ৰসিক মানুহজনে বিদায় ল'লে | //৫৮// | ড° অনিমা গুহ |
| অসমীয়া সাহিত্যত স্ব-ধাৰাৰ প্ৰৱৰ্তক আৰু প্ৰতিনিধি আছিল বৰকটকী | //৫৯// | ড° নগেন শইকীয়া |
| প্ৰাপ্য স্বীকৃতি নোপোৱাকৈয়ে আঁতৰি গ'ল | //৫৯// | তীৰ্থ ফুকন |
| গতানুগতিকতাৰ উৰ্ধ্বত..... | //৬০// | ড° লক্ষ্মীনন্দন বৰা |
| শেষত পদ্মদাও গ'ল | //৬১// | কনকসেন ডেকা |
| পদ্ম বৰকটকী ঃ এক ভিন্ন দৃষ্টিৰে | //৬৩// | ৰত্ন ওজা |
| প্ৰণাম, হে ব্যাকুল অমৃতসন্ধানী! (১-৩) | //৬৭// | অনিল বৰুৱা |
| চুম্বকৰ দৰে আকৰ্ষণ কৰিছিল তেওঁৰ সৃষ্টিয়ে | //৮২// | ৰংবং তেৰাং |
| প্ৰিয়বন্ধু পদ্ম বৰকটকীৰ সোঁৱৰণত | //৮৩// | গুৰুপদ চৌধুৰী |
| মোৰ গুৰুজনা নাম-যশ নিবিচাৰি চিৰদিনলৈ গ'লগৈ | //৮৬// | পবিত্ৰ কুমাৰ ডেকা |
| ওলগনি (১-২) | //৮৯// | ড° প্ৰফুল্ল মহন্ত |
| হাঁহিৰে জীৱন জয় কৰিলে যি...... | //১০২// | হাইদৰ হুছেইন |
| গণমুখী সমাজ প্ৰতিষ্ঠাৰ সপোন দেখা মানুহজন | //১০৫// | উদয়াদিত্য ভৰালী |
| ব্যতিক্ৰমী ব্যক্তিত্ব (১-২) | //১১০// | যতীন্দ্ৰ কুমাৰ বৰগোহাঞি |
| মহীৰুহ উভালিল (১-২) | //১১৯// | দিলীপ চন্দন |
| পদ্মদাই আমাক দুখীয়া কৰি গ'ল | //১২৫// | নিত্য বৰা |
| অনন্য আৰু অনুকৰণীয় ব্যতিক্ৰম | //১২৬// | হীৰেন গগৈ |
| পদ্ম বৰকটকী ঃ 'আমাৰ প্ৰতিনিধি'ৰ পৰা 'নতুন প্ৰতিনিধি'লৈ | //১২৮// | পৰমানন্দ মজুমদাৰ |
| অতিশয় জনপ্ৰিয় অথচ উপেক্ষিত (১-২) | //১৩১// | অৰুণ গোস্বামী |

বিপৰীত সোঁতৰ যাত্ৰী পদ্ম বৰকটকী //১৩৬// তোষেশ্বৰ চেতিয়া
'পদ্মদা'— আমাৰ পদ্মদা //১৩৮// জিতেন শৰ্মা
বৰেণ্যমূৰ্ত্তি-প্ৰভা //১৪৩// ড° ভূপেন শৰ্মা
সোঁতৰ বিপৰীতে যোৱা এজন মানুহ //১৪৫// হেমন্ত কুমাৰ ভৰালী
মানুহৰ প্ৰেমিক, তাপস আৰু
যোদ্ধা পদ্ম বৰকটকী (১-২) //১৪৯// অৰূপা বৰুৱা
নতুন দিশসন্ধানী লেখক প্ৰাপ্য
সন্মানৰ পৰা বঞ্চিত //১৫৭// হীৰেন্দ্ৰ নাথ দত্ত
পদ্ম বৰকটকীয়ে পেলাই থৈ যোৱা খোজ //১৫৮// দীপকজ্যোতি বৰুৱা
সোঁতৰ বিপৰীতে যোৱা লেখকজন... //১৬২// মুকুট ভট্টাচাৰ্য
নৱগ্ৰহত জুই জ্বলোঁতে...... //১৬৪// হীৰেন শইকীয়া
এগৰাকী সব্যসাচী লেখক //১৬৬// প্ৰদীপ শৰ্মা
পদ্ম বৰকটকীৰ মৃত্যুত এক অনুভৱ //১৬৮// খগেন্দ্ৰনাথ শৰ্মা
পদ্মদা আৰু 'অগ্ৰদূত'ৰ সম্পাদকৰ কোঠাটো //১৬৯// জিতুমনি বৰা
অসমীয়া সাহিত্য আৰু সাংবাদিকতাত
পদ্ম বৰকটকী //১৭২// বিজনলাল চৌধুৰী
পদ্ম বৰকটকীৰ প্ৰসংগত //১৭৬// ড° সত্যজিৎ ভূঞা
এক আপোচহীন সত্তালৈ তৰ্পণ //১৭৮// অপৰাজিতা বৰুৱা
সত্যৰ পোহৰত সোঁতৰ বিপৰীতে
উদ্ভাসিত হৈ উঠা মানুহজন //১৮০// শান্তনু কুমাৰ ডেকা
সোঁতৰ বিপৰীতে সাঁতোৰা মানুহজন //১৮৩// ৰবীন ভূঞা
'আপোচ কৰা মানেই নিজস্ব হেৰুওৱা'
পদ্ম বৰকটকীৰ সপক্ষে একলম //১৮৬// চামচুল বাৰিক
পদ্ম বৰকটকী আৰু বিহুৰ কবিতা //১৮৯// ড° দীনেশ বৰপূজাৰী
এক মধুৰ স্মৃতি //১৯১// সন্ধ্যা দেৱী
যি কথা কোৱা নহ'ল //১৯৩// নৱকৃষ্ণ দত্ত
দেৱতুল্য পুৰুষজনৰ সোঁৱৰণত //১৯৪// গীতিকা দেৱী
পদ্ম বৰকটকী : কাহানিও ভাগৰি
নপৰা মানুহজন //১৯৬// অৰুণ ঠাকুৰ
পদ্ম বৰকটকীৰ সৈতে মুখামুখি //১৯৮// অংকুৰ ৰন্জন চাংমাই

## নতুন সংযোজন


স্মৃতিৰ একাঁজলি //২১১// ইন্দিৰা বৰকটকী

পদ্ম বৰকটকীৰ উপন্যাসৰ মূল্যায়ন ঃ

এক প্ৰস্তাৱনা //১১২// যতীন্দ্ৰ কুমাৰ বৰগোহাঞি

সাহিত্য সভাতকৈ বহল, সাহিত্য একেডেমীতকৈ

গধুৰ, যুগাগ্ৰগামী পদ্ম বৰকটকী //২১৬// ললিত বৰমুদৈ

কিৰীটিবিহীন পদ্মদাদাৰ সোঁৱৰণত //২২৩// পুলিন কুমাৰ শৰ্মা

বৰকটকীছাৰক ওভতাই দিব পাৰিবনে? //২২৪// অনিল মজুমদাৰ

খন্তেকীয়া মনোৰম মুহূৰ্ত //২২৮// ডাঃ অঞ্জনজ্যোতি চৌধুৰী

"মূল্যবোধ" //২৩১// নন্দ সিং

প্ৰথিতযশা সাংবাদিক পদ্ম বৰকটকী ঃ

প্ৰেৰণাৰ অমল উৎস //২৩৪// ভূপেন গোস্বামী

বৰকটকীছাৰৰ সান্নিধ্য আৰু এখন্তেক অনুভৱ //২৩৯// অপূৰ্ব ভূএগ

পদ্মদাক যেনেদৰে জানিছিলো..... //২৪৩// দেৱজিৎ দাস

সোণটিদাৰ স্মৃতি আৰু তেওঁৰ বিয়াখন //২৪৫// আভা শৰ্মা

সাহিত্যিক পদ্ম বৰকটকী ঃ মই লগ পাওঁতে //২৪৬// ৰঞ্জিৰাণী শৰ্মা


## চতুৰ্থ খণ্ড

## কবিতা কানন


তেওঁ গুচি গ'ল...... //২৫১// নীলিম কুমাৰ

এটি নীলকণ্ঠ পক্ষী বনানীত ডেউকা

পেলাই শুই গ'ল //২৫২// বিৰিঞ্চি ভট্টাচাৰ্য

আপোনাৰ জন্মদিনত..... //২৫৫// মণিকুন্তলা ভট্টাচাৰ্য

বৰ্ণিল সম্ৰাট //২৫৭// অজিত কুমাৰ হাজৰিকা

'পদুম ফুল থৈ পদ্ম দা' //২৫৮// জামিৰ অহমদ

# পদ্ম বৰকটকী

## Bio-data - জন্মাবধি চিনাকি

১। পিতৃ সূৰ্য্যধৰ বৰকটকী

২। মাতৃ - ˚বিনন্দী দেৱী বৰকটকী

৩। জন্মস্থান - ৰজাহাউলী, যোৰহাট

৪। জন্মদিন - ৩০ জুলাই, ১৯২৭

৫। শিক্ষাকাল ঃ

(ক) ১৯৪২ চনত ভাৰতৰ শেষ স্বাধীনতা সংগ্ৰামত, মহাত্মা গান্ধীৰ আহ্বানত যোগ দিয়াৰ বাবে স্কুলীয়া জীৱনতে ১৯৪২-৪৩ চনত কাৰাবৰণ। এতিয়া ৰাজ্যিক মুক্তিযোদ্ধা পেঞ্চনপ্ৰাপ্ত।

(খ) ১৯৪৫-৪৬ চনত যোৰহাট জে. বি. কলেজ আৰু দৰং কলেজত। ১৯৪৭ চনত আই. এ. পাছ।

(গ) ১৯৪৮ চনত সিংহ পুৰুষ ৰাধাগোবিন্দ বৰুৱাৰ দ্বাৰা 'আসাম ট্ৰিবিউন' কাকতৰ শ্বিলং সংবাদদাতা নিযুক্ত।

(ঘ) তাৰ পিছত এৰে বছৰতে নতুন অল ইণ্ডিয়া ৰেডিঅ'— শ্বিলং-গুৱাহাটীৰ ষ্টাফ আৰ্টিষ্ট আৰু ঘোষক নিযুক্ত।

(ঙ) পিছলৈ তেতিয়াৰ দৈনিক 'শান্তিদূত' আৰু সাপ্তাহিক জনমভূমিৰ শ্বিলং সংবাদদাতা।

(চ) ১৯৫৫ চনত অসমৰ পাৰ্বত্য অঞ্চল ভ্ৰমণ (তেতিয়াৰ নেফা বা নৰ্থ ইষ্ট ফ্ৰন্টিয়াৰ এজেন্সি)। এক ব্যৱসায়ীৰ নামত যোৰহাটৰ পৰা বিমানেৰে প্ৰথম আবৰ পাহাৰলৈ যাওঁতে, ইনাৰ লাইন পাৰ্মিট নোহোৱাকৈ অন্য নামত যোৱা বাবে, স্থানীয় পলিটিকেল অফিচাৰৰ দ্বাৰা বন্দী। ১০ দিনৰ মূৰত এৰি দিলত পুনৰ যোৰহাট-শ্বিলঙত।

(ছ) ১৯৫৬ চনত ভাগ্যৰ সন্ধানত কলকাতা যাত্ৰা। শ্বিলং টাইমচ্ কাকতৰ সম্পাদক এচ. চি. ৰায়ৰ সহায়ত, তেতিয়াৰ বিখ্যাত ইংৰাজী দৈনিক হিন্দুস্থান ষ্টেণ্ডাৰ্ডৰ ফিচাৰ-ৰাইটাৰ। লগে লগে, অধিক উপাৰ্জনৰ বাবে, অসমৰ স্কুলৰ বাবে এবিচি গুড্ লাক চিৰিজত এলানি অৰ্থপুথি লিখা।

(জ) চমজদাৰ প্ৰকাশক হৰিসাধন ভট্টাচাৰ্যৰ পৰামৰ্শত উপন্যাস লিখাৰ চেষ্টা। প্ৰথম উপন্যাস "মনৰ দাপোণ"ক নতুন বাটকটীয়া যুগশ্ৰেষ্ঠ উপন্যাস বুলি সংবাদ পত্ৰৰ স্বীকৃতি।

(ঝ) কলকাতাৰ দ্বিতীয় প্ৰকাশক শ্ৰীভূমি পাব্লিচিং কোম্পানীৰ মালিকৰ সহযোগত "আমাৰ প্ৰতিনিধি" আলোচনীৰ প্ৰতিষ্ঠাপক সম্পাদক।

(ঞ) ১৯৬২-৬৩ চনত আমেৰিকা যুক্তৰাজ্যৰ ষ্টাডি মিছন ইন্টাৰনেশ্যনেলৰ খৰচত সমগ্ৰ আমেৰিকা ভ্ৰমণ।

(ট) ১৯৬৪ চনত বিয়া। সহধৰ্মিণী শ্ৰীমতী ইন্দিৰা বৰকটকী। সন্তান ড° কম্ৰ বৰকটকী চৰকাৰী পশু চিকিৎসক, কংকি বৰকটকী উচ্চ ন্যায়ালয়ৰ অধিবক্তা, মাইমন বৰকটকী কম্পিউটাৰ চফট্ৱেৰ ইঞ্জিনীয়াৰ, দিল্লীত এক ব্যৱসায়ী প্ৰতিষ্ঠানৰ উচ্চ বিষয়া।

(ঠ) কিবা বিবেচনাত প্ৰকাশক অৰুণ পুৰকায়স্থৰ দ্বাৰা "আমাৰ প্ৰতিনিধি"ৰ সম্পাদকৰ পদৰ পৰা অব্যাহতি। একে চনতে তৃতীয় কলকতীয়া প্ৰকাশক অসম বুক ডিপোৰ মালিক অৰুণ গুহৰ সহায়ত "নতুন প্ৰতিনিধি" আলোচনীৰ প্ৰতিষ্ঠাপক সম্পাদক।

(ড) দুৰ্দিন। গুৱাহাটীত গোবিন্দ গগৈ, অমূল্য বৰুৱা, পবিত্ৰ ডেকা, অনিল বৰুৱা আদি থকা প্ৰখ্যাত আলোচনী "সমকালীন"ৰ সম্পাদকীয় ব'ৰ্ডৰ সভাপতি।

(ঢ) এক বয়ন সমবায়ৰ সভাপতি হৈ সমবায় বিভাগীয় কাৰ্যত আত্মনিয়োগ।

(ণ) "ইস্তাহাৰ" সাপ্তাহিক, "মাতৃভূমি" সাপ্তাহিকৰ সম্পাদক (১৯৭৯-৮৪)।

(ত) বিখ্যাত "আজিৰ সময়" নামৰ পষেকীয়া কাকতৰ মুখ্য সম্পাদক। সেই আলোচনীতে চুকাফাৰ নামত এটা সংখ্যা অৰ্পণ কৰি, অবৈতনিক সম্পাদক ধ্ৰুৱজ্যোতি বৰা, নতুন সাংবাদিক মুনীন বায়ন, দিলীপ চন্দন (এতিয়া অসম বাণীৰ সম্পাদক), ড° লীলা গগৈৰ লিখাৰ সহায়ত, অসম দেশৰ প্ৰথম অসমীয়া চুকাফা দিৱস ২ ডিচেম্বৰত পতাৰ প্ৰস্তাৱ। চৰকাৰৰ সেই পৰামৰ্শ গ্ৰহণ।

(থ) পৰৱৰ্ত্তী সময়ছোৱাত (ক) 'নৰ্থ ইষ্ট ডেইলী' নামৰ ইংৰাজী দৈনিক কাকতৰ মুখ্য সম্পাদক, 'নতুন দৈনিক' আৰু 'নতুন দিন' নামৰ দৈনিকৰ সম্পাদক, ১৯৯৯ চনৰ পৰা জাৰ্নেলিষ্ট এছ'চিয়েছন অৱ আসামৰ সভাপতি ২০০৮ মাৰ্চলৈ ইত্যাদি।

(দ) প্ৰকাশিত গ্ৰন্থ, অভিনীত নাটক, অনাতাঁৰ নাটক, টি.ভি. চিৰিয়েলৰ মুঠ সংখ্যা—১০২ ।

নাম কৰা গ্ৰন্থ ঃ মনৰ দাপোণ, খবৰ বিচাৰি, বিচাৰৰ বাবে, কোনো খেদ নাই, ৰঙা ৰঙা ৰং, এটি ক্ষণ মাগো মই, অবগুন্ঠনা, অশ্লীল (গল্প সংগ্ৰহ), শুনা প্ৰিয়া মোৰ পৰিচয় (কবিতা), সপোন দেখো মই (গীত), শ্ৰীশংকৰদেৱ (নাটক), ক্লিওপেট্ৰা (নাটক) ইত্যাদি। মুঠ উপন্যাসৰ সংখ্যা (বোধকৰো ৩৮ খন)।

(ধ) গ্ৰন্থ হিচাপে অপ্ৰকাশিত লিখা (ক) ১০ বছৰ ধৰি লিখা সোঁতৰ বিপৰীতে (তিনিদিনীয়া অগ্ৰদূতত প্ৰকাশিত), (খ) 'কত বাধা কত দ্বিধা' নামৰ দৈনিক অসমত ধাৰাবাহিক লিখা আত্মজীৱনীমূলক নিবন্ধৰাজি, 'ভীষণ ভাগৱতীৰ আত্মজীৱনী' নামৰ আত্মজীৱনীমূলক উপন্যাস।
—ইত্যাদি

লেখকৰ জীৱনত যিসকলৰ প্ৰভাৱ স্বীকাৰ্য ঃ হেনৰি ডেভিদ থৰো, বাল্‌জাক, অসমান্য গায়ক-গীত লেখক ৰুদ্ৰ বৰুৱা, পুৰুষোত্তম দাস, অম্বিকাগিৰি ৰায়চৌধুৰী, বেণুধৰ শৰ্মা, ড° প্ৰফুল্ল দত্ত গোস্বামী, চেকভ, আৰ্নেষ্ট হেমিংৱে, গনেশ গগৈ, দেৱকান্ত বৰুৱা ইত্যাদি। বিশেষকৈ সমাজৰ অন্যায় উদঙাই জনগণৰ পক্ষ লোৱা প্ৰায় সকলৰ প্ৰভাৱ বিভিন্ন সময়ত। বৈজ্ঞানিক অগ্ৰগতিৰ প্ৰতি আৰু খলিল জিব্ৰানৰ ডেকা শক্তিৰ প্ৰতি বিশ্বাসৰ সমৰ্থক অদ্যপি। ❑

**(২০০৭ চনৰ ৩০ জানুৱাৰীলৈকে নিজে অনুমোদন জনাই থৈ যোৱা বৰকটকীৰ জন্মাবধি চিনাকি।)**

# পদ্ম বৰকটকীৰ সৃষ্টিৰাজি

## উপন্যাস

১। মনৰ দাপোণ
২। খবৰ বিচাৰি
৩। বিচাৰৰ বাবে
৪। এটি ক্ষণ মাগোঁ মই
৫। কোনো খেদ নাই
৬। জীৱন এষণা
৭। জীৱন অৰণি
৮। অবিবাহিতাৰ মন
৯। দুষ্মন্তৰ চুমা
১০। নজ্বলা ধূপৰ ইতিকথা
১১। পুতলাৰ নমস্কাৰ
১২। শিৱৰ সেন্দুৰে অঁকা ছবি
১৩। ঈপ্সিত ইলোৰা
১৪। নতুন প্ৰতীতি
১৫। অবঞ্চনা
১৬। নতুন দিনৰ কইনা
১৭। ৰঙা ৰঙা ৰং
১৮। চক্ৰান্তৰ নাগপাশ
১৯। স্বপ্ন সত্য বাস্তৱ
২০। শ্ৰীমান মাইমন
২১। আয়ুৰট
২২। ভয় নাই ভয় নাই

## উপন্যাসিকা

১। ৰশ্মি সেই নিশা নাহিলত
২। খড়গহস্তে কাটিলেক তপস্বীৰ মুণ্ড
৩। অৰিহণা
৪। স্বপ্ন সত্য বাস্তৱ (ট্ৰিলজী)
৫। সুখৰ বাবেই
৬। মোৰ জন্ম, মই আৰু ভয়
৭। অয়ি অনৱনিতা
৮। ৰহস্য সন্ধানী ৰিপ'ৰ্টাৰ
৯। নিশ্চিত মৃত্যুক ভৃত্য কৰি
১০। লেখক বিচাৰি
১১। কানীন কাহিনী
১২। সোণো আছে তাত
১৩। শেষ অৰিহণা (দৈনিক অসম-১৯৯৭)
১৪। সাংবাদিকৰ ডায়েৰী (অগ্ৰদূত-১৯৯৩)
১৫। শ্ৰীমতী গীতা (আজিৰ সময়-১৯৮৭)
১৬। এই জুই নুনুমায় (৪) (আজিৰ সময়-১৯৮৮)
১৭। এই জুই নুনুমায় (৩) (আজিৰ সময়-১৯৮৮)
১৮। এই জুই নুনুমায় (১) (১৯৮৮)
১৯। এই জুই নুনুমায় (২) (১৯৮৮)

২০। ব্যৱধান (আজিৰ সময়-১৯৮৬)
২১। কুকুৰ, গৰু আৰু চিয়াপিৰ লগত (আজিৰ সময়-১৯৮৬)
২২। একুৰা জুই আৰু চুক্তিৰ ৰাজনীতি (ৰূপকাৰ-১৯৮৫)
২৩। অন্তসত্বা (ৰূপকাৰ-১৯৯০)
২৪। চোৰৰ চিকন ভৰি (জোনবিৰি-১৯৮৪)
২৫। হেনৰী এলেজা (সমকালীন-১৯৬৭)
২৬। আমাৰ আশাৰ আছে ইতিহাস
২৭। বজাৰ
২৮। সৃজাম্যহ্‌ম
২৯। গংগাধৰ
৩০। আকৌ মণিৰাম
৩১। চিৰন্তন প্ৰতিমা দেখি (অগ্ৰদূত-১৯৯৪)
৩২। লাজে য'ত লাজ কৰে (১৯৬৮)
৩৩। মোৰ জন্ম, মই আৰু ভয়
৩৪। পিতলৰ টুপ লগোৱা লাঠি
৩৫। বান্দৰৰ কেইটা ঠেং?

## অনূদিত উপন্যাস

১। প্ৰথম প্ৰেম (১৯৮০)
২। হে বিদেশী বন্ধু (১৯৬৫)
৩। সুৰীয়া বিহংগ (১৯৮০)
৪। টিপি লক্‌লিন (১৯৮০)

## ইংৰাজী গ্ৰন্থ

১। Hidden facts from the Magic Land of Assam
২। Clouds are not the Sky (Political comic)
৩। Silent Revolution (Edited)

## গীত

সপোন দেখো মই

## কবিতা

শুনা প্ৰিয়া মোৰ পৰিচয়

## চুটি গল্প

১। অশ্লীল (১৯৫৯) ২। ৰীতাৰ প্ৰেম (১৯৬২)
৩। বিয়াৰ প্ৰথম নিশা (১৯৮০) ৪। মৰমৰ চিন (১৯৮০)
৫। আঙঠি পিন্ধোৱাৰ পিছত (১৯৯৭)

## অনূদিত জীৱনী

১। এলবাৰ্ট আইনষ্টানৰ জীৱন কথা ২। টমাচ আলভা এডিচন
৩। হেলেন কেলাৰ ৪। ৰবাৰ্ট ফুলটন

## অনূদিত নাটক

১। অথেলো ২। পুতলা ঘৰ (১৯৫৯)
৩। ক্লিওপেট্ৰা (নাট্যকাৰ)

## নাটক

১। সিঁচা পুখুৰীৰ মাছ (ৰতন মাউট) ২। শংকৰদেৱ
৩। আজিৰ দ্ৰৌপদী (ৰূপকাৰ)

## অনাতাঁৰ বিৱৰণ (ইতিপূৰ্বে প্ৰচাৰিত)

১। সিঁচা পুখুৰীৰ মাছ ২। আমাৰ আশাৰ আছে ইতিহাস
৩। অৰণ্যত গণতন্ত্ৰ ৪। দৈয়াঙৰ ৰচৈ
৫। পৰজনমৰ শুভ লগনত ৬। প্ৰিয় ফুল শেৱালি
৭। বালিঘৰ ৮। মেঘবোৰ আকাশ নহয়
৯। মডেল

## অন্যান্য

১। মানুহ আৰু যন্ত্ৰ ২। মহাকাশ অভিযান
৩। বিশ্বৰ সেৱাত চিকিৎসক বৃন্দ ৪। দুখন নৈ, এটা সপ্তাহ
৫। কেনেডী ঃ তেওঁৰ স্মৰণীয় ভাবধাৰা

৬। জ্ঞানৰ সঞ্চয়
৭। জগতখনক জানিম আমি
৮। আমাৰ পৃথিৱী আৰু আমি
৯। সুৰীয়া মাতৰ গুৰি কথা
১০। কাপুৰুষ মহাপুৰুষ
১১। গৰ্বৰো আছে ইতিহাস

## শিশুৰ কিতাপ

১। আমাৰ পৃথিৱী আৰু আমি (১৯৭৪)
২। বৰণীয়সকলৰ বাল্যকাল (১৯৯৬)
৩। চিকিৎসাবিজ্ঞানৰ আধুনিক আৱিষ্কাৰৰ কাহিনী (১৯৮২)

## অপ্ৰকাশিত

## অসমীয়া বানানৰ হাতপুথি

*(পদ্ম বৰকটকীৰ গ্ৰন্থাকাৰে প্ৰকাশ নোহোৱা আৰু বহু লেখা, গল্প, উপন্যাস আদি বিভিন্ন বাতৰি কাকত/আলোচনী আদিত সিঁচঁৰতি হৈ আছে বুলি সাংবাদিক অনিল বৰুৱাৰ ধাৰণা; সদাশয় পাঠক সমাজে তেনে কোনো লেখাৰ সন্ধেদ পালে মোক তলৰ ঠিকনাত জনাবলৈ অনুৰোধ জনালোঁ।*

কল্প বৰকটকী
বাক্ৰাপাৰা, খানাপাৰা
গুৱাহাটী-৭৮১০২২

ম'বাইল ঃ ৯৮৬৪০-১২০৭০
৯৮৫৯৭-৬১৩৮০

## পদ্ম বৰকটকীয়ে সম্পাদনা কৰা
## কাকত-আলোচনীসমূহ—

### দৈনিক কাকত

১। নৰ্থ ইষ্ট ডেউলী (মুখ্য সম্পাদক)
২। নতুন দৈনিক
৩। নতুন দিন

### সাপ্তাহিক

১। Easterner
২। ইস্তাহাৰ
৩। মাতৃভূমি
৪। দেওবাৰ
৫। পূৰ্বাচল জাগৰণ
৬। অসমীয়া সংবাদ (মুখ্য সম্পাদক)

### পষেকীয়া

আজিৰ সময়

### মাহেকীয়া

১। আমাৰ প্ৰতিনিধি
২। নতুন প্ৰতিনিধি
৩। সমকালীন
৪। ভুমিকা
৫। শ্ৰীময়ী

# জীৱনৰ পৰা মই কি পালোঁ

পদ্ম বৰকটকী

'জীৱনৰ পৰা মই কি পালোঁ' মানে কথাটো অলপ দিগদাৰি, 'জীৱনত কি পালোঁ' (অৰ্থাৎ কি আৰ্জিলো) বুলিলে পোন হয়। প্ৰথম কথাৰ উত্তৰ বিচাৰোতে মনত পৰিছে— বাঙালী পুৰণি গান এটাৰ এটা পংক্তি—

'কি পায় নি তাৰ হিচাপ মিলাতে মন মোৰ নহে ৰাজি'।

এই প্ৰশ্ন কৰাৰ আগলৈকে মোৰ এই গোটেই জীৱনটো 'জীৱনৰ পৰা কি পালোঁ' বা 'জীৱনত কি পালোঁ' সেই বিষয়ে ভবাৰ প্ৰয়োজনবোধ কেতিয়াও কৰা নাছিলো। সদায় চেষ্টা কৰিছো জীৱনেৰে মই ভবিষ্যৎ প্ৰজন্মক কি দি যাব পাৰো। চেষ্টাৰ ত্ৰুটি কৰা নাই। কিন্তু দিয়াৰ আনন্দত বিভোৰ হ'ব পৰাকৈ দিব পৰা নাই বুলি মই জানো।

'আমাৰ প্ৰতিনিধি' সম্পাদনা কৰা কালতো লক্ষ্য কৰি লৈছিলো যে উঠি অহা চামক বিজ্ঞান প্ৰযুক্তিবিদ্যা, সামাজিক চেতনা, দ্ৰুত প্ৰগতিৰ ইচ্ছা আদিৰ প্ৰতি অনুপ্ৰাণিত কৰিবলৈ। নিজৰ মানুহৰ মাজতে তেনেকুৱা পথ প্ৰদৰ্শকৰ আৰ্হি থাকিলে তাৰ প্ৰতি আকৰ্ষিত কৰিবলৈ সহজ। সেই ইচ্ছাৰে শংকৰদেৱে (তেখেতৰ ধৰ্ম সম্পৰ্কীয় কথাবোৰ ভক্তসকলৰ কাৰণে এৰি দি, তেওঁৰ সমাজ সংস্কাৰৰ দিশটোহে লৈছিলো); মহান পুৰুষ চ্যুকাফাক বুৰঞ্জীৰ নিৰ্জীৱ পৃষ্ঠাৰ পৰা তুলি আনি 'অসম' শব্দটোৰে জন্মদাতা আখ্যাৰে তেওঁক 'প্ৰথম অসমীয়া' বুলি প্ৰতিষ্ঠা কৰি চ্যুকাফা দিৱস গোটেই অসমতে পতাৰ কৃতিত্ব লাভৰ সুযোগ ৰাইজক উলিয়াই দি ভাল পাইছিলো। একেদৰে 'অসমৰ নুৰজাহান' বুলি ড° সূৰ্য কুমাৰ ভূঞাই আখ্যা দিয়া ৰাণী ফুলেশ্বৰীক অসমত প্ৰথম প্ৰজা জাগৰণৰ শীৰ্ষত স্থাপনৰ মৰসাহ কৰিছিলোঁ।

আজিও মই একেদৰেই অনুজ প্ৰজন্মবোৰৰ সহায়ক হোৱা পথতে দৃষ্টি নিবদ্ধ ৰাখো। মোৰ বিশ্বাস দেশৰ ৰাইজৰ উন্নতি আৰু প্ৰগতি বিচৰাসকলে, জীৱনৰ অপৰাহ্নৰ পথত খোজ দিয়া সকলৰ সন্তুষ্টিতকৈ নতুন প্ৰজন্মৰ সহায়ক হোৱাত আত্মনিয়োগ কৰিব লাগে।

এই প্ৰশ্নটোৰ পোনপটীয়া উত্তৰ দিব লাগিলে ক'ব লাগিব এইবোৰ কৰি মই পালো কি? সাধাৰণতে মানুহে দিয়াৰ পাছত পোৱাৰ আশাও কৰে। প্ৰথমেই কৈছো জীৱনত কি নাপালো তাৰ হিচাপ কৰিবলৈ মই ৰাজী নহয়। ৭৫-৮০ (কিমান মোৰ মনত নাই), খন মান কিতাপ লিখিলো এতিয়ালৈকে— উপন্যাস, গল্প, প্ৰবন্ধ, সমালোচনা, কবিতা, নাটক আৰু ১০-১২ খন মান এতিয়া প্ৰকাশিত নোহোৱাকৈ

লিখিত অৱস্থাত আছে। মোৰ প্ৰথম উপন্যাসখনি শ্ৰেষ্ঠ উপন্যাস হিচাপে ৰাইজৰ, সমালোচকৰ, সংবাদ পত্ৰৰ স্বীকৃতি পাইছিল। সমালোচনাৰ ক্ষেত্ৰত কাৰো মুখলৈ চাই কলমৰ চোক কমোৱা নাছিলো। সাবালক হোৱাৰ আগতে ১৯৪৩ ত কংগ্ৰেছৰ প্ৰচাৰ পত্ৰ সমগ্ৰ অসমত বিতৰণ কৰাৰ কাৰণে কাৰাগাৰলৈ গৈছিলো ছমাহৰ বাবে; অৰ্থাৎ 'মুক্তিযোদ্ধা'। এতিয়ালৈকে তিনিখন দৈনিক কাকতৰ সম্পাদক বা মুখ্য সম্পাদক হৈ আহিছো। অসমীয়া বানান বিভ্ৰাটৰ ওৰ পেলাবলৈ প্ৰথম উপন্যাস লেখাৰে পৰা চেষ্টা কৰি আহিছো। এতিয়া অসমীয়া বানানৰ সহজ হাতপুথি এখন প্ৰস্তুত কৰি উলিয়াইছো। আজিৰ যুগত ভাষাটোৰ বানানৰ এটামান নিশ্চিত কৰি নল'লে বহুত কথাৰে অৰ্থ লেটিপেটি হ'ব। দুৰ্বোধ্য হ'ব। তদুপৰি 'সোঁতৰ বিপৰীতে' নামেৰে বিখ্যাত হোৱা স্তম্ভ এটা 'তিনিদিনীয়া অগ্ৰদূত'ত প্ৰায় ১২ বছৰ ধৰি লিখাৰ উপৰি 'দৈনিক অসম', 'দৈনিক অগ্ৰদূত' আদি অন্যান্য কাকততো বহুত লিখিছোঁ। বিহু-পূজা সংখ্যাবোৰত উপন্যাস লিখিয়ে আছো এতিয়াও।

জীৱনৰ পৰা 'কি পালোঁ?' বুলি সোধাৰ কাৰণে কওঁ— সঁচৰাচৰ যিবোৰ বঁটা-বাহন, স্বীকৃতি আদি পায়, সেইবোৰ মোৰ ফাললৈ নাহে। অসম সাহিত্য সভা আৰু দিগ্‌গজ সাহিত্যিক বহুতক মই উচিত সমালোচনাৰ স্বাৰ্থত অসন্তুষ্ট কৰি থৈছো; তেওঁলোকো বিচাৰক; তেন্তে তেওঁলোকে সেইবোৰ মোক দিব কেনেকৈ?

এই ব্যস্ত জীৱনত কি নাপালো বুলি ভবাৰ আজৰি মই পোৱা নাই। আজিৰ পৰিস্থিতিত ছাত্ৰই বিভিন্ন দাবীৰে পঢ়া এৰি আন্দোলন কৰাৰ দিনত, আৰ্থিক অভাৱত চিকিৎসাবিহীন হৈ মেলেৰিয়া আদি ৰোগত শ শই মানুহ মৰা দিনত, পুলিচ-মিলিটেৰী আৰু অন্যান্যৰ ক্ৰোধত বলি হোৱা আন হেজাৰ হেজাৰজনৰ পৰিয়ালৰ হাঁহাকাৰৰ দিনত, তথাকথিত শুদ্ধ সাহিত্য, তথাকথিত ক্ষমতাৰ ৰাজনীতি, তথাকথিত সমাজ সেৱাৰ নামত লাখপতি হোৱা মানুহৰ প্ৰাদুৰ্ভাৱৰ মাজত আমাৰ নিচিনা মানুহৰ অস্তিত্ব আপামৰ জনসাধাৰণৰ দৰে মূল্যহীন। আমাৰ মৰা-জীয়া, পোৱা-নোপোৱা আদিৰ প্ৰতি কাৰো আহৰি নাই আৰু তাতেই আমাৰ পৰম তৃপ্তি; জনগণে যাক নিজৰ অদৰকাৰী বুলি চিহ্নিত কৰিছে সেইখিনি মানুহে কিবা দিয়া-নিদিয়াটোৰ কথা কোন মুৰ্খই ভাবিব? মই হ'লে নাভাবো। ❑

*সাক্ষাৎগ্ৰহণ : পংকজ কুমাৰ দত্ত*

**(২৪ জুলাই ২০০৬, 'দৈনিক অগ্ৰদূত'ত প্ৰকাশিত)**

# ১৯৮৩ চনৰ ১৭ অক্টোবৰত শুৱালকুছিত অনুষ্ঠিত হোৱা ৬০তম মহাপুৰুষীয়া ধৰ্মালোচনী সভাত বৰকটকীয়ে আগবঢ়োৱা সভাপতিৰ অভিভাষণটি

ওৰা পাতি লওঁতেই কৈ থওঁ, ধৰ্ম বিশ্বাসৰ বস্তু; যুক্তি তৰ্কৰ বাহিৰত, ভক্তবৃন্দক ধৰ্মবিষয়ক জ্ঞানগৰ্ভ কথাৰে তৃপ্তি দিয়াৰ দক্ষতা আৰু লক্ষ্য উভয়েই মোৰ নাই। মই খোলাখুলিকৈ স্বীকাৰ কৰি থওঁ যে এনেকুৱা সীমাৰ ভিতৰত ভৰি দিয়াও মোৰ এয়ে প্ৰথম।

ধৰ্মালোচনী সভাৰ সভাপতিৰ আসনৰ পৰা দুআষাৰ ক'বলৈ মোৰ প্ৰথম সাহস হ'ল, এই ধৰ্মালোচনী সভাৰ কৰ্মকৰ্ত্তাসকলৰ প্ৰত্যাখ্যান কৰিব নোৱাৰা নিমন্ত্ৰণ। দ্বিতীয়তে, শংকৰদেৱৰ প্ৰতি মোৰ অন্তৰত থকা অপৰিসীম হাবিয়াস। আৰু তৃতীয়তে, এনেকুৱা এক সমাৰোহত এক বিশেষ ভিক্ষা প্ৰাৰ্থনা কৰি হাত পতাৰ দীৰ্ঘদিনীয়া কামনা। প্ৰথম দুটাৰ ব্যাখ্যা অবান্তৰ। তৃতীয়তে, অৰ্থাৎ কি ভিক্ষা প্ৰাৰ্থনা কৰাৰ ইচ্ছা মই পুহি ৰাখিছো, সেইটো কোৱা প্ৰয়োজন। মোৰ প্ৰাৰ্থিত ভিক্ষাটো হ'ল; শ্ৰীমন্ত শংকৰক আমাৰ ভক্তিৰ বৰপেৰাতে আছুতীয়া আৰু সীমাবদ্ধ কৰি নাৰাখি, বিশ্বমানৱ-হিতকাৰী "প্ৰেম অমৃতৰ নদী"ৰ সঞ্জীৱনী গতিশীল মানৱতাৰ পৰশ পাই সমগ্ৰ মানৱ সমাজে জীপাল হোৱা সুযোগ যাতে পায়, তাৰ কাৰণে তেৰাৰ ভক্তসকলে নখ জোকাৰি দিয়ক।

মহাপুৰুষজনাক, বিশ্বমানৱৰ হৃদয়ত পৰম ধন হিচাপে স্থাপন কৰাৰ কাৰণে আমি অসম তথা ভাৰতবাসীয়ে যিমানখিনি আজি প্ৰায় পাঁচশ বছৰে কৰিব লাগিছিল, যি কাম কৰাটো আমাৰ অৱশ্য কৰ্ত্তব্য আছিল, সেই কাম আমি এতিয়াও কৰিব পৰা নাই। সমগ্ৰ বিশ্বচৰাচৰক, সমগ্ৰ সৌৰজগতক গতি, স্থিতি আৰু জীৱন দান কৰিব পৰা সূৰ্য্য-শক্তিক সীমিত পৰিসৰত অপব্যয় কৰি থকাৰ নিচিনা হৈছে। সৃষ্টিতকৈ স্ৰষ্টা ডাঙৰ; কীৰ্তিতকৈ কৰ্তা। এই বিশ্বচৰাচৰ যি শক্তিৰ পৰা উদ্ভূত, সেই শক্তি (ভগবানে হওক বা আন কিবা নামেই হওক) এই সৃষ্টিতকৈ বহু ডাঙৰ। শ্ৰীমন্ত শংকৰে প্ৰৱৰ্ত্তন কৰা মাৰ্গতকৈ, তেৰাই গঢ় দি যোৱা অসমীয়া জাতি, সাহিত্য, সংগীত, সমাজ, সংস্কৃতিতকৈ মহাপুৰুষ শংকৰদেৱ বহুত শ্ৰেষ্ঠ, বহুত ডাঙৰ, বহুত মহান। এই বিৰাটৰ, এই বিশ্বশ্ৰেষ্ঠৰ এই

মহাপুৰুষৰ আবিৰ্ভাৱ তিথিত সেয়ে আমি বিশ্ব মানৱ সমাজৰ কল্যানাৰ্থে শ্ৰীশংকৰদেৱৰ ৰশ্মি পৃথিবীৰ চুকে-কোণে পৰাৰ কাৰণে কাম কৰিবলৈ অঙ্গীকাৰবদ্ধ হোৱা একান্ত প্ৰয়োজন।

শ্ৰীশংকৰদেৱৰ তিৰোভাৱৰ পঞ্চশতাধিক বৰ্ষ অতিক্ৰম হোৱাৰ পাছত, আজি আকৌ নতুনকৈ তেওঁৰ আদৰ্শ প্ৰচাৰৰ নতুন প্ৰচেষ্টা কিয় লগা হৈছে? কাৰণ— মহাপুৰুষজনাৰ বাণী, মহাপুৰুষজনাৰ বিদ্বেষবিহীন বিশ্ব ভাতৃত্বৰ আদৰ্শ, আজিৰ বিশ্বত, আজিৰ ভাৰতত, আজিৰ অসমত বেছি প্ৰাসংগিক, বেছি প্ৰয়োজন হৈ পৰিছে। মহাপুৰুষজনাৰ মহৎ অৱদানৰ বিষয়ে সম্যক জ্ঞানৰ অবাবত, অথবা তেৰাৰ অৱদানৰ প্ৰতি আমাৰ একদেশদৰ্শী দৃষ্টিকোণৰ কাৰণে, আজিও অসমীয়া মানুহ মুঠিক এই ভাৰতৰে বহুত মদগৰ্বীয়ে সংকীৰ্ণমনা, প্ৰাদেশীকতাবাদী বুলি দোষাৰোপ কৰাৰ স্পৰ্দ্ধা কৰিছে। আমি সকলোৱে জানো যে আজি পাঁচশ বছৰৰ আগতে ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যত বিভক্ত হৈ থকা আমাৰ ভাৰতক "এখন দেশ" বুলি কল্পনা কৰিব পৰা ব্যক্তিৰে অভাৱ আছিল। কিন্তু সেই দিনতে মহাপুৰুষ শংকৰদেৱে লিখা কীৰ্ত্তন-ঘোষা আদিত সমগ্ৰ ভাৰত এখন দেশ, এক জন্মভূমি বুলি কৈ যোৱাৰ উদাহৰণ এতিয়াও জিলিকি আছে। ভাবি চাওক, "ধন্য জন্ম ভাৰত বৰিষে" বুলি সেই দিনত গৰ্ব কৰিব পৰা বহল মন শ্ৰীশংকৰদেৱৰ অসমৰ বাহিৰে ভাৰতৰ আন কিমান ঠাইত আছিল?

"সি কি কদাচিত মনুষ্য হোৱয়
ভাৰত বৰিষে আছি"........................

আদিৰ দৰে।

কীৰ্ত্তন-ঘোষাত সমগ্ৰ ভাৰতক এক দেশ বুলি কৰা সঘন উল্লেখ সেই সময়ৰ কিমান ভাৰতীয় লিখাত আছে? তাৰ পাছতো শংকৰদেৱৰ আদৰ্শত গঢ়া অসমক সংকীৰ্ণমনা বুলি তিৰস্কাৰ কৰাবোৰক, আমাৰ নেতাসকলে আজিও চকুত আঙুলি দি দেখুৱাই দিব পৰা নাই যে শ্ৰীশংকৰদেৱে গঢ়া অসমীয়া সমাজত সকলো মানসিক সংকীৰ্ণতাৰ প্ৰৱেশদ্বাৰেই বন্ধ। বৰঞ্চ বাকী ভাৰতে অসমৰ উদাৰতা শিকিবলৈ এতিয়াও বহুত বাকী।

সৌ সিদিনা ভাৰতৰ স্বাধীনতা আন্দোলনত সমগ্ৰ ভাৰতৰ লগতে অসমতো মহাত্মা গান্ধীৰ অস্পৃশতা বৰ্জন, সাম্প্ৰদায়িকতা বৰ্জন, ধৰ্ম-বিদ্বেষ দূৰীকৰণ আদি বাণী নতুন কথা হিচাপে অসমৰ নেতাসকলেই প্ৰচাৰ কৰি ফুৰিছিল; আজিও কৰে। কিন্তু কোনো অসমীয়া নেতাই সৰ্বভাৰতক ক'ব নোৱাৰিলে যে আজি

পাঁচশ বছৰ আগতেই মহাপুৰুষ শংকৰদেৱে এই অসমত অস্পৃশ্যতা, সাম্প্ৰদায়িকতা, ধৰ্ম-বিদ্বেষ, জাত-পাত আদিৰ সমস্যা সমূলঞ্চে নিৰ্মূল কৰি গৈছে। তথাপি, আজিও আমি বুকু ডাঠি ক'ব পাৰো যে, অসমত জাত-পাত, অস্পৃশ্যতা, ধৰ্ম-বিদ্বেষ আদিৰ যি দুৰ্বল গজালি কেতিয়াবা মূৰ দাঙি উঠে, সেইকনো বাহিৰৰ পৰা অহা মানুহ আৰু শিক্ষাই আমদানি কৰাহে। অসমৰ বায়ু-মাটিত সেইবোৰৰ গুটি বা শিপা নাই।

"কিৰাট কছাৰী খাচী গাৰো মিৰি
যৱন গোৱাল
অসম মুলুক ৰজত তুৰুক
কুবাচ ম্লেচ চণ্ডাল"........

আদি সকলোৱেই নাম-ধৰ্মত সমান অধিকাৰী, সকলো সমান মানুহ। মুছলমান আদি আন সকলো ধৰ্মৰ মানুহেই এই নাম-ধৰ্মত ভাগ ল'ব পাৰে। ইয়াত জাতি-অজাতি, উচ্চ-নীচ, ধনী-দুখীয়া আদি শ্ৰেণী বিভাগ নাই। আনকি যিসকল ব্ৰাহ্মণে তেওঁৰ শত্ৰুতা আচৰণ কৰি ৰাজগৃহত অভিযোগ তৰিছিলগৈ, সেই সকলৰ প্ৰতিও শ্ৰীশংকৰৰ কোনো ক্ৰোধ নাছিল। লক্ষ্মীনাথ বেজবৰুৱাই কোৱাৰ দৰে, শ্ৰীশংকৰদেৱৰ নাম-ধৰ্মৰ প্ৰচাৰ হ'লত "অনেক লোক শংকৰৰ প্ৰচাৰিত ধৰ্মক ধৰি চলিবলৈ ধৰিলে, তেওঁলোকে ভকতিৰ ৰস পাই পূজা-অৰ্চনা আদি ব্ৰাহ্মণৰ কাৰ্যত ক্ৰমে ঢিলা দি আহিবলৈ ধৰিলে। সেই নিমিত্তে ব্ৰাহ্মণসকলৰ উপ-জীৱিকাৰ বাট ক্ৰমে মৰি অহাত ব্ৰাহ্মণসকলে মনত বিৰক্তি পাই ৰজাক জনাই শংকৰৰ মত লোপ পেলাবলৈ কাৰবাৰ লগালে।" এনেকুৱা ব্ৰাহ্মণসৱকো শ্ৰীশংকৰদেৱে আঁকোৱালি লৈ কৈছিল ঃ

ব্ৰাহ্মণ সৱক দ্বেষ কৰিবাক
আমাৰ নুহি উচিত।
কৃষ্ণৰ ভকতি পন্থক বিপ্ৰৰ
মুখত কৰো বিদিত।।

মহাপুৰুষীয়া ধৰ্মত মূৰ্ত্তি পূজাৰ স্থান নাই। মহাপুৰুষীয়া ধৰ্মাৱলম্বীৰ প্ৰতি শ্ৰীশংকৰৰ চোকা নিৰ্দেশ আছে, "আন দেৱ-দেৱী নকৰিবা সেৱ গৃহো নপশিবা তাৰ, মূৰ্ত্তিকো নচাইবা, প্ৰসাদো নখাইবা"......................। সেয়া অকল ভক্ত সকলৰ প্ৰতিহে নিৰ্দেশ। সেই বুলি তেৰাই মূৰ্ত্তি-পূজাৰীক ঘিণোৱা নাই। কিয় ঘিণাব? মূৰ্ত্তি-পূজাৰীও মানুহ। তেৰাই কৈ গৈছে—

একে প্ৰতিমাতে মাত্ৰ আৰাধে হৰিক
সেইজন জানিবাহা প্ৰাকৃত ভকত
আৰূঢ় হৈয়াছে তেহোঁ ভক্তিৰ পথত।
অনুক্ৰমে উত্তম হৈবেক সিয়োজন
একোমতে নোহে জানা নিন্দাৰ ভাজন।

মহাপুৰুষীয়া ধৰ্মৰ এই উদাৰতা তুলনা কৰি চাওক; গৰ্বত আপোনাৰ বুকু ওফন্দি উঠিব।

সেইজনা মহাপুৰুষে নিজ সত্ৰ হিচাপে গঢ়ি যোৱা অসমত কোনো বিদ্বেষ কেতিয়াও গা কৰিব নোৱাৰে। আৰু সেই সত্যক জগতৰ আগত ডাঙি ধৰিব নোৱাৰা আমি অকৃতজ্ঞবোৰে আজিও সংকীৰ্ণমনা বুলি আনৰ তিৰস্কাৰ হজম কৰি আছো। ইয়াৰ প্ৰতিকাৰৰ কাৰণে চেষ্টা কৰাটো আমাৰ প্ৰধান মহাপুৰুষীয়া কৰ্ত্তব্য নহয়নে?

শ্ৰীশংকৰদেৱৰ প্ৰাসংগিকতা অদূৰ ভৱিষ্যতত হ্ৰাস পোৱাৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। বৰঞ্চ সেই প্ৰাসংগিকতা আন সকলো দিশৰ পৰা কিমানদূৰ বৃদ্ধি পাইছে, সেইটোহে বিচাৰ কৰি চোৱাৰ প্ৰয়োজন। কেইটামান উদাহৰণ দিওঁ ঃ—

(১) আজিৰ চেঙেলীয়া ডেকা শক্তিয়ে কৃষ্ণৰ নাম লৈ বহি থাকিব নোখোজে?—ভাল কথা; নালাগে নাম-কীৰ্ত্তন কৰিব। কিন্তু শংকৰদেৱে জীৱনেৰে শিকাই যোৱা আদৰ্শ লোৱাহঁক। যাড়ৰ লগত যুঁজিব পৰা, বাৰিষাৰ ব্ৰহ্মপুত্ৰ সাঁতুৰি পাৰ হ'ব পৰা, হাতৰ এটা বুঢ়া আঙুলিৰ ওপৰত সমগ্ৰ দেহ ভৰি ওপৰলৈ কৰি ৰাখিব পৰা শাৰীৰিক শক্তি আহৰণ কৰাহঁক, দহ-বাৰটা আক্ৰমণকাৰীক অকলৈ ওফৰাই সাৰিব পৰা কৌশল শিকাহঁক, হেজাৰ কষ্টলৈ কেৰেপ নকৰি ব্যাপক ভ্ৰমণৰ অভিজ্ঞতাৰে জ্ঞানৰ ভাণ্ডাৰ চহকী কৰি মনৰ পৰিধি বহলোৱাহঁক; সেইখিনি কৰিলেই হ'ব।

(২) তুমি তোমাতকৈ সবল শত্ৰুপক্ষৰ সন্মুখীন হ'ব লগা হৈছে? তেন্তে শ্ৰীশংকৰদেৱৰ আদৰ্শ লোৱা। আধুনিক গৰিলা যুদ্ধৰ নীতিৰে শ্ৰীশংকৰদেৱে কেতিয়াও সবল শত্ৰুৰ সবল অংশত আক্ৰমণ কৰা নাছিল বা সবল শত্ৰুৰ লগত সন্মুখ সমৰত নমা নাছিল। আৰু শত্ৰুৱে নিজৰ সুবিধা মতে বাছি লোৱা যুদ্ধক্ষেত্ৰত কেতিয়াও যুদ্ধ কৰিবলৈ যোৱা নাছিল। একাধিক ৰাজশক্তিয়ে যেতিয়া শংকৰদেৱক অস্ত্ৰ-শস্ত্ৰৰ যুদ্ধ ক্ষেত্ৰলৈ পাকে প্ৰকাৰে আহ্বান কৰিছিল, বিদ্বেষী ব্ৰাহ্মণ এচামে যেতিয়া শংকৰদেৱক ৰাজদ্ৰোহী বুলি প্ৰতিপন্ন কৰিব

খুজিছিল, তেৰাই তেতিয়া নাম-ধৰ্ম, সাহিত্য, ভাওনা, সঙ্গীতৰ যোগেদি ৰাইজক নিজৰ ফলিয়া কৰিছিল। ৰজাবোৰ সময়ত ধূলী হৈ উৰি গ'ল। শ্ৰীশংকৰদেৱৰ ধৰ্ম-সংস্কৃতিৰ ৰাজ্য আজিও স্থিৰ হৈ ৰৈ আছে, শ্ৰীশংকৰদেৱে আজিও ক্ৰমবৰ্দ্ধমান সংখ্যক মানৱ মনত উদাৰতাৰ প্ৰতিমূৰ্ত্তি হিচাপে ৰাজত্ব কৰিছে।

(৩) তুমি কোনোবা ধৰ্মৰ আচাৰ-অনুষ্ঠান, ক্ৰিয়া-কাণ্ড কৰিবলৈ আৰ্থিকভাবে অপাৰগ বা অনিচ্ছুক, অথচ তোমাক এটা ধৰ্মবিশ্বাস লাগে? তেন্তে মহাপুৰুষীয়া মতলৈ আহা; সাংসাৰিক সকলো কৰ্ত্তব্য সম্পাদন কৰাৰ ব্যস্ততাৰ মাজত কৃষ্ণৰ নাম লোৱা; তোমাৰ ধৰ্ম সাধনা উত্তম বুলি স্বীকৃত হ'ব।

(৪) তুমি সংসাৰ ধৰ্মত বিশ্বাসী? নিশ্চয় শ্ৰীশংকৰৰ জীৱনৰ আদৰ্শতে তুমি সংসাৰৰ সকলো কৰ্ত্তব্য কৰি যোৱা! কেৱল আজৰি পৰত কৃষ্ণৰ নাম ল'বা।

(৫) ৰাজনৈতিক গতি-প্ৰকৃতি আৰু ৰাজকৰ্মচাৰীৰ ভাবুকি আৰু অত্যাচাৰে তোমাক বিমোৰত পেলাইছে?—তেন্তে শ্ৰীশংকৰৰ আদৰ্শ লোৱা। ৰাজনীতিৰ, ৰাজ্যৰ, ৰাষ্ট্ৰৰ মূল হ'ল ৰাইজ। ৰাইজক এগোট কৰি সংগঠন কৰা। পানী নসৰকা সেই বান্ধোন ভাঙি ৰাজশক্তি সোমাব নোৱাৰিব। সেই বান্ধোন ভাঙিবলৈ চেষ্টা কৰোতে ৰাজশক্তি উফৰি যাব। মনত ৰাখিব, পৃথিবীত সকলো সৌন্দৰ্য, সকলো সুখ, সকলো আনন্দৰ গুৰিতে আছে মানুহ। মানুহখিনি নোহোৱাকৈ সেইবোৰৰ কোনো প্ৰয়োজন নাই। তুমি মানুহখিনিৰ লগত থাকা।

(৬) পৃথিবীত হিংসা-দ্বেষ বাঢ়িছে? তেন্তে শ্ৰীশংকৰৰ অহিংস, হিংসা-দ্বেষবিহীন মানৱপ্ৰেম প্ৰচাৰ কৰা। কোনো অজাতি নহয়; কোনো বিধৰ্মী নহয়, সুস্থ চেতনাৰ পথ পালে সকলো মানুহ সুন্দৰ হ'ব, সকলোৱেই অজামীলৰ দৰে উদ্ধাৰ পাব। মানুহ ভগৱানৰে অংশ; সেই অৰ্থত সকলো মানুহেই ভগৱান। সেয়ে যদি হয়, প্ৰতি মানুহৰ প্ৰতি পদস্খলনত সৃষ্টিৰো সামান্য স্খলন হ'ব। গতিকে মানুহে বেয়া কাম কৰিব নাপায়, মানুহে নিজৰ দেৱত্বক নিৰ্দোষ কৰি ৰাখিব লাগে।

(৭) তুমি বিজ্ঞানত বিশ্বাস কৰা? খুব ভাল কথা। বিজ্ঞানৰ বিভিন্ন আবিষ্কাৰেৰে তুমি মানুহৰ উপকাৰ সাধন কৰা। আৰু গতিশীল হোৱা। শ্ৰীশংকৰদেৱে জীৱনেৰে দেখুৱাই দি গৈছে, স্থিতাৱস্থাতকৈ তুমি ঢুকি পোৱা পৃথিবীৰ পৰিধিক অধিকতৰ মানৱধৰ্মী, গতিশীল, উন্নতিমুখী কৰি যোৱা। শ্ৰীশংকৰদেৱে সেই দিনতে জলসিঞ্চন আৰু বান প্ৰতিৰোধ বিজ্ঞানৰ দক্ষতাৰে বানপানী ৰোধ কৰিছিল, পথাৰত পানী দিছিল। তেনেকুৱা বিপদৰ সময়ত তেৰাই নাম-কীৰ্ত্তন কৰি বহি থাকা বুলি কোৱা নাছিল।

(৮) তুমি ৰাজনীতিত আছা? তেন্তে সকলো মানুহে সমান অধিকাৰ পোৱাৰ প্ৰতি চকু দিয়া, সমাজৰ নিম্নতম স্তৰক উন্নত কৰি উন্নততৰ স্তৰৰ সমান পৰ্যায়লৈ আনা। ৰাজনীতিৰ নামত শাসনৰ গাদীত বহি ৰজা হোৱাটোক শোষক বোলে। সমগ্ৰ ৰাইজক সকলো শোষণৰ পৰা মুক্ত কৰি শক্তিশালী কৰাটোহে প্ৰকৃত ৰাজনীতি; কাৰণ এইবিধ ৰাজনীতিয়েহে প্ৰকৃততে সমাজক গতি আৰু প্ৰগতি দিয়ে।

(৯) আপুনি দাৰ্শনিক? তেন্তে আপুনি শ্ৰীশংকৰৰ আদৰ্শ লওক। শ্ৰীশংকৰৰ দৰে আপুনি গভীৰভাবে পুংখানুপুংখ ৰূপে বাস্তৱ পৰিস্থিতি অধ্যয়ন কৰক। শ্ৰীশংকৰদেৱে গভীৰভাবে বাস্তৱ পৰিস্থিতি অধ্যয়ন কৰি বুজিছিল, সাধাৰণ সৰ্বহাৰা শ্ৰেণী অৱহেলিত লাঞ্ছিত। ব্যয়সাধ্য ৰাজকীয় পূজা-সেৱা আৰু বলি বিধানেৰে ৰাজশক্তি আৰু সমাজৰ মাতব্বৰ ধনী শ্ৰেণীয়ে সাধাৰণ প্ৰজাক দেখুৱাই দিছিল যে ভগৱান তেওঁলোকৰ ফালেহে আছে, ধনৰ অভাৱত পূজা-সেৱা কৰিব নোৱাৰা সৰ্বহাৰা শ্ৰেণী পূৰ্বজন্মৰ পাপৰ ফলত জীয়াতু ভুগি মৰিছে। সেই সৰ্বহাৰা পাপীবোৰে ৰজাৰ আৰু ধনী শ্ৰেণীৰ আৰাম আৰু লাভৰ কাৰণে সেৱা কৰিলেহে পিছৰ জন্মত সুখ পাব পাৰিব। শ্ৰীশংকৰদেৱে সেইখিনিকে সত্য বুলি গ্ৰহণ কৰি নল'লে আৰু সৰ্বহাৰা শ্ৰেণীক অৱলম্বনৰ কাৰণে নাম-ধৰ্ম দি মানৱ সমাজৰ উন্নতি ক্ষিপ্ৰতৰ কৰি দিলে। স্থিতাৱস্থাই বাহাল থাকিব বুলি ভবা বিলাক শেষ হৈ গ'ল। কিন্তু শংকৰৰ আদৰ্শ আজিও প্ৰাসংগিক হৈ ৰ'ল। আপুনি যদি দাৰ্শনিক তেন্তে শংকৰদেৱৰ দৰে বাস্তৱ পৰিস্থিতি অধ্যয়ন কৰি সমাজক নতুন গতি দিয়াৰ সন্ধান কৰক। কোনো মানৱ প্ৰেমী প্ৰকৃত ধৰ্মই স্থবিৰতা সমৰ্থন নকৰে। সমাজৰ স্থবিৰতা ভাঙি সমাজক গতিৰ পথলৈ উদ্ধাৰ কৰাই প্ৰতিটো ধৰ্মমত প্ৰবৰ্তনৰ অন্যতম লক্ষ্য। শ্ৰীশংকৰৰ ধৰ্মমতৰ ক্ষেত্ৰটো এই সত্য প্ৰকট।

ধৰ্মালোচনী সভাত ধৰ্ম প্ৰসংগ প্ৰধান। সেই কাৰণে এই বিষয়ত মই অতি মূৰ্খ যদিও, সহৃদয় শ্ৰোতাৰ ক্ষমাৰ উদাৰতাত আস্থা ৰাখি মোৰ মনৰ ভাৱৰ উমান দিওঁ। ধৰ্ম সদায় সত্যান্বেষী, মানৱ হিতকাৰী। সেই কাৰণেই ধৰ্মৰ এটা গতিশীল দিশ আছে। সেই কাৰণেই যুগে যুগে অৱতাৰৰ প্ৰয়োজন হৈ আহিছে। পৰাধীন ভাৰতত জন্ম গ্ৰহণ কৰা আৰু ৰামকৃষ্ণ পৰমহংসৰ প্ৰধান শিষ্য স্বামী বিবেকানন্দই আমেৰিকাত বিৰাট জনসমাবেশৰ আগত ধৰ্ম প্ৰচাৰক হিচাপে ঠিয় হৈয়ো চিঞৰি কৈছিল; "পৰাধীন মানুহৰ কোনো ধৰ্ম নাই"। অৰ্থাৎ স্বাধীন হ'ব নোৱাৰালৈকে আমাৰ সকলো ধৰ্ম-কৰ্ম অথলে যাব। সেই যুক্তিৰেই ক'ব পাৰি যে প্ৰথমে নিজে

মানুহ নামৰ উপযুক্ত হ'ব লাগিব; তাৰ পাছতহে ধৰ্ম-কৰ্ম। কাৰণ মানুহহে ধাৰ্মিক বা ধৰ্মাৱলম্বী হয়, অন্য জীৱ-জন্তু কেতিয়াও ধৰ্মাৱলম্বী নহয়।

এই সূত্ৰ মতেই আমি বিচাৰ কৰি চালে পাওঁ যে পাৰমানৱিক যুদ্ধৰ বিভীষিকা মূৰত লৈ আজি মানৱ সমাজ জীয়াই আছে, বিভিন্ন ধৰণৰ বিদ্বেষে আমাৰ অসমতো চোৰ-খোজ দি পিয়াপি দিছে, ধৰ্ম ৰক্ষাৰ কাৰণে যি মানুহৰ প্ৰয়োজন, সেই মানুহেই ধ্বংসৰ পথত যেন। এনেকুৱা সময়ত ৰাজনীতিয়ে বা ৰাজনীতিক কেন্দ্ৰ কৰি গোটখোৱা এমুঠি মানুহে মুনাফা লুটিছে আৰু সৰ্বসাধাৰণক সম্পূৰ্ণ শোষণৰ কাৰণে ব্যৱহাৰ কৰিছে। সেই সকলে এই শোষণ বহুত মহাপুৰুষৰ ধৰ্মৰ নামতে কৰিছে।

তাতোকৈ এটা ডাঙৰ সত্যই আজিৰ বাস্তৱ পৰিস্থিতিত নিজক প্ৰতিষ্ঠা কৰিছে। সত্যটো হৈছে এই; আজি পৃথিবীৰ প্ৰায় মানুহে, আমি বুজাৰ নিচিনা ধৰ্ম এটাৰ প্ৰয়োজন নাই বুলি, তেওঁলোক নিধৰ্ম হৈ আছে। তেওঁলোকৰ মতে পৃথিবীত বলীৰ দ্বাৰা ক্ষমতাশালীৰ দ্বাৰা, শোষণৰ শেষ কৰাটোৱে আজিৰ ধৰ্ম। তেওঁলোকে ফঁহিয়াই দেখুৱাইছে, এসময়ত সমাজক বান্ধি ৰাখিবলৈ, সুস্থ কৰি ৰাখিবলৈ, ধৰ্মৰ প্ৰয়োজন আছিল। সেই দিন এতিয়া উকলিল। এতিয়া শোষক শ্ৰেণীয়ে ধৰ্মক কানি বৰবিহৰ দৰে ব্যৱহাৰ কৰে; সেই কানি খুৱাই সৰ্বসাধাৰণক কানিয়া আৰু প্ৰতিবাদহীন কৰি শোষণ কৰি থাকে।

এই বিৰাট সত্যক, এই চৰম সত্যক অস্বীকাৰ কৰাটো উট চৰাইৰ দৰে বালিত মুৰ গুজি কোনেও দেখা নাই বুলি ভবাৰ নিচিনা হ'ব। আমি এই সত্যক স্বীকাৰ কৰিবই লাগিব যে তথাকথিত ধৰ্ম নোহোৱাকৈয়ো শৃংখলাবদ্ধ সমাজ চলি আছে, সমাজে নতুন গতি পাইছে। এনেকুৱা পৰিস্থিতিত শ্ৰীশংকৰদেৱৰ নিচিনা বিপ্লৱী মহাপুৰুষৰ অৱতাৰে পবিত্ৰ কৰা অসমৰ ৰাইজে কি কৰিব? ৰাইজ এই প্ৰশ্নৰ উত্তৰ মই আপোনালোকলৈ এৰিলো। মোৰ ক্ষুদ্ৰ বুদ্ধিৰে মই মাত্ৰ এটা কথা কওঁ ঃ বাস্তৱ পৰিস্থিতি বুজি উপায় উদ্ভাৱন কৰা শ্ৰীশংকৰৰ অনুগত কোনো ভক্তই বাস্তৱ পৰিস্থিতিক উপেক্ষা কৰিব নোৱাৰে। ক্ষুদ্ৰ বুদ্ধিৰে মই ঢুকি পোৱা মতে, সৰ্বসাধাৰণৰ, সৰ্বহাৰাৰ, সমাজৰ নিম্নতম শ্ৰেণীৰ উদ্ধাৰৰ উপায় থকা সকলো আদৰ্শই মহাপুৰুষীয়া আদৰ্শৰ অনুগামী। ৰাজশক্তিৰ উৎপাত আৰু ক্ষমতাগৰ্বী ৰাজবিষয়াৰ অবিচাৰৰ হাত সাৰিবলৈ শ্ৰীশংকৰদেৱে ৰাইজক নামঘৰ আৰু সত্ৰ পাতি দি, সকলো ৰাইজক নামৰ জৰীৰে বান্ধি, নিজৰ মাজৰ বিবাদ পৰ্য্যন্ত নামঘৰতে নিস্পত্তি কৰি, ৰাজ অবিচাৰে মূৰ সোমাব নোৱাৰা কৰি ৰাখিছিল।

শ্ৰীশংকৰদেৱে শোষক শ্ৰেণীৰ হাতৰ পৰা নিজক ৰক্ষা কৰিবলৈ, নিজ ধৰ্ম শোষক শ্ৰেণীৰ হাথিয়াৰ হোৱাৰ বাট বন্ধ কৰি, কোনো ৰজাকে, আনকি নিজক আশ্ৰয় দিয়া মহাৰাজ নৰনাৰায়ণকো নিজধৰ্মত শেষলৈকে শৰণ নিদিলে।

মোৰ নিচিনা ধৰ্মৰ বিষয়ে অজ্ঞ এজনক আপোনালোকৰ সমাৱেশত ভাগ ল'বলৈ দিয়া কাৰণে মই চিৰকৃতজ্ঞ। মই এই বিষয়ে অতি সজাগ যে মই আজি এই সভাত কোৱা কথাবিলাক আপোনালোকৰ প্ৰাক্তন সভাবোৰৰ সভাপতিৰ ধৰ্মপ্ৰাণ ভাষণৰ একেবাৰে ব্যতিক্ৰম। কিন্তু মই এই কথাও জানো যে অন্তৰেৰে বিশ্বাস কৰা ভালেখিনি জীৱন্ত সত্যকে মই আজি আপোনালোকৰ আগত হিয়া উবুৰিয়াই বেকত কৰিছোঁ। আৰু মই এই কথাও মনে মনে ভাবো যে মহাপুৰুষ শ্ৰীশংকৰদেৱৰ প্ৰতি মোৰ আকৰ্ষণ একেবাৰে নিভাঁজ, নিৰ্দোষ। মোৰ বিশ্বাস সময় আৰু পৰিস্থিতি সচেতন শ্ৰীশংকৰদেৱ যুগে যুগে সকলো পৰিৱৰ্তিত পৰিস্থিতিত অসমবাসী তথা বিশ্ববাসীৰ কাৰণে স্থিতাৱস্থা বাহাল ৰখাৰ বিৰুদ্ধে মহৎ প্ৰেৰণাৰ উৎস হৈ থাকিব। ❑

# পদ্ম বৰকটকীৰ ডাঙৰ দুহিতালৈ দিয়া চিঠি

*(পদ্ম বৰকটকীৰ প্ৰথম দুহিতা কেৰেলাত থকাৰ সময়তে তেওঁৰ সোঁহাতৰ তৰ্জনী আঙুলিৰ প্ৰথম পাব্‌টো উখহি বিষ হৈছিল - সেই সম্পৰ্কত তেওঁ জীয়েকলৈ লিখা চিঠিখনৰ একাংশ আৰু উক্ত বিষয়ৰ ওপৰত সেই সময়ত "অগ্ৰদূত" কাকতত প্ৰকাশিত "সোঁতৰ বিপৰীতে - অসমৰ ৰাজহুৱা অভ্যাস" শীৰ্ষক লেখাটিও চিঠিৰ লগতে সংলগ্ন কৰা আছিল।)*

PADMA BARKATAKI
Special Correspondent
SADINIYA SAMBAD

GUWAHATI - [illegible]
Phone : [illegible]

29.7.94

My dear Kamu,

It was so sweet of you to send me my Birthday Card, accompanied by an equally eloquent letter which reached me quite 6 days in advance. That is, your letter set in motion in our small family a desire to arrange a good birthday 6 days hence. Your letter came just in time, because on that morning in the breakfast table, we were talking that a letter from you was overdue.

Now, could you notice that my handwriting in this letter a bit different, rather clumsy? It has reason. Actually I was not in good shape physically

* * * *     * * * *     * * * *

Poppy is at Sibsagar and has remained without any communication with us. Kanyakumari went to Sibsagar just because she wanted to go out [illegible] to work on anything to do.

Dipti [illegible] on [illegible] his second [illegible] ([illegible]).
[illegible] came one week back. [illegible], [illegible] and [illegible] went to [illegible].

Inspite of my painful finger, I enjoyed all the World Cup Football matches at 10-30 pm, 1 am and 5 am, in spite of your mother complaining that her sleep had been disturbed. Such a thing you can't miss.

Please convey my best wishes to [illegible] and others that are [illegible] to give you company there. Please reply early. Yours loving Daddy

P.S. I wrote the first 2 pages on 28th and this page today - 29th.

*29.7.94*

*My dear Kamna,*

*It was so sweet of you to send me my Birthday Card, accompanied by an equally eloquent letter, which reached me quite 6 days in advance. That is, your letter set in motion in our small family a desire to arrange a good birthday 6 days hence, your letter came just in time; because on that morning in the breakfast table, we were talking that a letter from you was overdue.*

*Now, could you notice that my handwriting in the letter a bit different, rather clumsy? It has reasons. Actually I was not in good shape physically for the last 3 weeks. What happened really was this : some 21 days back, I had some throat inflammation due to taking freezed water and foods - as doctor said. So I had to take some antibiotics and antiinflammatory drugs for 7 days. On the 8 day, I, with my impatience, was mixing vinegar to a kilo of chicken meat to make it cooked quickly. I mixed with my hands, I could feel that vinegar was pinching my finger tips. I washed my hands. Next day, the forefinger of my right hand got swollen up and became painful..................................................*

*..................................................... ..............................................*

*Inspite of my painful finger, I enjoyed all the World Cup Football matches at 10-30 p.m., 1 a.m. and 5 a.m. inspite of your mother complaining that her sleep had been disturbed. Such a thing you can't miss.*

*Please convey my best wishes to Moonmoon and others that care to give you company there. Please reply early.*

*Yours loving*
*Daddy*

*P.S. : I enclose herein my latest writing (I write for 2 weeklies, 2 monthlies regularly) to impress upon you that even my painful finger can be a subject matter for writing if you can tactfully make it relevant and of contemporary interest.*

# অসমৰ ৰাজহুৱা অভ্যাস

**পদ্ম বৰকটকী**

এই অধমৰ সোঁ হাতৰ তৰ্জনী আঙুলিৰ প্ৰথম পাব্‌টো উখহি, বিষত টন্‌টনাবলৈ ধৰিলে। ডাক্তৰি নপঢ়া ডাক্তৰৰ অভাব নাই। ঔষধ দিলে ঃ শিজু গছৰ গা 'এটুকুৰা অথবা বেঙেনা এটাৰ আধাডোখৰমান আনি, আঙুলিটোত টুপীৰ দৰে পিন্ধাই থলে লগে লগে ভাল হয়। এনেকৈ এটা পাব্‌ উখহা বেমাৰটোৰ নাম বোলে 'পৰা'। সেই চিকিৎসাৰ পাছতে চিনাকি ডাক্তৰ বিচৰা হ'ল। তাতো বিপদ। ENT বিশেষজ্ঞ হ'লে, ডিঙিৰ তললৈ নাচায়েই। হেমাটোলোজিষ্ট বা তেজৰ বিশেষজ্ঞ হ'লে, তেজৰ পৰা ইফাল-সিফাল নকৰে। ডাৰ্মাটোলোজিষ্ট অৰ্থাৎ ছালৰ ডাক্তৰ হ'লে, ছালৰ পৰা তললৈ নাযায়েই। এক সুহৃদ ডাক্তৰক পাই, মোৰ দোধোৰ-মোধোৰ অৱস্থাটো বুজাই সুধিলো ঃ কাক দেখুৱাম? তেওঁ হাঁহি ক'লে ঃ আপুনি মোৰ ওচৰলৈ ঠিকেই আহিছে। মই জেনেৰেল মেডিকেল প্ৰেক্‌টিশ্যনাৰ। সকলো বিশেষজ্ঞৰ ৰিপোৰ্ট পৰীক্ষা কৰি, সৰ্বশৰীৰৰ ৰোগৰ পৰিচয় উলিয়াই চিকিৎসা কৰোঁ। প্ৰশংসাৰ সুৰত ক'লো ঃ তেন্তে অসুখ হ'লে প্ৰথমে আপোনাৰ ওচৰলৈ অহাই ভাল।

ৰসিক ডাক্তৰে ক'লে ঃ আমি অৰ্থাৎ জেনেৰেল মেডিকেল প্ৰেক্‌টিশ্যনাৰবোৰক আপুনি ৰাজনীতিক আৰু সাংবাদিকৰ লগত তুলনা কৰিব পাৰে। ৰাজনীতিকে যেনেকৈ গোঁসাই ঘৰৰ পৰা গোহালিলৈকে সকলো বিষয়তে বক্তৃতা দিয়ে, সকলো উদ্বোধন কৰে, সকলো সামাজিক অসুখৰ ব্যৱস্থা দিয়ে আৰু সাংবাদিকে যেনেকৈ ৰজা আৰু খৰিভাৰীৰ ওপৰত সমানে মতামত দিয়ে, আমিও সকলো বেমাৰত একেদৰে চিকিৎসা কৰোঁ। ৰোগীৰ বেমাৰ প্ৰতিৰোধ ক্ষমতাই যদি ৰোগক বাধা দিব নোৱাৰা যেন দেখোঁ, তেতিয়া বিশেষজ্ঞৰ ওচৰলৈ পঠিয়াই দিওঁ। ৰাজনীতিত তদন্ত আয়োগ, বিশিষ্ট নাগৰিকৰ অভিমত লোৱা, আদিৰ নিচিনা কথা। সাংবাদিকেও সেইদৰে অমুকে অমুকত এইদৰে কৈছিল বুলি নিজে কোৱাখিনিকে লোকৰ মুখেৰে কোৱাই দিয়ে। পিছে ডাক্তৰীয়া, মোৰ বিশ্বাস, চিকিৎসা বিজ্ঞানৰ দৰে ৰাজনীতি (অৰ্থাৎ ক্ষমতা লাভৰ ৰাজনীতি) আৰু সংবাদ জগততো বিশেষজ্ঞ সকলক বেলেগ বেলেগ বিষয় দি দিয়া ভাল। তেতিয়া একেজনেই নজনা বিষয়েও এবকলা কৈ বা লিখি, গণ্ডগোলখন নকৰিলেহেঁতেন। আৰু, সংবাদ পত্ৰতো বহুত খালী ঠাই ওলালেহেঁতেন, দৰ্কৰা খবৰৰ কাৰণে। আঙুলিৰ

বিষত মোৰ বক্তৃতা শুনাৰ ধৈৰ্য নাছিল। মনত পেলাই দি ক'লো ঃ পিছে মোৰ আঙুলিটো?

তাকে ক'ব খুজিছোঁ। আপোনাক মই পাঁচ দিনৰ ঔষধ দিওঁ। বহি যায় যদি ভাল। নহ'লে আপুনি চতুৰ্থ দিনাই এজন চাৰ্জন অৰ্থাৎ শৈল্য চিকিৎসকৰ হতুৱাই আঙুলিৰ পাব্‌টো ফলাই পুঁজখিনি উলিয়াবই লাগিব। দেখিছেই নহয়, ৰাজনীতিৰ বহুত কৌশলেৰে বলে নোৱাৰি বৰপেটাত পুলিচ আৰু মিলিটাৰিৰ অপাৰেচন দৰ্কাৰ হ'ল। মোৰ ঔষধে কাম নিদিলে আপোনাৰো আঙুলিৰ অপাৰেচন লাগিবই।

অসুখ হ'লে এটা কথা ভাল হয়; খবৰ লবলৈ মানুহ আহে। সাধাৰণতে বয়সীয়াল মানুহেই আহে। আৰু বহুত বয়সস্থই ক'ব খোজা অনেক কথা, ঘৰে-পৰে শ্ৰোতাৰ অভাৱত; তেওঁলোকৰ মুৰতে কিউ কৰি ৰাখে; অৰ্থাৎ শ্ৰোতা পালেই উলিয়াই দিব পৰাকৈ সাজু কৰি ৰাখে। ইতিমধ্যে, আঙুলিত হোৱা সংক্ৰামণ ভাল কৰিবলৈ দিয়া ডাক্তৰি ঔষধে বিষক্ৰিয়া (বা তেওঁলোকৰ মতে ৰিয়েক্‌চন) কৰি মোৰ ওঁঠ আদি উখহাই পেলাই কথা ক'ব নোৱাৰা কৰিছিল; গতিকে কথা কোৱাতকৈ শ্ৰোতা হ'বলৈ বাধ্য হৈছিলোঁ।

এজনে বেমাৰৰ খবৰ কৰিয়েই অসমৰ পৰিস্থিতিৰ বিষয়ে হুমুনিয়াহ কাঢ়ি ক'লে যে বৰ বেয়া হৈছে। তেওঁক সান্ত্বনা দিবৰ কাৰণে মই ক'লো যে যোৱা ১৫ বছৰে আমি বিদেশী সমস্যা আৰু চৰকাৰৰ চৈধ্য পুৰুষৰ শ্ৰাদ্ধ কৰোঁতেই গ'ল। দেশৰ উন্নতিৰ নামত ৰাইজে চৰকাৰক, আনকি নতুনকৈ হোৱা পাঁচ বছৰীয়া এজিপি চৰকাৰকো, ৰাজহুৱা উত্তেজনা হ্ৰাস কৰাতে ধন-জন খৰচ কৰিবলৈ বাধ্য কৰিলে। ৰাইজ অথবা চৰকাৰৰ দ্বাৰা প্ৰয়োজনীয় উন্নতি প্ৰকৃততে হ'ব পৰা কিবা কাম কৰা হ'ল জানো?

মই যেনিবা কোনোৰ বাহতহে জুই দিলোঁ। তেওঁ মুৰত কিউ কৰি থোৱা কথাবোৰ অনৰ্গল ঢালিবলৈ ধৰিলে। ক'লে ঃ ৰ'ব ৰ'ব, মই এটা কথা কওঁ। মই প্ৰায়ে আপোনাৰ ঘৰলৈ ইমান দিনে আহোঁতে দেখি আহিছো যে আপুনি কেতিয়াবা বজাৰ কৰি আহি ঘৰ সোমাইছেহি, কেতিয়াবা ফুল বা শাক-পাচলিৰ খেতিত পানী দিছে, কেতিয়াবা ঘৰৰে কাৰোবাক পঢ়াই আছে। ইত্যাদিকৈ ঘৰখনৰ দৰ্কাৰী কাম সদায়ে আপুনি কৰি থকা দেখিও, মই কেতিয়াও আপোনাক, আপোনাৰ আগতে মুখ ফুটাই প্ৰশংসা কৰা নাই। এইটো আমাৰ সমাজৰ চৰিত্ৰই, মুখ ফুটাই প্ৰশংসা নকৰিলেও আমি জানো যে, কোনো বিৰূপ মন্তব্য নকৰা মানেই প্ৰশংসা কৰাকে বুজায়। ইংৰাজী কায়দাত কিবা এটা পায়েই, দিওঁতাক ধন্যবাদ বুলি কোৱাটো নগৰীয়া মানুহৰ মাজতহে চলে। গাঁৱত মুখত সন্তোষৰ ভাব ফুটাই তোলাটোৱেই কৃতজ্ঞতা প্ৰকাশ।

যি হওক, কিন্তু কেতিয়াবা যদি মই আহি আপোনাক কিবা অপকৰ্ম কৰা দেখোঁ,

- এই ধৰক মদ্যপান কৰা, হাই-কাজিয়া কৰা, — কাৰোবাক মাৰপিট কৰা, তেতিয়া কিন্তু আপুনি বেয়া কাম কৰিছে বুলি আপোনাকো কম আৰু আনকো কম। অৰ্থাৎ ভাল কাম কৰা দেখি থাকিলে আমি একো নোকোৱাটো আৰু বেয়া কাম কৰা দেখিলে নিন্দা কৰাটো প্ৰতিবাদ কৰাটো, আমাৰ সামাজিক অভ্যাস। চৰকাৰে ভাল কাম কৰালৈকে চৰকাৰক প্ৰশংসা নকৰাটোক ৰাইজে আওকাণ কৰিছে বুলি ভুল নুবুজিব। সেইটো প্ৰশংসাই। কেৱল বেয়া দেখিলেহে ৰাইজে প্ৰতিবাদ কৰে। কথাটো বুজিছেনে?

বক্তৃতা শুনি আমনি লাগিছিল। তাতে আঙুলিৰ বিষ। তেওঁৰ প্ৰশ্নৰ উত্তৰত ক'লো ঃ আপুনি কিয় এই উদাহৰণবোৰ দিলে, মই একো নুবুজিলোঁ।

তেওঁক যেন অধিক উৎসাহহে দিলোঁ। হাঁহি এটা মাৰি ক'লে ঃ আপোনালোক সাংবাদিকৰ সেইটোৱেই বিপদ। যেতিয়া বুজিব লাগে তেতিয়া নুবুজে। এজিপি চৰকাৰৰ দিনতো দেখিলোঁ, এতিয়াও দেখিছোঁ, সংবাদ পত্ৰত চৰকাৰৰ সমালোচনা ওলালেই চৰকাৰৰ মুখপাত্ৰই প্ৰায়ে কয় ঃ অমুক অমুক ভাল কাম আমি কৰোঁতে আমাৰ প্ৰশংসা এবাৰো নকৰিলে। এতিয়া অমুকটোৰ কাৰণে আমাক কুকুৰে কাঁইট নোখোৱা কৰিছে। মই কব খুজিছোঁ যে, ভাল কাম কৰি থকালৈকে মুখেৰে নমতাটো আমাৰ সামাজিক অভ্যাস; আৰু বেয়া কাম দেখিলেই তাৰ প্ৰতিবাদত সৰৱ হোৱাটোও গণতান্ত্ৰিক ৰাজহুৱা চৰিত্ৰ। সেই কথা চৰকাৰ এটাই, মন্ত্ৰী-বিধায়কে যদি নুবুজেই, তেন্তে তেওঁলোকে নিজৰ সমাজখনৰ বিষয়ে একো নাজানে।

ঃ তেন্তে আপুনি কি ক'ব খোজে?

ঃ মই কওঁ যে ৰাজহুৱা সমালোচনা মানেই শত্ৰুতা নহয় ক'ৰবাত আখেজ থাকিলে বেলেগ কথা। কিবা ঔষধ এবিধক আপোনাৰ শৰীৰে সহ্য নকৰি ৰিয়েকচন কৰিছে। তাৰ মানে এইটো নুবুজায় যে আপোনাৰ শৰীৰে সকলো ঔষধকে বেয়া বুলিছে অথবা ঔষধতকৈ বেমাৰকে ভাল বুলিছে। অথবা শৰীৰটোৱে এবিধ ঔষধ সহ্য কৰিব নোৱাৰাটোৱে ঔষধ দিয়া ডাক্তৰবোৰ বেয়া বুলিও নুবুজায়।

জীৱনত কেতিয়াবা কেৱল শুনিব লগা হয়। এই অধমৰ এতিয়া সেই অৱস্থা। ডাক্তৰ আদি সকলোৰে উপদেশ আৰু মন্তব্য শুনি গৈছোঁ আৰু চৰকাৰ-অচৰকাৰৰ আজিৰ ওখোনা উখনিৰ মাজত ভদ্ৰলোকৰ কথাবোৰ সোঁতৰ বিপৰীতে হেন লাগি, বিচাৰৰ বাবে আপোনালোকক দিলোঁ। ❑

*পদ্ম বৰকটকীৰ প্ৰথম লেখা*

# কবিতাটো ছপা হোৱা 'জয়ন্তী'খন দেখাৰ দিনটো মোৰ বাবে বিশেষ দিন

জীৱনত স্মৰণীয় দিন বহুত থাকে। এটা নহয়। আজি ক'বৰ মন গৈছে, মোৰ প্ৰথম কবিতা আলোচনীত প্ৰকাশ হোৱা নিজ চকুৰে দেখি উৎফুল্ল হোৱা স্মৰণীয় দিনটো।

স্কুললৈ যাওঁতে যোৰহাটৰ ডাকঘৰটোৰ পকী প্ৰবেশ পথৰ দাঁতিতে আছিল এডৰা দুৱৰি। আৰু তাৰ ওপৰতে প্ৰায়ে বহি আছিল ফটা-ছিটা কাপোৰ পিন্ধা, হাড়-ছাল ওলোৱা এজনী পাগলী ভিক্ষাৰী। ওচৰেদি যাওঁতে তাই পোন্দোৱাকৈ চায়। পইচা এটা দলিয়াই দিলে তাইৰ চকুৰ খং নোহোৱা হয়। সেই সময়ত স্কুলৰ পাঠ্যত থকা বেজবৰুৱাৰ 'বাটৰ দুবৰী বন', ৰঘুনাথ চৌধুৰীৰ 'অয়ি অনৱগুণ্ঠিতা ফুল্ল শিখৰিণী' আদি কবিতাবোৰ পটি আমনি লাগিছিল। আৰু পাগলিজনী বহি থকা দুবৰীখিনিয়ে মোক স্বৰ্গৰ সলনি মৰ্ত্যৰ বতৰা দিয়া যেন লাগি গ'ল হঠাৎ এদিন। পাঠ্য কবিতাৰ ওপৰত মনে মনে থকা খংটো উজাৰি মেয়ো কিছু কথা কবিতাৰ দৰে লিখি পেলালো। যিসকলে গম পাওক বুলি লিখিলো, সেইসকলক দেখুওৱাৰ উপায় নাই। থৈ দিলো। এবছৰমান মূৰত মন কৰিলো, জয়ন্তী নামৰ আলোচনীখনত দেখিলো আগৰ দৰে ছন্দ মিলাই লিখা কবিতাৰ পৰিবৰ্তে নতুন কবিতা ওলাইছে। মৰ সাহ কৰি, মোৰ কবিতাটো দিলো পঠিয়াই জয়ন্তীলৈ, ডাকযোগে। কেৱল কবিতাটো আৰু মোৰ নাম ঠিকনা দিয়াৰ বাহিৰে সম্পাদকক সম্বোধন কৰি এটা শব্দও লিখা নাছিলো। সেইটো ছপা হৈ ওলোৱা 'জয়ন্তী'খন দেখাৰ দিনটো মোৰ কাৰণে আছিল স্মৰণীয় দিন। মোৰ প্ৰথম লিখা প্ৰকাশ হোৱা সেই দিনটো।

কবিতাটো ইয়াতে দিছো। আজি সেইটো কবিতা যেন লাগক বা নালাগক, মোৰ যে পাঠ্যপুথিত থকা কবিতাৰ কবিবোৰৰ ওপৰত এটা খং আছিল সেইটো কিন্তু এতিয়াও ধৰিব পাৰি। এয়া সেই কবিতাৰ দৰে লিখা খংটো য'ত পুৰণি ছন্দও ওফৰিল।

মৰুভূৰ মাজত ৰেচিচৰ দৰেই
নগৰৰ পিচ দিয়া আলিৰ দাঁতিত
এডৰা দুবৰি বন।
কত কবিক
তাৰ এটা পাতে দিয়ে 'সৰগ বতৰা'।
ক'ত সৌন্দৰ্য-সাধকৰ চকু কৰে
জলক-তবক
সেই দুবৰিত নিয়ৰে 'মুকুতা আঁৰা' দেখি।
কত পূজাৰীয়ে ভাবে,
যদি পূজা-ঘৰৰ ওচৰতে হ'লহেঁতেন।
কোনোবাটি প্ৰেমিকে তাতে দেখে
হয়তো
প্ৰেমিকাৰ চেলেঙৰ ৰঙৰ আভাস।
এটি মলিনা ছিন্নবস্ত্ৰ পৰিহিতা
কংকালসাৰ নাৰী বহি থাকে
সেই দুবৰী ডৰাৰ ওপৰত।
তায়ো ভালপায় দুবৰিডৰাক;
সৰগৰ বতৰা দিয়ে বুলি নহয়।
তেনে বতৰা শুনাৰ আজৰি নাই তাইৰ।
নিয়ৰে মুকুতা আঁৰি আমনিহে কৰে,
তলফালৰ পৰা সেমেকি আহি
তাই জাৰত কঁপি উঠে।
জ্যোৎস্নালোকত নিয়ৰে মুকুতা আঁৰা
বনডৰাই
যেতিয়া কোনোবা কবিৰ মন হৰে,
জাৰত কঁপি কঁপি তেতিয়া তাই
থিয় হয়।

সেই জোনাকত জিলিকে নিয়ৰ,
সোণ; হীৰা,
নিজিলিকে তাইৰ কংকালসাৰ দেহা,
নিৰবৰণপ্ৰায়, ঘৃণিত কুৎসিত।
সেয়ে কবিতাত তাই নাই।
কিন্তু কিয় তায়ো ভাল পায়
দূবৰিডৰাক?
ক্ষুধাতুৰ, অৱসন্ন দেহটোক
দুবৰিৰ ওপৰত থৈ তাই
অনুভৱ কৰে তায়ো তৃণীৰ আৰাম।
আনৰ দৰে তায়ো ভাল পায়, নিজ
দেহাটোক ।
কটা মাটি আৰু পকী আলিতকৈ
বহুত কোমল দূবৰিডৰা
সেয়ে তাই ভাল পায় দূবৰি।
আৰামী চকীত বহি বিচনিৰ বা লৈ
দূবৰি দলিচাৰ কবিতা লিখা
কবিতকৈ
তাই দূবৰিডৰাক বেছি ভাল পায়
বেছি জানে। ❑

('আজি'ৰ দেওবৰীয়া চ'ৰাত প্ৰকাশিত)

*পদ্ম বৰকটকীৰ অন্তিম লেখা*

# মণিৰাম দেৱানক সুঁৱৰি

**মা**ফ কৰিব, বয়স বঢ়াৰ সুযোগত দেহৰ কিছুমান অংগই গান্ধীৰ অসহযোগ কৰে। তাৰে কবলত পৰিছিলো। পিছে দপদপাই উঠিলো, ক'লো লিখিব নোৱাৰা হৈ পৃথিৱীত ঠাই বন্দী কৰি জীয়াই থাকিম কিয়? বাধ্য হৈ আজি লিখিব পৰা কৰি দিছে।

নিদিলে উপায়ো নাই। এই এসপ্তাহৰ পিছতে মণিৰাম দেৱানক ইংৰাজে ফাঁচি দিয়াৰ দিন। সেই দিনটোক সুঁৱৰি নিলিখি থাকিব নোৱাৰি। আমি কিবা কাৰণত অতীত বীৰক সুঁৱৰিবলৈ পাহৰি যাওঁ। অসমক ৬০০ বছৰীয়া স্বাধীন ৰাষ্ট্ৰৰ মৰ্যাদা দিয়া চুকাফাৰ দিনটোকে আমি পালিবলৈ লৈছো আজি মাত্ৰ কেইবছৰমান আগৰ পৰাহে। ইংৰাজ চৰকাৰে দোষী পাই ফাঁচি দিয়া মণিৰাম দেৱান দেশপ্ৰেমীক আছিল বুলি বহু বছৰ আমি ক'ব নোৱাৰিলো। যুক্তিও অৱশ্যে। ব্ৰহ্মদেশৰ মানৰ অত্যাচাৰৰ পৰা অসমক উদ্ধাৰ কৰি, সেই সময়ত ইংৰাজ চৰকাৰ হৈ পৰিছিল আমাৰ উদ্ধাৰকৰ্তা। গতিকে মানতকৈ মান খেদোৱা ইংৰাজৰ ওচৰত সেই সময়ত বহু দেশকৰ্মী কৃতজ্ঞ হৈ পৰিছিল। গতিকে মানুহে মণিৰামক ফাঁচি দিয়াৰ বিৰুদ্ধে একো কোৱা নাছিল। কিন্তু জাতিটোৱে সম্বিৎ ঘূৰাই পালে। তাৰ পূৰ্ণ প্ৰকাশ ঘটিল বেণুধৰ শৰ্মাই লিখা মণিৰাম দেৱানত। শৰ্মাই বিভিন্ন উদ্ধৃতিৰে প্ৰমাণ কৰি দেখুৱালে যে ইংৰাজে কোনা সাক্ষী-প্ৰমাণ নোহোৱাকৈ মণিৰাম দেৱানক ফাঁচি দিলে, আমাকো ইংৰাজ-বিৰোধী কাম নকৰিবলৈ সাৱধান কৰি দিবলৈকে। বেণুধৰ শৰ্মাৰ 'মণিৰাম দেৱান' নামৰ ৩৪৪ পৃষ্ঠাৰ গ্ৰন্থত শৰ্মাদেৱে পৰিষ্কাৰকৈ প্ৰমাণ কৰিছে যে মণিৰাম দেৱানৰ আন যি দোষ থাকক-নাথাকক, তেওঁ অসমক স্বাধীন কৰি ৰাখিব খুজিছিল। তেওঁৰ মতে মান-চৰকাৰৰ লগত কৰা এক চুক্তিৰে ইংৰাজে অসমৰ স্বাধীনতা হৰণ কৰিব নোৱাৰে। আৰু মণিৰাম দেৱানে কলকাতালৈ গৈ ইংৰাজী প্ৰতিনিধিক অনুৰোধ কৰিছিল যে ৰাজবংশৰে এজনক ৰজা পাতিবলৈ। সেইটো যদি কিবা কাৰণত সম্ভৱ নহয় কৈছিল যে লাগে মোকেই ৰজা পাতক। কিন্তু অসম ইংৰাজৰ অধীন হ'ব নোৱাৰে। সেইটোকে চেলু লৈ, বিশেষকৈ কলকাতাৰ লাটু বাবু নামৰ এজন মধ্যস্থতাকাৰীৰ আগত নিজৰ পৰিকল্পনা জনালে আৰু সেই লাটু বাবুৱে

সকলো খবৰ ইংৰাজৰ প্ৰতিনিধিক জনালেগৈ। তেতিয়া গোটেই ভাৰততে ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহ বিয়পি পৰিছে। সেই বিয়পাটো অসমতো নহ'বৰ কাৰণে ইংৰাজ ৰাজপ্ৰতিনিধিয়ে মণিৰামক গ্ৰেপ্তাৰ কৰিলে আৰু জাহাজেৰে অসমলৈ পঠিয়াই দিলে। তেওঁলোকৰ উদ্দেশ্য আছিল এইটোৱেই যে ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে ফাঁচি দিয়াৰ নিচিনা গুৰু শাস্তি দিয়া হ'ব। ইংৰাজে ভবা মতেই কাম হ'ল, মণিৰাম দেৱানক যোৰহাটত ৰাজহুৱাভাৱে ফাঁচি দিলে। ভবা মতেই মানুহে ভয় খালে। মণিৰাম দেৱানৰ সপক্ষে তেতিয়াৰ বুৰঞ্জীত একো লিখা নহ'ল। একমাত্ৰ গাঁৱৰ মানুহে মণিৰাম দেৱানৰ গীত ৰচি তেওঁক অমৰ কৰি ৰাখিলে—

'ৰূপৰ ধোঁৱাখোৱাত খালি ঐ মণিৰাম
সোণৰ ধোঁৱাখোৱাত খালি
ৰজা হ'বলৈ ওলালি মণিৰাম
ডিঙিত চিপেজৰী ল'লি।'

স্বৰ্গীয় বেণুধৰ শৰ্মাইহে মণিৰাম দেৱানক বিপ্লৱী বীৰ হিচাপে প্ৰতিষ্ঠা কৰিলে। শৰ্মাদেৱ বুৰঞ্জীবিদ নহয়, কিন্তু বুৰঞ্জীৰ তথ্য-তত্ত্বৰে তেওঁ বহুত কথা সমাধান কৰি গৈছে। আৰু এটা ডাঙৰ কথা হ'ল শৰ্মাদেও মণিৰাম দেৱানৰ দৰে ২৬ ফেব্ৰুৱাৰীত ঢুকাইছিল আৰু মণিৰামৰ দৰে একে ঠাই চাৰিঙত জন্ম লাভ কৰিছিল। অসম ৰজা ৰাজত্বকালত চাৰিং বিখ্যাত ঠাই আছিল। সকলো ৰাজনৈতিক গুৰগুৰিয়া মেল বোলে চাৰিঙত আৰম্ভ হৈছিল।

নিজৰ জাতিৰ অতীত বীৰসকলক চিনি নোপোৱাটো কুলক্ষণ। আশা কৰো চুকাফা আৰু জ্যোতিপ্ৰসাদৰ দৰে মণিৰামৰ মৃত্যু দিৱসো একেদৰে অনতিপলমে উদ্‌যাপন কৰা হ'ব। ❑

(২৪ ফেব্ৰুৱাৰী, ২০০৮ 'অসম বাণী'ত প্ৰকাশিত)

# পাহৰা দিনৰ সুৰভি লৈ........

পদ্ম বৰকটকীৰ সৈতে ঘনিষ্ঠ কেইগৰাকীমান
স্বনামধন্য ব্যক্তিৰ চিঠি

নতুন দিল্লী,
১৪ চেপ্তেম্বৰ, ১৯৬৪

মৰমৰ পদম্ঃ

আজি পুৱা তোমাৰ চিঠি পাইছো। চিঠি পাই বৰ ভাল পাইছোঁ। "আঁচুফুল"ৰ প্রুফ তুমি চাই দিছা বুলি শুনি বৰ ভাল পাইছো। মোৰ উশাহ ল'বলৈ সময় নাই—এনে অৱস্থাত তোমাৰ সহায় পাই বৰ ভাল পাইছোঁ। এনেকৈ সহায় পোৱা এইয়ে মোৰ প্রথম অভিজ্ঞতা। "আঁচুফুল"খন ওলালে কেইটামান কপি মোলৈ পঠাবলৈ ক'বা দেই। অন্ততঃ একপি হ'লেও হ'ব।

নৱযুগত ওলোৱা তোমাৰ প্রবন্ধ পঢ়িছো। এইবাৰ অসমত ধুবুৰীৰ পৰা ডিব্রুগড়লৈকে ভ্রমণ কৰিছিলো। বহুতৰে মুখত বিশেষকৈ উজনি অসমত, "কোনো খেদ নাই"ৰ কথা শুনিছিলো। তোমাৰ কেইটামান মন্তব্যৰ বিষয়ে তোমাৰ সৈতে আলোচনা কৰিবলগীয়া আছে। এইবাৰ উলটি যাওঁতে.........দস্তুমত্ তোমাৰ সৈতে আলোচনা কৰিম। মোৰ জানিবলগীয়া কিছু কথা আছে।

"প্রতিনিধি"ত অ. বৰুৱাই মোৰ বিষয়ে লেখা কথাখিনি পঢ়িছো। মই বেয়া পোৱা নাই। সম্ভৱতঃ মানুহে মোৰ পৰা বহুত বিচাৰে—মোৰ অক্ষমতা বা অপাৰগতাৰ বিষয়ে নাজানে। সেইখিনিতেই হৈছে আহুকাল। ৰাজনীতি আৰু সাহিত্যচৰ্চা—দুয়োটা কাম একেলগে কৰাটো টান। আনকি নেহৰুৱেও শেষৰ ফাললৈ কৰিব নোৱাৰা হৈছিল। ডক্টৰ ৰাধাকৃষ্ণনেও নোৱাৰা হৈছে। ময়ো এটা সিদ্ধান্ত গ্রহণ কৰিবলগীয়া হ'ল। ৰাজনীতি নাইবা সাহিত্যচৰ্চা??

গা-মূৰ বৰ ভাল নহয়—এক প্রকাৰ চলি আছো। তোমাৰ মঙ্গল কামনা কৰিলো।

মৰম জানিবা।

ইতি
তোমাৰ হেম বৰুৱা

নতুন দিল্লী,
৭ মে, ১৯৬৫

মৰমৰ পদম্ঃ

আজি কেইদিনমানৰ পৰা তোমালৈ অসম্ভৱ মনত পৰি আছে। আনকি তোমাৰ তামোল খাই হাঁহি থকা মুখখন বাৰে বাৰে চকুৰ আগত জিলিকি উঠি আমনি কৰি আছে। তুমি যে একেবাৰে নিস্তব্ধ হৈ গ'লা! কিয়? তোমাৰ খবৰ পাবলৈ আজি কেইবামাহেও "প্ৰতিনিধি"খনো পোৱা নাই।

চিঠি পোৱা মাত্ৰকে তোমাৰ কুশল বাতৰি জনাই মনৰ চিন্তা দূৰ কৰিবা বুলি আশা কৰিলোঁ। আমাৰ একপ্ৰকাৰ ভাল। দুয়ো মৰম জানিবা। ............ নবৌৱেৰাই কৈছে চিঠিৰ লগতে বোৱাৰীৰ এখন ফটো পঠাই দিবলৈ।

ইতি
তোমাৰ
হেম বৰুৱা

ৰিহাবাৰী, গুৱাহাটী
গধূলি ৮ বজাত
৫/৩/৬৫

মৰমৰ পদ্ম,

তোমাৰ চিঠি এখন মোৰ ওচৰ পোৱাহি কতীয়া মাহেৰে এমাহমান হ'ল। সমিধানটো নপঠিৱাত তুমি আকৌ কিবা ভাবিব পাৰা। ভাবিবলৈ অৱশ্যে একো নাই। কিয়নো মোৰ চিঠিৰ উত্তৰ পাবলৈ যদি এবছৰ খাপ দিব লগীয়া হয়, তোমাৰ চিঠিৰ পাবলৈ এমাহ ৰোৱাটো একো আচৰিত নহয়। গালিশপনি খাই যে শেহত্তত উত্তৰটো দিলাগৈ, তাতেই পৰম সন্তোষ। গালি-শপনিয়ে তোমাক যদি কিবা অপকাৰ কৰিলে ক'ব নোৱাৰোঁ, মোৰ কিন্তু অমৃত যেন লাগিল; কাৰণ, সেই গালিয়ে প্ৰত্যুত্তৰ আনিলে।

সেই ছবিখন, সেই আপুৰুগীয়া ছবিখন, সেই ঐতিহাসিক হেঁপাহৰ আপুৰুগীয়া ছবিখন ইমান দিনে তোমাৰ তাত গাপ-দি থোৱাত মোৰহে নালাগে, বহুতৰে আনন্দ-তৃপ্তিৰ মূৰত মাধমাৰ পৰিল। যি হ'ল হ'ল, এতিয়াও যদি তুমি কোৱামতেই ওলায়, নাই মোমাইতকৈ কণা মোমাইয়েই ভাল বুলি মন তাপৰি থাকিব লাগিব।

"আমাৰ প্ৰতিনিধি" আমাৰ বুলি ক'বলৈ, মোৰ হাতত এখনিও পৰাহি নাই। উত্তৰ লক্ষীমপুৰ আৰু যোৰহাটৰ জনদিয়েক কলেজীয়া ছাত্ৰই মোৰ "কূটা" ওলোৱা নাই বুলি লেখিছে। মোৰ কূটাখিনি দেখাত নিচেই তুচ্ছ আৰু অলাগতিয়াল। কিন্তু আমাৰ দেশত যদি দেশাত্মবোধ থকা ডেকা ওলায়—যদি কিয়, ওলাবই—তেতিয়া "টোকোৰা বাঁহৰ কূটা" বিচাৰি ল'ৰাহঁত হাবাথুৰি খাব। শুনিছোঁ, গুৱাহাটী বিশ্ববিদ্যালয়লৈ আমেৰিকাৰ পৰা দুই লাখ টকা আহিছে— আমাৰ দেশহিতৈষী, সাহিত্যিক, জাতীয়তাবাদী সকলৰ documentary evidence (লিখিত প্ৰমাণ বা স্বাক্ষৰ) সংগ্ৰহ কৰিবলৈ, আৰু সাংস্কৃতিক অনুষ্ঠান আৰু বাতৰি-আলোচনী কাকতৰ যথাযথ ইতিবৃত্ত পদে-প্ৰমাণে ৰাইজৰ আগত ডাঙি ধৰিবলৈ। সময়ত তোমাৰ "আমাৰ প্ৰতিনিধি"য়েই সঁচাসঁচি আমাৰ প্ৰতিনিধি হ'বগৈ পাৰে।

মোৰ "অৰ্ঘ্যাৱলী" ওলাল। Elm Press এ পঠিয়াইছে। প্ৰকাশন বৰ্ডে টকা দিয়া নাই, দিম— দিম বুলি টুটুৱাই আছে—অথচ বৰ্ডৰ ভূমিকাও ওলাই গ'ল। এল্‌ম্‌ প্ৰেছত খবৰ কৰি এখন নিবা।যদি ইতিমধ্যে সকলো পঠালে, তেন্তে মোক জানিবলৈ দিবা। তুমি ৰমাকান্ত বৰকাকতিৰ ব্লকটো নিদিয়াত "অৰ্ঘ্যাৱলী"ত তেওঁৰ ছবি দিব নোৱাৰিলো।

তোমাৰ ওচৰত থকা প্ৰেছটোৰ ক'টেশ্যন পঠাবাচোন।

মৰম লবা। ইতি—

বেণুধৰ শৰ্মা

শ্ৰদ্ধেয় শ্ৰীযুত বৰকটকী

মই কালিহে তেজপুৰ পাইছোহি। গুৱাহাটীৰ পৰা আহিয়েই আপোনাৰ চিঠিখন পালো। 'নতুন প্ৰতিনিধি' আপুনি মোলৈ পঠাইছিল- প্ৰাপ্তি স্বীকাৰ আজিলৈকে কৰিবকে নোৱাৰি নিজেই লাজ পাইছো। এই মাহটো ইফালে সিফালে ঘূৰি ফুৰাৰ কাৰণে সময়মতে চিঠি-পত্ৰ কালৈকো দিব পৰা নাই। অশেষ ধন্যবাদ দেই। 'আমাৰ প্ৰতিনিধি'ৰ পৰা আপুনি ওলাই অহা কাৰণে বৰ বেয়া লাগিল। একেখনতে থাকি তাতে উন্নতি কৰিব পাৰিলে বেছি ভাল আছিল, গাম্ভীৰ্যও থাকে আৰু সকলোতে শ্ৰদ্ধাও নিশ্চয় বেছি বাঢ়ে। যিহওক হোৱাটো হ'লেই। আপুনি এইবছৰো জ্যোতি সংখ্যা উলিয়াব বুলি শুনি আনন্দ পাইছো। মই যিমান পাৰো সহায় কৰিমগ অৱশ্যে খুব বেছি যে সহাৰি পাম ক'ব পৰা নাই। সিবাৰো বৰ যত্ন কৰিবলগীয়া হৈছিল। সামান্য হ'লেও যি পাৰো চাম। আশা কৰো আপোনাৰ যত্নত জ্যোতি সংখ্যা সুন্দৰ হৈ ওলাব। 'নতুন প্ৰতিনিধি'ৰ সৰ্বাঙ্গীন উন্নতি কামনা কৰিলো।

শ্ৰদ্ধাৰে।

ইতি
পদ্মা আগৰৱালা
তাং ঃ ২৯/১১/৬৫

('আমাৰ প্ৰতিনিধি' এৰাৰ পিছত পদ্মা আগৰৱালাই পদ্ম বৰকটকীলৈ খেদ প্ৰকাশ কৰি লিখা চিঠিখন। পদ্মা আগৰৱালা সম্বন্ধত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ খুড়ীয়েক)

তাং ঃ ৭/১/১৯৮৫

My dear Padma,

Thanks for C.I. shining in the sky. Yes, feed this idea to Rajib, he will make a lovely slogan out of it.

You have been soft towards the opposition. You have used the tern "sterialized" – I would say costrated as opposed to C.I. let as call the opposition C.O. i.e. "Castrated opposition" as they can never perform any act sexual or political.

সৰুতে পঢ়া মনত আছেনে?

কিং ত্বয়া ক্রিয়তে ধন্যা যা ন সুতে ন' দুগ্ধদা?

(এনে এজনী গৰু কিনি কি কৰিবা যি গাখীৰো নিদিয়ে, যাৰ পোৱালীও নজগে। '৮২ ৰ পাছত লগ পোৱাই নাই, চিঠিও বছৰত এখন, তাকো আনে ছপাই দিয়া, চহীটোহে তোমাৰ। কালি তোমাৰ কেইবাজনীও Fan এ তোমাৰ address মোৰ পৰা নিছে। এজনীয়ে তেখেতৰ মনৰ দাপোণৰ অভয় আপুনিয়েই নহয় জানো বুলি সুধিলে মই ক'লো তেখেতক গুৱাহাটীত লগ পাই সোধাগৈ। যাব হেনো।

মোৰ ল'ৰা দুটাই এইবাৰ B.Sc. দিব। এটাই Physics Honours বৰটোৱে Geology Honours সিহঁতক মানুহ কৰাত তুমি সহায় কৰিব লাগিব। এতিয়াই কৈ থৈছো।

বৌৱেৰৰ ভাল, ভাত্ বাঢ়ি দিয়ে খাও। চাজাহা-মমতাজৰ কবৰৰ দৰে, আঁতৰে আঁতৰে; বেলেগে বেলেগে; লেপৰ কফিনত শোও। এই দৰেহে জাৰ গুছে হেনো। তোমাৰ তালৈ Glaxo কঢ়িয়াবৰ হ'লে খবৰ দিবা। আজিলৈ ইমানতে। দুয়োলৈ আমাৰ মৰমেৰে—

অভয়

ডি চি বি ৰোড,
তৰাজান, যোৰহাট
দিনাংক ঃ ৬/৪/৮৪

শ্ৰদ্ধাভাজন

বৰকটকীদেউ,

আগন্তুক ৰঙালী বিহুৰ শুভেচ্ছা জনালো।

"অগ্ৰদূত"ত আপোনাৰ গুলীৰ আৱাজ ইমান ঘনাই শুনি ভয়েই খাইছিলো। এইবাৰ আৰু কাক বধে ঠিক নাই।

এতিয়াইলৈকে Target ঠিকেই হৈছে, পিছে চাব চিকা নুগুলীয়াই যেন! আৰু এটা কথা বেছিকৈ গুলীয়ালে, মানে মই "ৰেপিড ফায়াৰ"ৰ কথা কৈছো, বেৰেল্‌ডাল over heated হৈ আগলৈ অকামিলা হৈ পৰিব পাৰে। তেতিয়াহে লেঠা।

সিপিঠিত খণ্ডিয়া বৰকটকীদেৱৰ এটি স্কেচ্ছ দি সামৰিলো।

শেষত অশেষ মৰম প্ৰীতিৰে

আপোনাৰ
অভয় দুৱৰা

*(চিত্ৰ শিল্পী অভয় দুৱৰা এজন সুদক্ষ আৰক্ষী বিষয়া আছিল। কৰ্মসূত্ৰে তেওঁ শিলঙত থকা অৱস্থাতে বৰকটকীৰ লগত প্ৰথম পৰিচয় হৈছিল। পিছলৈ তেওঁলোকৰ বন্ধুত্ব গাঢ় হৈ পৰিছিল। অৱসৰৰ পিছত দুৱৰা যোৰহাটৰ তৰাজান আৰু শেষলৈ ডিব্ৰুগড়ৰ আমোলাপট্টিত স্থায়ীভাৱে থাকিবলৈ লয় আৰু তাতেই তেওঁৰ জীৱনাৱসান হয়।)*

Shillong
তাং ঃ ১/১২/১৯৭০

প্ৰিয় শ্ৰীবৰকটকী

আপুনি শুভেচ্ছা জনাই দিয়া চিঠিখন পালো। বৰ ভাল লাগিল। কাৰণ চিঠিখনে 'আপোনাকে' মোৰ ওচৰলৈ লৈ আহিলে।

মন্ত্ৰী (সৰু বিধৰ) হ'লো। কেনেকৈ জানো হ'লো, কিয়নো হ'লো মই নাজানো। এজন বন্ধুৱে লগ পাই ক'লে-- (তেওঁ যিটো ভাষাত ক'লে তেনেকৈ ক'বলৈ তেওঁৰ পূৰ্ণ অধিকাৰ আছে) "হক তেওঁ। ভেকুলীৰ পিঠিত নোম গজিল"। আচলতে ময়ো তেনেকৈয়েহে ভাবিছো।

আপুনি মোৰ কোনোবা এটা ফাল বেয়া পায়। কংগ্ৰেছী ৰং লগা ফালটো। আন এটা ফাল ভাল পায়। ভালপোৱাই চুই গ'লেই মই ভাল পাওঁ।

আপোনাৰ শুভেচ্ছা মোৰ পাথেয় হৈ থাকিব। সেয়ে অসংখ্য ধন্যবাদ।

শ্ৰদ্ধা আৰু প্ৰীতিৰে
আপোনাৰ
পৰমানন্দ গগৈ

(বিশিষ্ট সমাজবাদী নেতা প্ৰয়াত পৰমানন্দ গগৈ তদানিন্তন শৰৎ চন্দ্ৰ সিংহ মন্ত্ৰীসভাৰ ৰাজহ আৰু বন বিভাগৰ ৰাজ্যিক মন্ত্ৰী আছিল)

মৰমৰ দাদা

মোৰ টেলিফোনৰখন চিঠি পালেনে? কালি NET অত আপোনাৰ শেষ অংশ আৰু "পূবাচল" (২-৭-৯১) ত হৰেণ দত্তৰ কবিতা ওলাইছে।

প্ৰথমতে আপোনাৰ ওপৰত লিখাখিনি সম্পৰ্কে আপোনাৰ মতামতৰ কাৰণে মই বৰ আগ্ৰহী। কেইটামান দৰকাৰী বাক্য ক্ষীৰেণে কিয় বাদ দিলে ক'ব নোৱাৰোঁ। সেই বাক্য কেইটা আটাইতকৈ মূল্যবান বাক্য আছিল মই Justice Khosla ৰ 'Pornography & literature' শীৰ্ষক প্ৰবন্ধ Quote কৰিছিলো। যিটো উদ্ধৃতিয়ে আপোনাৰ উপন্যাসৰ মূল্য খুব বেছি কৰি দিলেহেঁতেন। কি কৰিব! এয়া সম্পাদকৰ prerogative ক্ষীৰেণ ৰয়লৈ মই অনুৰোধ কৰিম— কিবা বাদ দিলে এবাৰ মোৰ লগত আলোচনা কৰিলে কৃতজ্ঞ হ'ম। গোসানী ডাঙৰ-পূজাৰ পেঁওলত নোসোমায়। সেইবুলি গোসানীৰ মূৰটো/ভৰিটো কাটি চাপৰ পূজা ঘৰত সুমুৱাই দিলে, মূৰ কটা, ভৰি কটা গোসানীৰ যি ৰূপ হ'ব— লেখকৰ লেখাৰ ঠাইৰ নাটনিৰ কাৰণে য'তে ত'তে কলম চলালে লেখাৰ মূল্য আৰু সৌন্দৰ্য হ্ৰাস হয়। How I wish Dr. Roy had not deleted my reference of Mr. Justice G. D. Khosla.

এবাৰ আহিলে বৰ ভাল পাম।

মৰমেৰে
জ্ঞানানন্দ শৰ্মা পাঠক
৩-৭-৯১

আপোনাক লগ পোৱাটো মোৰ সম্পূৰ্ণ ব্যক্তিগত কাৰণত দৰকাৰ— যিমান সম্ভৱ হয় সোনকালে।

NET ৰ ২৮ তাৰিখত মই হিতেশ্বৰ শইকীয়া সম্পৰ্কে লিখা চিঠিখন পঢ়িব।

*(২০০৫ চনত পদ্ম বৰকটকীৰ লেখক জীৱনৰ ৫০ তম্ বৰ্ষ উপলক্ষে উন্মোচিত "এক তেজাল নতুন ধাৰা" শীৰ্ষ গ্ৰন্থখন পঢ়ি "বাণী প্ৰকাশন"ৰ স্বত্বাধিকাৰ তথা বৰকটকী দেৱৰ উপন্যাসৰ প্ৰথম প্ৰকাশক হৰি সাধন ভট্টাচাৰ্যীয়ে তেওঁৰ অনুভৱ প্ৰকাশ কৰি বৰকটকী দেৱলৈ লিখা চিঠিখন।)*

তারিখ ঃ ১১-০৮-০৫

প্রিয় পদ্ম বাবু,

আপনার সাহিত্যের সরস সমালোচনার বই খানা পড়ে ভালো লেগেছে। তবে প্রথম আপনার লেখাকে ভালো লাগার অধিকার কিন্তু ছেড়ে দিচ্ছি না।

ধন্যবাদ এখন্তেক কে ঝক ঝকে এমন এক খানা সরস গ্রন্থ পাঠকের হাতে তোলে দেওৱার জন্য। ধন্যবাদ ধেমাজি বুক ষ্টলকে এমন সুন্দর এক খানা গ্রন্থের পরিবেশনার দায়িত্ব নিয়েছেন বলে।

বই খানা হাতে নিয়েই কম বয়সের ঝাক ঝাকা স্মৃতি মনের মনিকোঠায় এসে ভিড় জমানো। আপনার সঙ্গে আমার পরিচয়ের প্রথম মুহূর্তটিও নাটকীয়তায় ভরা। আপনাকে প্রথম দেখেই মনে হয়েছিল যেন 'এক হঠাৎ আলোর ঝলকানি। আমহার্ট ষ্ট্রিটে সেন্ট পলসের আগে ওদের গেটের পাশেই আমাদের একখানা ভাড়া করা ঘর ছিল। 'সতীশদা' ছিলেন আমাদের কোলকাতা শাখার প্রাণ-পুরুষ। ডাঃ বিধান চন্দ্র রায়ের Air Liner Airways India র flight সমানেই কোলকাতা-গুয়াহাটী up-down করতাম, বেশীৰ ভাগ সময় থাকতাম গুয়াহাটীতে।

একবার ফিরে এসে আপনার সঙ্গে আমাৰ প্রথম দেখা। আস্তে আস্তে আলাপ ভালোলাগার পর্যায় পৌছে গেল। আপনার অনেক কথা, অনেক গল্পই আমার জানা হয়ে গেল, কেবল জানলাম না আপনি লেখা-পড়াতে কারবারি। এটা জানতে অনেক সময় কেটে গেল। শুনলাম দিল্লী আকাশবানীতে এক নিযুক্তিপত্র নিয়ে এসে শ্রদ্ধানন্দ পার্কের গায়ে ইণ্ডিয়া হোটেলে উঠেছেন। এখানে এসেই কোলকাতার মায়ায় সব ভুলে কোলকাতায়ই আছেন।

একদিন আমহার্ট ষ্ট্রিটে এসে দেখি আপনি বিরস মুখে বসে আছেন। আশ্চর্য হলাম সূর্য কেন রাহু গ্রস্ত! জিজ্ঞাস করলাম, 'কি হ'ল পদ্ম বাবু'?

একটা খাতায় লেখা পাণ্ডুলিপি আমার হাতে তুলে দিলেন, বল্লেন ওটা আর বনছিনা।

খাতা খানা উল্টে পাল্টে দেখলাম স্রেফ্ 'বনগীতি'। সতীশ বাবুকে বল্লাম এটা আজই ছাপতে দিন, দেখুন কি হয়।

অলঙ্করনের দায়িত্ব পদ্ম বাবু ও ত্রৈলোক্য দত্তকে দিয়ে কাগজ ও মলাটের কাগজের বাজারটা আমিই করলাম। অলপ দিনের মধ্যেই 'সপোন দেখো মই' হৈ হৈ করে বেরিয়ে গেল। বড় বড় পুস্তক বিক্রেতাদের 10 কপি করে VP করে পাঠানো হ'ল Review এর জন্য। অসমবানী আর Tribune এ মাস খানেক ধরে ওরাই Publicity করে দিল। আমাদের আর বিশেষ কিছু করার হয়নি। কেবল প্রশংসা জুড়ানো ছাড়া।

যাক পদ্ম বাবু জিন্দাবাদ—

বনী বিচিত্রা নেওয়ার জন্য ধন্যবাদ। টাকাও পাঠাব।

বৌদি কেমন আছেন? ওর আতিথেয়তা ভোলা যায়না। মেয়ে দুটিকে স্নেহ জানাবেন।

প্রীতি
হরি সাধন

'Memoir's হবে কি?



পদ্ম বৰকটকী [illegible]
ভূপেন হাজৰিকা [illegible]তাত



পদ্ম বৰকটকী, ১৯৪৭ চনত



বিশিষ্ট সাহিত্যিক হেম বৰুৱাৰ
লগত পদ্ম বৰকটকী



শিল্পী অভয় দুৰৰাই অঁকা পদ্ম বৰকটকীৰ 'পোৰ্ট্ৰেইট', ১৯৬৭



৩০ জুলাই, ২০০৩ত পদ্ম বৰকটকীৰ জন্ম দিনত শুভেচ্ছা জনাইছে
কনকসেন ডেকা আৰু তেওঁৰ পৰিয়ালে



সপৰিবাৰে পদ্ম বৰকটকী, ৩০ জুলাই, [illegible]৩ চনৰ জন্মদিনত



পদ্ম বৰকটকী ২০০৮ চনত



পদ্ম বৰকটকী আৰু পত্নী ইন্দিৰা বৰকটকী ২০০৮ চনত

# মনুষ্যত্ববোধৰ চেতনাৰে সমুজ্জ্বল বৰকটকী

শশী শৰ্মা

বহুমুখী প্ৰতিভাৰ অধিকাৰী পদ্ম বৰকটকীয়ে প্ৰায় নিৰবচ্ছিন্নভাবে সাহিত্যসেৱা কৰি যোৱা ১১ মাৰ্চ মঙলবাৰে বিয়োগ বৰণ কৰিলে। তেওঁ সাংবাদিক। সাংবাদিক হিচাপেও অগতানুগতিক। সাংবাদিকক যে সমাজৰ চতুৰ্থ স্তম্ভৰ মৰ্যাদা দিয়া হয়, বৰকটকীয়ে এই মৰ্যাদা অক্ষুণ্ণ ৰাখিছিল বুলি বুকু ডাঠি ক'ব পাৰি। কাৰণ তেওঁ প্ৰায়েই নিৰপেক্ষভাবে চৰকাৰ-অনাচৰকাৰ সকলো পক্ষকে গণতন্ত্ৰৰ পোহৰত সংযত কৰিবলৈ সমৰ্থ হৈছিল। তেওঁ সততে থাকিছিল দেশৰ জনগণৰ কথাতহে। আৰু ইয়েই হ'ল সমাজৰ চতুৰ্থ স্তম্ভৰ প্ৰকৃত লক্ষণ। সমাজ সচেতন নাগৰিকসকলে লক্ষ্য কৰি আহিছে যে আমাৰ দেশৰ এক গৰিষ্ঠসংখ্যক সাংবাদিক সময়ৰ সোঁতত উটি ফুৰিছে, লক্ষ্য ব্যক্তিগত স্বাৰ্থসিদ্ধি। সাংবাদিকসকলে জনগণৰ প্ৰায়েই বিশ্বাসঘাতকতা কৰি আহিছে। কিন্তু সেই ক্ষেত্ৰত পদ্ম বৰকটকী ব্যতিক্ৰম। যি নিচেই কম সংখ্যক সাংবাদিক সময়ৰ সোঁতৰ বিপৰীতে যথাৰ্থ গণতন্ত্ৰৰ পক্ষত অটল হৈ আছে, সেইসকলৰ অন্যতম আছিল পদ্ম বৰকটকী। গণতান্ত্ৰিকতাবোধ আৰু মনুষ্যতাবোধে পদ্ম বৰকটকীক সমুজ্জ্বল কৰি ৰাখিছে, আগলৈও জিলিকি থাকিব। তেওঁ গল্প, উপন্যাস, নাটক, প্ৰবন্ধ, কবিতা সকলোতে হাত দিছিল আৰু প্ৰায় প্ৰতিটো দিশতে সফলতাও লাভ কৰিব পাৰিছিল। অসমত সাহিত্য সমালোচক বহু। কিন্তু সুস্থ সমালোচনাৰ সৃষ্টি হৈছে বৰ কম। সুস্থ সমালোচনা এক নতুন সৃষ্টি। সুস্থ সমালোচকে প্ৰকৃততে পুনঃ সৃষ্টি কৰে। 'মন কৰিবলগা', 'বৈশিষ্ট্যপূৰ্ণ' বুলি কৈ থৈ পালমৰা সমালোচনাক কোনোপধ্যেও সৃষ্টিধৰ্মী সমালোচনা বুলিব নোৱাৰি। তেনে বহু সমালোচনাই তাৎপৰ্যপূৰ্ণ প্ৰকৃত অৰ্থত সিবোৰ সমালোচনা পদবাক্যই নহয়। পদ্ম বৰকটকী বিষয়ক সমালোচনাও কম প্ৰকাশ পোৱা নাই। কিন্তু তেওঁৰ সৃষ্টিৰ মূলদৰ্শন যে গণতান্ত্ৰিকতা আৰু মনুষ্যত্ববোধ, সেই কথাৰ প্ৰতি বহু সমালোচকেই মন-কাণ দিছে বা দিব পাৰিছে বুলি অনুভৱ কৰাৰ থল নাই। সাংবাদিকতাৰ ক্ষেত্ৰত যেনেকৈ পদ্ম বৰকটকী গণতান্ত্ৰিকতা আৰু মনুষ্যত্ববোধৰ চেতনাৰে সমুজ্জ্বল হৈ থিয় দি থাকিব পাৰিছিল, সাহিত্যৰ ক্ষেত্ৰটো তাকেই অনুভৱ কৰা যায়। সাহিত্য মানুহৰ জীৱনৰ পথ প্ৰদৰ্শক, মাথো মনোৰঞ্জন সাহিত্যৰ লক্ষ্য হ'বই নোৱাৰে। জনগণক আশা-বাসনাৰে উদ্দীপ্ত কৰি সমূহৰ কাৰণে সুখময়, শান্তিময় জীৱন গঢ়ি তুলিবলৈ প্ৰবৃত্ত কৰিবলৈ সমৰ্থ সাহিত্যহে প্ৰকৃত অৰ্থত সৃষ্টিধৰ্মী

সাহিত্য আৰু তেনে সাহিত্যহে প্ৰকৃত অৰ্থত মনোৰঞ্জকো। পদ্ম বৰকটকীয়ে এই দিশৰ ওপৰত আৰোপ কৰিছিল গুৰুত্ব। তেওঁৰ এখন বিশিষ্ট উপন্যাস হ'ল 'কোনো খেদ নাই'। এইখন বুৰঞ্জীমূলক উপন্যাস আহোম স্বৰ্গদেউ শিৱ সিংহৰ ৰাজ্যত্বক কেন্দ্ৰ কৰি ৰচিত। ইংৰাজৰ দিনৰ পৰা আজিলৈ আমাৰ বহু লেখক, সাহিত্যিক, গবেষকে কৈ আছে বোলে মোৱামৰীয়া বিদ্ৰোহ ধৰ্মকেন্দ্ৰী। অৱশ্যে সুখ আৰু আনন্দৰ কথা যে কেবাজনো বাস্তৱবাদী সমাজ বিজ্ঞানীয়েও যুক্তি তথ্যৰ ভিত্তিত বিৰত কৰিছে যে ধৰ্ম নহয়, মোৱামৰীয়া বিদ্ৰোহৰ ভেটি হ'ল ৰাজনীতি, সামন্ততান্ত্ৰিক অত্যাচাৰী ৰাজনীতি। সামন্ততন্ত্ৰত জনগণ নিঃসহায় পুতলা স্বৰূপ হৈ পৰিছিল, ৰজা আৰু ৰাজপুৰুষসকলৰ তুষ্টি সাধতেই জানিবা প্ৰজা জনগণৰ জীৱনৰ পৱিত্ৰতম ধৰ্ম, তাতেই যেন প্ৰজা জীৱনৰ সাৰ্থকতা। প্ৰজা জনগণৰ নিজস্ব সখ-অনুভূতি, চিন্তা-চেতনাৰ কোনো মূল্য নাই। প্ৰভু শ্ৰেণীৰ তুষ্টি সাধনত বাদে অইন একো কথাই প্ৰজাৰ জনগণৰ কাৰণে মহৎ বা পবিত্ৰ হ'ব নোৱাৰে। পণ্ডিতসকলে শাস্ত্ৰ ৰচনা কৰি দঢ়াই দঢ়াই কৈছিল—স্বামী বা প্ৰভুক সৰ্বতোপ্ৰকাৰে তুষ্টি সাধন কৰিব পাৰিলে দাসদাসী, গোলাম বহতীয়া কাঁড়ী-পাটকে পৰজনমত অক্ষয় স্বৰ্গসুখ পাবই। এই সামন্ততান্ত্ৰিক দৰ্শনে সমাজক কৰি তুলিছিল অসাৰ, পংগু। পদ্ম বৰকটকীয়ে এই সামন্ততান্ত্ৰিক দৰ্শন আৰু সামন্ত ব্যৱস্থাক অতি কৌশলেৰে জীৱন্ত কৰি তুলিছে। উপন্যাসখনৰ নায়িকা ফুলেশ্বৰী আই কুঁৱৰী আৰু নায়ক স্বয়ম্ভু স্বৰ্গদেউ শিৱ সিংহক কেন্দ্ৰ কৰি। ৰূপহী নাচনী ফুলেশ্বৰীক ৰাজকীয় বল প্ৰয়োগ কৰি আনি ৰজাই ভোগৰ সামগ্ৰী কৰি তুলিব বিচৰা ফুলেশ্বৰীয়ে কোনোপধ্যে সমৰ্থন কৰা নাছিল। বুদ্ধিমতী ফুলেশ্বৰীয়ে বৈষ্ণৱৰ ওপৰত বল প্ৰয়োগেৰে শাক্ত প্ৰভাব বিস্তাৰ কৰাৰ ছলেৰে যে বৈষ্ণৱসকলক ৰাজতন্ত্ৰৰ বিৰুদ্ধে বিদ্ৰোহী কৰি তুলি এখন নতুন সমাজ গঢ়ি তোলাতহে পৰিকল্পনা কৰিছিল, তাক উপন্যাসখনৰ সামান্য সমাজ সচেতন পঢ়ুৱৈয়ে মাথোঁ অনুভৱ নকৰাকৈ নাথাকে। কিন্তু যেন বৈষ্ণৱ সন্ত-মহন্তসকলকো ৰাজতন্ত্ৰই অসাৰ কৰি তুলিছিল, তাকো চিত্ৰিত নকৰাকৈ থকা নাই। ৰাজতন্ত্ৰক নিঃশেষ কৰিবলৈ অসমৰ্থ অৰ্থাৎ প্ৰতিহিংসা পূৰণ কৰিবলৈ অসমৰ্থ ফুলেশ্বৰী আই কুঁৱৰী হতাশাচ্ছন্ন হৈ মৃত্যুবৰণ কৰিবলৈ যেন বাধ্য। কোনো বুৰঞ্জী লেখকে এই কথা প্ৰকাশ কৰা নাই। ঔপন্যাসিক পদ্ম বৰকটকীয়ে অতি দক্ষতাৰে কাহিনীভাগ চিত্ৰিত কৰি সমাজৰ মাজত এক মহান দায়িত্ব পালন কৰা নাছিলনে? ই সামান্য কথা নাছিল। কাৰণ আমাৰ সমাজৰ পৰাতো সামন্ততান্ত্ৰিকৰ অৱসান ঘটা নাই। ৰাজতন্ত্ৰৰ বিৰুদ্ধে মাত মাতিলেই জানো একাংশ লোক জকজকাই নুঠে। বৰকটকীয়ে বুৰঞ্জীক নতুন সঞ্জীৱনী দিয়াৰ ব্যৱস্থা কৰিছিল জনগণক বুৰঞ্জীৰ সত্যৰ স্বৰূপ উপলব্ধি কৰোৱাৰ ছলেৰে। এই প্ৰচেষ্টাও বুলিব পাৰি একপ্ৰকাৰ অভিনৱ,

বিশেষকৈ অসমত। তেওঁ যেন ভয়-ভাবুকিৰ বোৱৰ পৰা আছিল মুক্ত, সাহসেৰে উপলব্ধি কৰা সত্যক দাঙি ধৰাই সৎ সাহিত্যিকৰ জীৱনৰ একান্ত লক্ষ্য নহয়নে? পদ্ম বৰকটকীৰ আন এখন বিশিষ্ট উপন্যাস 'ৰঙা ৰঙা ৰং'। এইখনৰ সচেতন পঢ়ুৱৈ মানেই অনুভৱ কৰে যে নায়ক অৰবিন্দ ৰাভা বিষ্ণু প্ৰসাদ ৰাভাৰ সাহিত্যিক ৰূপ ভিন্ন আন কোনো নহয়। অসমে সম্প্ৰতি বিষ্ণু প্ৰসাদ ৰাভাৰ জন্ম শতবৰ্ষপূৰ্ত্তি উৎসৱ পালন কৰিছে। কিন্তু কিমানে আন্তৰিকতাৰে তাত অংশ গ্ৰহণ কৰিছে। বিষ্ণু ৰাভা আজিও এলাগী। কাৰণ তেওঁ আছিল মাৰ্ক্সবাদী, সাম্যবাদী। আনহাতে লোকায়তবাদী। সকলো কথাকে সূক্ষ্মভাবে লোকয়তবাদৰ ভেটিত বিচাৰ কৰি পুৰণি পৃথিবীক নকৈ চাই লোৱাই আছিল তেওঁৰ জীৱনৰ লক্ষ্য। কিন্তু অতীতমুখী ৰক্ষণশীল সমাজে, পণ্ডিতে তাক সমৰ্থন কৰা নাছিল। অৰবিন্দ ৰাভাক যুক্তি-তৰ্কেৰে জয় কৰিব নোৱাৰি অতি কৌশলেৰে বিষদান কৰি নিহত কৰোৱা হ'ল। প্ৰকৃতপক্ষে অৰবিন্দ ৰাভাৰ মাজেদি বিষ্ণু প্ৰসাদ ৰাভাকে মূৰ্তমান কৰি তোলা হৈছে। ইয়ো কম সাহসী কৃতী নাছিল। এইক্ষেত্ৰটো বৰকটকী সত্যৰ পক্ষত তথা জনগণৰ পক্ষত সাহসেৰে অৱতীৰ্ণ হ'ব পাৰিছে। সঁচা কথা, বিষ্ণু ৰাভাক বিষ দি হত্যা কৰা হোৱা নাছিল, কিন্তু সমাজৰ বিষাক্ত পৰিবেশে তেওঁক অকাল মৃত্যুবৰণ কৰোৱা নাছিল বুলি কোনে বুকুত হাত দি ক'ব পাৰে। এইজনেই পদ্ম বৰকটকী। সমাজক নতুন চেতনা দান কৰাই আছিল তেওঁৰ লক্ষ্য। নাটক, গল্প, কবিতা, প্ৰবন্ধ সকলোবোৰ ৰচনাৰে মূল সেই একে লক্ষ্য। আনকি তেওঁ যিখিনি সাহিত্য অনুবাদ কৰিছিল, সিখিনিয়েও সেই একে সত্যেৰে সন্ধান দিছিল। তেওঁ আছিল বিশিষ্ট ব্যংগ সাহিত্যিক, তেওঁ প্ৰচলিত সামন্ততান্ত্ৰিক আৰু ধনতান্ত্ৰিক সভ্যতা-সংস্কৃতিৰ তীব্ৰ বিৰোধী আছিল। শিক্ষা সংস্কৃতিয়ে যে আমাক মানুহবিলাকক বিবেক-বিবেচনাহীন পুতলাসদৃশ কৰি তুলিছিল। এই মহান সত্য তেওঁৰ ৰচনাৱলীৰ আঁহে আঁহে জিলিকি আছে। তেওঁ মান-সন্মান পদবী বিচৰা সাহিত্যিক নাছিল। তেওঁ আছিল মানৱতাবাদী, মানুহৰ হিত সাধনেই আছিল তেওঁৰ লক্ষ্য। সেই লক্ষ্যত প্ৰায় সততে অটল আছিল। পদ-মৰ্যাদা, বঁটা-বকছিছে তেওঁক লক্ষ্যভ্ৰষ্ট কৰিব পৰা নাছিল। এনে চিন্তাশীল মানৱতাবাদী সাহিত্যিক, শিল্পী-চিন্তাবিদৰ আজিও বৰ অভাৱ। পদ্ম বৰকটকীৰ আকস্মিক বিয়োগ ঘটিল। তেওঁৰ আদৰ্শ, সাহসী ব্যক্তিত্বৰ বিয়োগ ঘটিব নোৱাৰে, সমাজে তেওঁক আদৰ কৰিবই, তেওঁক পাহৰিব নোৱাৰিব। অনুভৱ হৈছে পদ্ম বৰকটকী অবিস্মৰণীয়। ❑

# মনত পৰে পদ্ম বৰকটকীলৈ

**দিলীপ শৰ্মা**

সেয়া বোধহয় ১৯৫৫ চনৰ কথা। বিয়াৰ পিছত মই পুনৰ কলকাতালৈ গৈছিলো। ইতিমধ্যে মোৰ দেউতা দীননাথ শৰ্মাৰ সম্পাদনাত 'আবাহন' আলোচনীখন প্ৰকাশ পাই আছে। ময়ো সেই কামত যোগদান কৰি দেউতাক ইটো-সিটোকৈ সহায় কৰিছিলো। তাতেই লগ পাইছিলো পদ্ম বৰকটকীক। আজি মনত পৰিছে চিলঙত মই প্ৰথম লগ পোৱা পদ্ম বৰকটকী মানুহজন, যিজন পিছলৈ কলকাতাত মোৰ একান্ত ঘনিষ্ঠ হৈ পৰিছিল। মুখত অনবৰতে হাঁহি বিৰিঙি থকা পদ্ম বৰকটকী মানুহজনৰ আঁৰত আছিল এক বিশাল ব্যক্তিত্ব। সেই মানুহজনৰ সৈতে কলকাতাত প্ৰায়েই অন্তৰংগ আড্ডাৰে কটাইছিলো ঘণ্টাৰ পিচত ঘণ্টা ধৰি। আজি তেওঁ আমাৰ মাজত নাই, কিন্তু তেওঁৰ স্মৃতিয়ে আমনি কৰি আছে আমাক।

আজি কিছু কথা ক'বলৈ মন গৈছে। মই কলকাতাত থকাৰ সময়তে এদিন আমাৰ ঘৰত উপস্থিত হৈছিল স্বয়ং পদ্ম বৰকটকী। পিছলৈ প্ৰতিদিনে তেওঁ হৈ পৰিছিল আমাৰ ঘৰৰ নিয়মীয়া আলহী। সেই সময়ত মই কলকাতাৰ এটি সৰু প্ৰেছত প্ৰুফ চোৱাৰ কাম কৰিছিলো আৰু তাৰ বিনিময়ত লাভ কৰিছিলো সামান্য মাননি। কলকাতালৈ আহি বৰকটকী দিক্‌ভ্ৰান্ত হৈছিল। আমাক প্ৰায়ে তেওঁ কৈছিল— 'কলকাতাত থাকি একেবাৰে ভাল লগা নাই, দিল্লীলৈকে যাওঁ নেকি?' আমি বুজনি দিছিলো— 'অলপ ধৈৰ্য ধৰক। কিবা এটা কৰিব লাগিব।' কিয়নো কলকাতাত কিবা এটা কাম পালেই তেওঁ চলি যাব পাৰে নিৰ্বিঘ্নে। কিন্তু ক'তো একো নাই। এক হতাশাৰ ছায়াৰে ছানি ধৰিছিল বৰকটকীৰ মুখমণ্ডল। তেনে সময়তে আমি লগ পাওঁ বিমল নাথক। তেওঁ এজন সফল অভিনেতা। বিমল নাথ কলকাতালৈ আহিছিল অসমীয়া কথাছবি শ্বুটিঙৰ বাবে। ছবিখনৰ নাম 'সৰাপাত'। পৰিচালক আনোৱাৰ হুছেইন। বিমল নাথে ছবিখনৰ চিত্ৰনাট্য, সংলাপ আদিৰ কামত সহায় কৰিবলৈ পদ্ম বৰকটকীক অনুৰোধ জনায়। সেয়াই যেন আৰম্ভণি। বৰকটকী ব্যস্ত হৈ পৰিছিল ছবিখনৰ কামত। ছবিখনৰ চিত্ৰনাট্য, সংলাপ আদিৰ লগতে বেনাৰ আৰু বুকলেট ছপোৱাৰো দায়িত্ব লয় বৰকটকীয়ে। কথাছবিখনৰ শ্বুটিঙো শেষ, বৰকটকীৰ কামো শেষ। ইয়াৰ পাছত কিছুদিন আকৌ বেকাৰ। পুনৰ আমাৰ ঘৰলৈ সঘন আহ-যাহ ঘটিছিল বৰকটকীৰ। আমি দুয়ো· প্ৰায়েই চৌৰাংগী অঞ্চলৰ বিখ্যাত কে চি দাসৰ চাহ-মিঠাই দোকানৰ ওপৰ মহলাত আড্ডা মাৰো। তেওঁ অসংখ্য ধেমেলীয়া কথা কৈ আমাক আমোদ দিছিল। তেওঁৰ বাক্‌পটুতাৰ গুণে আজিও মোক মোহিত কৰে। তেওঁ পাণ খাইছিল অভ্যাসবশতঃ।

মোৰ অৱশ্যে তেনে অভ্যাস নাছিল যদিও বৰকটকীৰ লগ পাই ময়ো মাজে মাজে পাণ খাবলৈ আৰম্ভ কৰিছিলো। এদিন এইদৰে পাণ খাওঁতে মোৰ পায়জামাটোত পিক পৰি নষ্ট হৈছিল। মই অত্যন্ত লজ্জাবোধ কৰিছিলো। পিছত বৰকটকীয়ে ওঁঠ চেপি ধৰি পিক্ কেনেকৈ দূৰলৈ ঠেলি পঠিয়াব পাৰি মোক শিকাইছিল।

ইতিমধ্যে 'আবাহন'ৰ কামত ব্যস্ত হোৱা বাবে মোৰ তেনেকৈ আন প্ৰেছত প্ৰুফ চোৱাৰ সময় নাছিল। সেয়ে মই কাম কৰি থকা প্ৰেছটোতে তেওঁক প্ৰুফ চাবৰ হিচাপে সুমুৱাই দিলো। সেই সময়ত অসমৰ বহু কিতাপ কলকাতাৰ প্ৰেছত ছপা হৈছিল। কিন্তু সেই কিতাপৰ তুলনাত প্ৰুফ চোৱাৰ বাবে মানুহ নাই। গতিকে বৰকটকীয়ে সেই প্ৰেছ সমূহত অসংখ্য কাম পাইছিল। তেতিয়া বৰকটকী অত্যন্ত ব্যস্ত। গতিকে আমাৰ আড্ডাও সিমানতে ভাঙিল। লাহে লাহে আৰ্থিকভাৱে সবল হৈ পৰা বৰকটকীয়ে সন্তীয়া হোটেলৰ পৰা আহি আৰ্মহাষ্ট ষ্ট্ৰীটৰ এটি ঘৰ ভাৰা কৰি থাকিবলৈ লয়। এই সময়তে বৰকটকীৰ প্ৰথম উপন্যাস 'মনৰ দাপোন' প্ৰকাশ পায়। সেই সময়ত বৰকটকীৰ এই উপন্যাসখনে এক আলোড়ন সৃষ্টি কৰিছিল।

১৯৫৮ চনত মই কলকাতাৰ পৰা গুৱাহাটীলৈ স্থায়ীভাৱে আহো। দুখৰ বিষয় যে সেই সময়ত মোৰো আৰ্থিক অনাটনৰ দুৰ্দিন নামিছিল। অহাৰ সময়ত মোক ৰেলৰ টিকট বিভাগীয় নিয়মানুসৰি পিটিঅ' কৰি যোগাৰ কৰি দিছিল বিমল নাথে। তেওঁৰ ঘৰ গোৱালপাৰাত যদিও ৰে'ল কৰ্মচাৰী সূত্ৰে তেওঁ কলকাতাতে আছিল। এনেতে পুনৰ বৰকটকীক লগ পালো, ক'লো—আপোনাৰ এতিয়া বোধহয় ভাল অৱস্থা। পাৰে যদি মোক ২০ টকা দিয়ক মই গুৱাহাটীলৈ যাওঁ। তেখেঁ দ্বিধাহীনভাৱে মোক সহায় কৰিছিল। ইতিমধ্যে মই গুৱাহাটী পালোহি। দীৰ্ঘদিন ধৰি বৰকটকীৰ লগত মোৰ দেখা-সাক্ষাৎ নাছিল। সেই সময়ত বৰকটকীয়ে কলকাতাত 'আমাৰ প্ৰতিনিধি' আলোচনীৰ কামত যোগদান কৰিছিল। আজি কিছুদিনৰ আগতে পুনৰ বৰকটকীক লগ পাইছিলো বেলতলাত। তেওঁ পত্নীৰ সৈতে আহিছিল শিশু দিৱসৰ এক অনুষ্ঠানলৈ। ময়ো সুদক্ষিণাৰ সৈতে গৈছিলো সেই অনুষ্ঠানলৈ। তাত লগ পাইছিলো অন্যান্য অভ্যাগতসকলৰ লগতে শুচিব্ৰতা ৰায়চৌধুৰী আৰু শিৱপ্ৰসাদ বৰুৱাক। সেইদিনা পুনৰ বৰকটকীৰ লগত বিশেষ কথা পাতিব নোৱাৰিলো যদিও মানুহজনৰ অভিজ্ঞতা অন্তৰীয়ে মোক আকৰ্ষণ কৰিছিল। বৰকটকীৰ বিদেহী আত্মাই সদ্‌গতি লাভ কৰক।□

(দৈনিক জনসাধাৰণ, ১৫ মাৰ্চ, ২০০৮)

## এগৰাকী দুঃসাহসী সাংবাদিক আৰু সাহিত্যিকক আমি হেৰুৱালো

ড° হীৰেন গোহাঁই

পদ্ম বৰকটকীৰ বিয়োগত অসমে এগৰাকী দুঃসাহসী সাংবাদিক আৰু সাহিত্যিকক হেৰুৱালে। যদিও আজিৰ প্ৰজন্মই তেখেতৰ বিষয়ে বিশেষ নাজানে, তথাপি তেখেতে 'আমাৰ প্ৰতিনিধি' আলোচনীৰ যোগেদি আৰু কেইবাখনো জনপ্ৰিয় উপন্যাসৰ জৰিয়তে অসমীয়া পাঠক সমাজৰ ৰুচি আৰু মানসিকতা বহু অলাগতিয়াল পুৰণি সংস্কাৰৰ পৰা মুক্ত কৰিছিল। তেখেত সদায় নতুনৰ সপক্ষে আছিল, প্ৰগতিৰ সপক্ষে আছিল— যদিও কেতিয়াবা তেখেতৰ আশাবাদ বিতৰ্কৰ উৰ্দ্ধলৈ যোৱা নাছিল। তেখেতৰ ভাষা আছিল সবল অথচ সতেজ আৰু তৎক্ষণাত মন চুব পৰা এক অনবদ্য গদ্যশৈলীৰ অধিকাৰী আছিল। মানুহে নাজানে যে জ্যোতিপ্ৰসাদ আৰু বিষ্ণু ৰাভাৰ পুনৰ মূল্যায়নৰ বাটকটীয়া হেমাংগ বিশ্বাসৰ লগতে তেওঁ আছিল। তেখেতৰ মৃত্যুত মই অত্যন্ত শোকসন্তপ্ত হৈছো।

## ৰসিক মানুহজনে বিদায় ল'লে

ড° অনিমা গুহ

তেখেতৰ লেখা পঢ়ি খুবেই ভাল পাইছিলো। মানুহজন বেছ ৰসিক আছিল। তেখেতৰ মৃত্যুৰ দুঃসংবাদ পাই খুব দুখ পালো। মানুহ মৰণশীল। তথাপি এজন এজনকৈ আমাৰ মাজৰ পৰা পুৰণিচামৰ ভোটাভবাস্বৰূপ লোককেইজন আঁতৰি গৈছে। দুদিনমান আগতেহে শীলভদ্ৰ ছাৰক আমি হেৰুৱালো। আজি পদ্ম বৰকটকীদেৱক। তেখেতৰ অৱদানখিনি আমাৰ মাজত থাকি যাব আৰু তাৰ মাজতে আমি তেখেতক সদায় বিচাৰি পাম।

## অসমীয়া সাহিত্যত স্ব-ধাৰাৰ প্ৰৱৰ্তক আৰু প্ৰতিনিধি আছিল বৰকটকী

**নগেন শইকীয়া**

পদ্ম বৰকটকী অসমীয়া সাহিত্যত নিজৰ এটি ধাৰাৰ প্ৰৱৰ্তক আৰু প্ৰতিনিধি আছিল। তীব্ৰভাৱে সমাজ সচেতন এই লেখক গৰাকীয়ে আত্মপ্ৰকাশ কৰিছিল কবি হিচাপে আৰু পৰৱৰ্তী কালত প্ৰতিষ্ঠিত হৈছিল এগৰাকী ঔপন্যাসিক হিচাপে। তেখেতৰ উপন্যাসৰ মাজত বাওঁপন্থী ভাবাদৰ্শৰ পৰিস্ফুটন যিদৰে ঘটিছিল, ঠিক তেনেভাৱেই মানসিক চেতনাৰো প্ৰকাশ ঘটিছিল। তেখেতৰ লগত মোৰ ব্যক্তিগত পৰিচয় আছিল অনেকদিনীয়া। এই গৰাকী ব্যক্তি অসুস্থ হৈ চিকিৎসালয়ত চিকিৎসাধীন হৈ থাকোতে মাত্ৰ তিনিদিনৰ আগত মই তেখেতক খবৰ কৰিবলৈ গৈছিলো। তেতিয়াই অনুভৱ কৰিছিলো যে তেখেতে হয়তো আমাক সোনকালেই এৰি গুচি যাব। আজি সেই মৰ্মন্তুক সংবাদটি পাই মই অনুভৱ কৰিছো আমাৰ যেন সমাজৰ প্ৰহৰীস্বৰূপ এজন লেখক আমাৰ মাজৰ পৰা গুচি গ'ল। মই তেখেতৰ স্মৃতিত গভীৰ শ্ৰদ্ধাঞ্জলি নিবেদন কৰিছো।

## প্ৰাপ্য স্বীকৃতি নোপোৱাকৈয়ে আঁতৰি গ'ল

**তীৰ্থ ফুকন**

পদ্ম বৰকটকী সম্পৰ্কে বাকী কথাবিলাক সুধীজনলৈ এৰি মাথোঁ দুটা কথাহে উনুকিয়াব খুজিছো। আমি কলেজত পঢ়ি থাকোতে পদ্ম বৰকটকীয়ে এজন জনপ্ৰিয় লেখক হিচাপে আত্মপ্ৰকাশ কৰিছিল। এসমীয়া গ্ৰন্থসমূহ আজিৰ দৰে ধুনীয়া বেটুপাতেৰে সুদৃশ্য হৈ ওলোৱাৰ ক্ষেত্ৰত তেখেতৰ বিশেষ অৱদান আছে। কলকাতাৰ পৰা ড° ভূপেন হাজৰিকাৰ লগত 'আমাৰ প্ৰতিনিধি' নামৰ আলোচনীখন উলিয়াইছিল। তেওঁ আছিল আলোচনীখনৰ সম্পাদক। সেই সময়ত অসমীয়া আলোচনী সাহিত্যৰ ক্ষেত্ৰখনত এক গুৰুত্বপূৰ্ণ স্থান দখল কৰিবলৈ সক্ষম হৈছিল আলোচনীখনে। কেনা লাগে— তেওঁৰ অৱদানৰ বাবে প্ৰাপ্য স্বীকৃতি নাপালে যেন ভাব হয়।

(১২ মাৰ্চ, 'অসমীয়া খবৰ'ত প্ৰকাশিত)

# গতানুগতিকতাৰ উৰ্দ্ধত.....

ড° লক্ষ্মীনন্দন বৰা

পদ্ম বৰকটকী হাতে-পাতে সাংবাদিক আছিল। তেওঁ যিমানকেইখন কাকতৰ সম্পাদক আছিল আটাইকেইখনতে কৃতকাৰ্য হৈছিল। কলকাতাৰ পৰা প্ৰকাশিত 'আমাৰ প্ৰতিনিধি' পত্ৰিকাখন তেওঁ খুব ভালকৈ সম্পাদনা কৰি পত্ৰিকাখনৰ বিক্ৰীৰ সংখ্যা বঢ়াবলৈ তেওঁ সক্ষম হৈছিল। সেই সময়ত সেইখনেই একমাত্ৰ পত্ৰিকা আছিল। মই তাত নিয়মীয়াকৈ গল্প-উপন্যাস লিখিছিলোঁ। মোৰ বয়স তেতিয়া কম আছিল যদিও তেওঁ মোক বৰকৈ উৎসাহিত কৰিছিল। সেই সময়ত তেওঁ লিখা 'খবৰ বিচাৰি', 'বিচাৰৰ বাবে' আদি গ্ৰন্থই চাঞ্চল্যৰ সৃষ্টি কৰিছিল অসমৰ সমাজ জীৱনত। সেই সময়ত তেওঁ এজন প্ৰতিষ্ঠিত লেখক আছিল যদিও তেওঁতকৈ ২০-২৫ বছৰ কম বয়সৰ লোকৰ সৈতেহে তেওঁৰ সম্পৰ্ক আছিল বেছি ঘনিষ্ঠ। তেওঁৰ যে ইমান বয়স হৈছিল মই গমেই পোৱা নাছিলোঁ। গতানুগতিকতাৰ উৰ্দ্ধত থাকি বৰকটকীয়ে সাহিত্য ৰচনা কৰিছিল। তেওঁৰ লেখাত আছিল নিজস্ব ভংগীমা, ঠিক সেইদৰে বিষয়বস্তু নিৰ্বাচনো আছিল অপূৰ্ব। তেওঁৰ লেখাত ইতিহাসৰ চেতনাও বিদ্যমান আছিল। তেওঁ লিখা 'কোনো খেদ নাই' গ্ৰন্থখনে চাঞ্চল্য সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। সমাজৰ ৰক্ষণশীল চিন্তা-চৰ্চাক তেওঁ মুঠেই ভাল পোৱা নাছিল, তাৰ বিপৰীতে তেওঁৰ ৰচনাৰাজি আছিল আধুনিক মননশীল চিন্তা-চৰ্চাৰে সমৃদ্ধ। বৰকটকী অকল এজন সাহিত্যিকেই নাছিল, তেওঁ এজন প্ৰকৃতাৰ্থত বুদ্ধিজীৱীও, যাৰ সাহিত্যকৰ্ম, চিন্তা-চেতনাত আছিল গতিশীলতা। বৰকটকীয়ে নিজকে এজন সাহিত্যিক বুলি কোৱাৰ পৰিবৰ্তে সাহিত্যৰ কৰ্মী বুলিহে কৈছিল। তেওঁৰ সাহিত্যত আছিল সংগ্ৰামী সুৰ। সমাজৰ অত্যাচাৰ, অনাচাৰ, ভ্ৰষ্টাচাৰ আদিৰ চিত্ৰ তেওঁৰ গল্প-উপন্যাসৰ মাজেদি সুন্দৰভাৱে ফুটি উঠিছিল। তেওঁ এখন সুন্দৰ সমাজ গঢ়াৰ স্বাৰ্থতেই সমাজৰ এই অপশক্তিসমূহৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছিল। সেই কাৰণেই তেওঁৰ লেখা আছিল সদায় উদ্দেশ্যধৰ্মী। তেওঁ নিজেও তেওঁৰ এই উদ্দেশ্যধৰ্মীৰ বিষয়ে প্ৰকাশ কৰিছিল। পদ্ম বৰকটকীৰ ৰচনাৰাজি সঁচাকৈয়ে মৌলিকতাপূৰ্ণ। বৰকটকী মোৰ এজন অতিকৈ শুভাকাংক্ষী লোক আছিল। তেওঁৰ মৃত্যুত মই গভীৰ দুখ পাইছোঁ। তেওঁৰ মৃত্যুত অসমীয়া সাহিত্যৰ অপূৰণীয় ক্ষতি হৈছে। ❑

(আজিৰ দৈনিক বাতৰি, ১৩ মাৰ্চ, ২০০৮)

# শেষত পদ্মদাও গ'ল

কনকসেন ডেকা

যোৱা কেইটামান বছৰতে লক্ষ্যধৰ চৌধুৰী, মেদিনী চৌধুৰী, গিৰিশ চৌধুৰী প্ৰমুখ্যে মোৰ অগ্ৰজসকলৰ বিদায়ৰ পাচত পদ্মদাও আঁতৰি গ'ল। সুখ-দুখ, হৰ্ষ-বিষাদৰ প্ৰতিটো কথা পদ্মদাৰ সতে আলোচনা কৰিছিলো। এই দৃষ্টিকোণৰ পৰা তেওঁ আমাৰ পৰিয়ালৰ অতি ওচৰৰ আছিল। যিকোনো সমস্যাৰ সম্মুখীন হ'লেই তেওঁৰ ওচৰ চাপিছিলোগৈ। আনকি সাহিত্য সভাৰ সভাপতিৰ পদ গ্ৰহণ কৰাটো সমীচীন হ'বনে নাই , সেই কথাৰ উত্তৰ বিচাৰিও পদ্মদাৰ ওচৰ চাপিছিলো। তেওঁ কৈছিল, 'সাহিত্য সভাত এটা 'ক্লিক' আছে, সেইটো ভেদ কৰি কাম কৰাটো বৰ কঠিন।' তেওঁৰ সেই ব্যক্তব্যৰ মৰ্মাৰ্থ প্ৰতিটো খোজতে মই হৃদয়ংগম কৰিব পাৰিছিলো। বহুতে ক'ব খোজে যে অসম সাহিত্য সভাই পদ্ম বৰকটকীক প্ৰাপ্যৰ পৰা বঞ্চিত কৰিলে। সেই কথা কিমানদূৰ সঁচা মই নাজানো। কিন্তু তেওঁ যে সাহিত্য সভাৰ পৰা একোকে বিচৰা নাছিল আৰু আহ্বান জনালেও অনীহা প্ৰকাশ কৰিছিল, সেই কথা জানো। কে'বাখনো আলোচনা চক্ৰ, সভা-সমিতিলৈ তেওঁক সাদৰে আমন্ত্ৰণ জনোৱা হৈছিল যদিও তেওঁ সেইবোৰক উপেক্ষা কৰিছিল। মিচিকীয়া হাঁহিৰে মাথোন কৈছিল, 'আপুনি বেয়া নাপাব, সেইখন জগতত মই প্ৰৱেশ কৰিবলৈ নিবিচাৰো।' সোঁতৰ বিপৰীতে যোৱা ব্যক্তি এগৰাকীৰ মুখত অৱশ্যে এনে অভিব্যক্তি তেনেই স্বাভাৱিক। সম্ভৱতঃ সুদীৰ্ঘ কালৰ ৰক্ষণশীল চৰিত্ৰৰ বাবেই তেওঁ সাহিত্য সভাৰ চৌহদৰ ভিতৰলৈ সোমাব বিচৰা নাছিল।

পদ্মদাই সুদীৰ্ঘ কাল ধৰি আমাৰ কাকতত 'সোঁতৰ বিপৰীতে' লেখিছিল। উপন্যাস লেখাৰ বিপৰীতে তেওঁ প্ৰতি সপ্তাহে কাকতত কিয় লেখিছিল, সেই সম্পৰ্কত এদিন এনেদৰে কৈছিল, 'লখিমপুৰৰ ভিতৰুৱা অঞ্চল এটিৰ অনুষ্ঠানত মুখ্য অতিথিক চিনাকি দিবলৈ গৈ উদ্যোক্তাই ক'লে, 'এখেতেই পদ্ম বৰকটকী। সেই যে অগ্ৰদূতত নিয়মীয়াকৈ সোঁতৰ বিপৰীতে লিখে।' পদ্মদাই বিস্ময় প্ৰকাশ কৰি আমাক কৈছিল, 'মই ৬৫ খন কিতাপ লেখিলো। সৰহভাগেই উপন্যাস আৰু গল্প, অথচ সেইবোৰৰ নাম নকৈ মোক চিনাকি কৰি দিলে সোঁতৰ বিপৰীতেৰ লেখক হিচাপেহে। সেই শিতানটো লিখি তেওঁ অতি উৎসাহিত হৈছিল। অৱশ্যে পাছলৈ দৈনিক কাকতৰ সম্পাদনাৰ দায়িত্ব লোৱাৰ পাছৰ পৰা সোঁতৰ বিপৰীতে লেখা বন্ধ হ'ল যদিও চেগাচোৰোকাকৈ দুয়োখন কাকতলৈ লেখিছিল।

পদ্মদাৰ লেখাৰ প্ৰধান বৈশিষ্ট্য আছিল শব্দ প্ৰয়োগৰ যাদু। তেওঁ যেনেতেনেকৈ শব্দ ব্যৱহাৰ নকৰিছিল। ভাবৰ স'তে খাপ খোৱা শব্দটো বিচাৰি বহু সময় কটাব লগা হোৱা হেতুকে কেতিয়াবা কেতিয়াবা নিৰ্দিষ্ট সময়তকৈ বহু পাছতহে লেখাটো কাকতৰ কাৰ্যালয় আহি পাইছিল। কেতিয়াবা হয়তো শেষ মুহূৰ্তত কৈছিল, 'এইবাৰলৈ মোক ৰেহাই দিয়ক, অহা সপ্তাহৰটো আগতীয়াকৈ দিম'। ভাষাৰ স্বাতন্ত্ৰতা ৰক্ষাৰ প্ৰতি তেওঁ অতি সচেতন আছিল আৰু সেইবাবেই নামটো উল্লেখ নাথাকিলেও পঢ়িয়েই সেয়া পদ্ম বৰকটকীৰ বুলি পঢ়ুৱৈয়ে জানিব পাৰিছিল। সেই বৈশিষ্ট্য তেওঁৰ জীৱনৰ প্ৰতিটো খোজতে প্ৰকট হৈ উঠিছিল। সাজপাৰ, খোৱা-বোৱা,কথন-ভংগী আদিত পদ্ম বৰকটকী আছিল অনন্য। আনে ভাল পায় বুলিয়েই তেওঁ সেই একে পথেৰে যাব— সেইটো তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্যৰ বাহিৰত আছিল।

জীৱনৰ অন্তিম দিনকেইটাত মই যিদৰে তেওঁৰ কাষত থকাটো উচিত আছিল, সি মোৰ ব্যস্ততাৰ বাবেই সম্ভৱ হোৱা নাছিল। হাস্পটালত ফুলৰ তোৰা এটি তেওঁলৈ আগবঢ়াই আশু আৰোগ্য কামনা কৰিছিলো যদিও শেষত তেওঁ বিদায় ল'লে। সংকটৰ সময়ত এতিয়া পৰামৰ্শ বিচাৰি কাৰ ওচৰলৈ যাম? কাৰণ পদ্মদা নাই। আজি তেওঁৰ স্মৃতিত আগবঢ়ালো এটুপি চকুলো। ❑

(অগ্ৰদূত, ২১ মাৰ্চ, ২০০৮ ত প্ৰকাশিত)

# পদ্ম বৰকটকী ঃ এক ভিন্ন দৃষ্টিৰে

**বন্ধু ওজা**

সাহিত্যিক-সাংবাদিক পদ্ম বৰকটকী মোৰ দৃষ্টিত এক আশ্চৰ্য। কলকাতাৰ সোণাগাছি দুয়ো দেখিছো। দিনতো, ৰাতিও। দিনত মই দেখিছো তাত কলকাতা মহানগৰীৰ অভিজাত ৰূপ। ৰাতি দেখিছো দেহোপজীৱিনীৰ ৰূপৰ পোহাৰ। সকলো স্বাভাৱিকভাৱে গ্ৰহণ কৰিছো। বৰকটকীয়ে কিন্তু সেই একেই সোণাগাছিতে দিনত দেখে—

*দিনৰ বাৰটা বাজে*
*মহানগৰী 'লিবিডো ক্লিনিক' সোণাগাছি*
*সুসুপ্তিমগণ। কৰ্মব্যস্ত কলিকতা মহানগৰীৰ*
*উপেক্ষিতা সোণাগাছি—দিনৰ বেলিকা। হাজাৰ-*
*বিজাৰ*
*ৰূপ-উপজীৱিনীৰ অৱয়ৱ*
*অট্টালিকাবোৰো শুই থাকে*
*ভেঁজা দি ৰ'দটোৰ গাতে।*
*পৰিশ্ৰান্ত মাতৃৰ দৰেই শুই পৰে সোণাগাছি*
*মহানগৰীক এৰি উমলিবলৈ.........*
*দিনৰ সমাজৰ বিচাৰত*
*জ্যামিতিৰ বিন্দুৰ দৰেই স্থিতিহীন*
*'সোণাগাছি'।*
*পৃথিৱীৰ দৰে গোলাকাৰ*
*সমাজৰ ঘোলা কণীটোৰ পোহৰৰ*
*কালে থিয় হৈ*
*দিনৰ কলিকতাই চিঞৰে—*
*আন্ধাৰ আৰু নাই।*
*আন্ধাৰ কালটোৰ পৰা*
*সোণাগাছিয়ে সোঁৱৰায়*
*—'পোহৰ এতিয়াও অহা নাই'।*

আৰু ৰাতি কবি বৰকটকীয়ে তাত দেখে—

*মাজনিশা বাৰ বাজে। লগে লগে*

*বাৰ বাজে*
*মহানগৰীৰ নিশকতীয়া সংযমৰ।*
*জন সমাগমৰ ৰেকৰ্ড ভাঙি*
*সোণাগাছি উছৰমুখৰ।*
*গোন্ধতেল প্ৰসাধন আৰু*
*এণ্টিছেপটিকে*
*নতুন বতাহ তৈয়াৰ কৰে*
*(সোণাগাছিৰ সন্ধিয়াৰ বতাহ*
*মানুহে তৈয়াৰ কৰা)*
*সুৰাই সপোন ৰচে (নহ'লে বাস্তৱে আমনি কৰে)।..........*
*আহে আৰু আহে*
*বুঢ়া-ল'ৰা-ডেকা আৰু বিবাহিত, ব্ৰহ্মচাৰী আহে*
*সমাজৰ গুৰিয়াল; ধৰ্মৰ ব্যৱসায়ী,*
*দেশনেতা, ঠগ, চোৰ, লাখপতি, ৰোগী.........*
*আৰু কোন নাহে?*
*আহে মাথো আহে—*
*পাশবিক ক্ষুধাৰ তাড়নাত শ্ৰেণীভেদ নাই*
*(অসাম্যবাদী সমাজত সাম্যৰ গবেষণা কেন্দ্ৰ?*
*সোণাগাছি গিনিপিগৰ নাছৰী?)*

চাহিদা যিমানে হয়, সিমানে কেপাৰ্চিটী দাঙি ধৰিবলগীয়া হোৱা যন্ত্ৰৰূপী বাৰ বিলাসিনীয়ে; প্ৰতিবাদ কৰিব নোৱাৰে, কাৰণ যন্ত্ৰই প্ৰতিবাদ নকৰে। ৰাতিৰ সোণাগাছি দেখি হয় তেওঁৰ এই উপলব্ধি। বৰকটকীৰ কাব্যপ্ৰতিভা দেখি মই হওঁ আশ্চৰ্যান্বিত। সেয়েহে মোৰ দৃষ্টিত তেওঁ এক আশ্চৰ্য।

তাজমহল অনেকে দেখাৰ দৰে তেৰোঁ দেখিছে। অনেকেই দেখিছে তাৰ প্ৰেমৰ কৰুণ কোমলতা। মুগ্ধ আশ্চৰ্য হৈছে অনেকেই সপ্তাশ্চৰ্যৰ এটি দেখাৰ সুযোগ পায়। কবি বৰকটকীয়ে কিন্তু তাত দেখা পালে বনুৱা প্ৰজাৰ ঘামৰ টোপাল, বিন্দু বিন্দু নয়নৰ জল, দুশ শত বনুৱাৰ এক্ৰৈছ বছৰীয়া শ্ৰমৰ ফল। সেয়েহে তাজমহল চাই লিখা 'তাজমহল নে তেজমহল' কবিতাত তেওঁ কৈছে—

*লিখা আছে কত কোটি টকাৰে নিৰ্মিত তাজ*
*কিন্তু লিখা নাই*
*কত কোটি বিন্দু বিন্দু অশ্ৰুৰে অংকিত।*
*লিখা নাই আখৰেৰে গঁথা আছে পাথৰেৰে*

*ৰাজ ইচ্ছাম্বিত জহি-পুৰি শেষ হোৱা শতেক প্ৰজাৰ*
*এটি নব যুগমীয়া বৃহৎ বুৰঞ্জী।*
*তাজমহল নহয় তেজমহল—*
*কলিজাৰ তেজেৰে সজা ঘৰ।*
*সিহঁতৰ ধনেৰেই সিহঁতৰ কষ্টেৰেই*
*সিহঁতৰ সাধনাৰে সজা,*
*সিহঁতৰ ইচ্ছাশক্তি, ব্যক্তি স্বাধীনতাৰ*
*'সমাধি মন্দিৰ'*
*তাজ নহয় তেজমহল।*
*কালৰ বুকুত আঁকি লৈ যোৱা*
*বিন্দু বিন্দু ৰক্ত অশ্ৰুজল*
*ই যে তেজমহল।*

এনে একক চিন্তাৰ বাবেই বৰকটকী মোৰ দৃষ্টিত এক আশ্চৰ্য।

বৰকটকী অসমীয়া সাহিত্যৰ একমাত্ৰ আশ্চৰ্য ৰূপে মোৰ দৃষ্টি বিশেষভাবে আকৰ্ষণ কৰে তেওঁৰ 'দে-হে-ন বৰুৱা চোৰা' নামৰ কবিতাটিয়ে। দে-হে-নৰে তেওঁ দেবকান্ত, হেম বৰুৱা আৰু নবকান্তক বুজাইছে।

দেবকান্তৰ 'সাগৰ দেখিছা' প্ৰেমিক-প্ৰেমিকা চফল কণ্ঠেৰে আবৃত্তি কৰি মই আপোন পাহৰা হওঁ। তেওঁৰ 'আমি দুৱাৰ মুকলি কৰো' কবিতাৰ প্ৰশংসাৰ আমি অনেকেই হওঁ গদ্‌গদ্। কিন্তু কবি পদ্মকান্তই (কান্তটো লেখকৰ সংযোজন) কবিতাৰে সেই কবিজনাকেই কয়—

*সকলো দুৱাৰ খোলা আছে দেৱকান্ত*
*তোমাৰ নিজৰ দুৱাৰখনিহে বন্ধ,*
*বাহিৰ ওলাই দেখিবা*
*মুক্তিয়ে চিৰসত্য।*
*ছবি চাই চাই মুকলি দুৱাৰ বিচাৰি*
*মিছাতে হৈছা ক্লান্ত।*

'পোহৰতকৈ আন্ধাৰেই ভাল' কবিতাৰ প্ৰসংগ টানি আমাৰ পৰম শ্ৰদ্ধাৰ কবি হেম বৰুৱালৈ বুলি কবি বৰকটকীয়ে কটাক্ষ নিক্ষেপ কৰিছে এইদৰে—

*সোণপাহিৰ 'হাতৰ এবাতি আপঙে'*
*কিমান নিচা লগাব পাৰে?*
*আন্ধাৰ জানো পোহৰতকৈ ভাল হ'ব পাৰে?*
*বৰ্তমানৰ পৃথিবীখন 'ৰেলষ্টেণ্ড' নহয় বৰুৱা*

*নোবেল প্ৰাইজেও কৰিব নোৱাৰে।*
*আপাণ্ডৰ নিচাতকৈ পোহৰৰ 'কষ্ট'*
*বহুত আৰামৰ, বহুত তৃপ্তিৰ।*

লগতে প্ৰশ্ন কৰিছে—

*বিশাল ব্ৰহ্মপুত্ৰৰ 'পাৰৰ বালিত কংকালৰ সমদল'?*
*নহয় বৰুৱা, ভালকৈ চোৱা*
*দধীচিৰ জয়যাত্ৰাহে*
*আত্মদানৰ আনন্দত উত্ৰাৱল।*
*'ভীৰু বৈজ্ঞানিক বেশ্যা দলৰ' চেকা লগা জীৱন?*
*বৰুৱা বুদ্ধদেৱৰ অহিংস মন্ত্ৰ লৈ*
*ধৰ্মৰ নামত শিষ্যবোৰে ব্যভিচাৰ কৰিছিল*
*বেশ্যা কোন? বুদ্ধ, অহিংস মন্ত্ৰ*
*নে এমুঠি সুবিধাবাদী শিষ্য?........*

আৰু সেই একেটি কবিতাতেই আমাৰ গানৰ কবি প্ৰাণৰ কবি নৱকান্ত বৰুৱাক বৰকটকীয়েঁ কৈছে—

*তুমি কবি নৱকান্ত*
*'মহাকাব্যৰ পাণ্ডুলিপি' লৈ পৃথিবীলৈ নামি আহা,*
*মানুহে হে তোমাক বিচাৰে। আকাশে নহয়।*
*'পলৰীয়া সপোনে' জীৱনৰ জয়ৰ বাৰ্তা নিদিয়ে*
*অলকানন্দাক সুধি চোৱাচোন*
*কিমান পোহৰ, কিমান সুন্দৰ*
*আজিৰ পৃথিবীখনি।*

যোৱা ১১ মাৰ্চত বিদেহ হোৱা ঔপন্যাসিক, গল্পকাৰ, গীতিকাৰ, প্ৰবন্ধকাৰ, গ্ৰন্থকাৰ পদ্ম বৰকটকী ব্যতিক্ৰমধৰ্মী সাহিত্যিক-সাংবাদিক ৰূপে আমাৰ বহুতৰে মনৰ মাজত অমৰ হৈ থকাৰ লগতে মোৰ মনৰো মনত তেওঁ একক আশ্চৰ্য হৈ ৰ'ল অসমীয়া সাহিত্য-আলোচনাৰ ক্ষেত্ৰত কবিতাৰে কবিতা-সমালোচনাৰ বাট কটাৰ বাবে। ❑

(২১ মাৰ্চ ২০০৮ 'আমাৰ অসম'ত প্ৰকাশিত)

# প্ৰণাম, হে ব্যাকুল অমৃতসন্ধানী!

অনিল বৰুৱা

[ পদ্ম বৰকটকীৰ বিষয়ে তেওঁৰ জীৱন কালত আৰু মৃত্যুৰ পিছত কেইবাটাও প্ৰবন্ধ লিখিছিলোঁ। তাৰে যথেষ্ট দীঘলীয়া প্ৰবন্ধ এটা ২০০৫ চনত তেওঁৰ ৭৮ সংখ্যক জন্মদিন উপলক্ষে ওলোৱা অভিনন্দন-প্ৰবন্ধ সংকলন 'এক তেজাল নতুন ধাৰা'ত প্ৰকাশ কৰা হৈ গৈছে; সেইটো লেখাই মই জন্মদিনৰ দিনাই 'আজিৰ দৈনিক বাতৰি' নামৰ কাকত খনতো প্ৰকাশ কৰা হৈছিল। বৰকটকীৰ 'তাজমহল'ক লৈ লিখা বিখ্যাত কবিতাটোৰ বিষয়ে 'দৈনিক অসম'ত এটা দীঘলীয়া প্ৰবন্ধ লিখিছিলোঁ, এতিয়া লগাৰ সময়ত সেই প্ৰবন্ধটো বিচাৰি উলিয়াব নোৱাৰিলোঁ। পদ্ম বৰকটকীৰ মৃত্যুৰ বাতৰি পোৱাৰ লগে লগে 'অসমীয়া প্ৰতিদিন'ৰ অনুৰোধত আধা ঘণ্টামান সময়ৰ ভিতৰতে লিখি দিয়া এটা প্ৰবন্ধ পিছদিনা মৃত্যুৰ বাতৰিৰ লগতে প্ৰকাশ কৰা হৈছিল; সেইটোও বৰ লৰালৰিকৈ আৰু শোক-বিহ্বল অৱস্থাত লিখা প্ৰবন্ধ হোৱা কাৰণে কিছু অসংলগ্ন আৰু ডুখৰীয়া ধৰণৰ হ'ল, গতিকে সেইটোও বাদ দি থলোঁ। বৰকটকীৰ বৰ জীয়েক কল্পই বৰকটকীৰ জীৱনৰ কালতে ২০০৭ চনৰ ১৬ চেপ্তেম্বৰৰ 'অসমীয়া প্ৰতিদিন'ৰ দেওবৰীয়া আলোচনী 'সম্ভাৰ'ত এটা প্ৰসংগত লিখা মোৰ এটা প্ৰবন্ধ, তেওঁ ঢুকুৱাৰ পিছত 'জনমভূমি' (সাপ্তাহিক)ৰ ২০০৮ চনৰ ১৯ মাৰ্চ সংখ্যাত লিখা এটা প্ৰবন্ধ আৰু বৰকটকীৰ শ্ৰাদ্ধৰ দিনা 'অসমীয়া প্ৰতিদিন'ৰ ২১ মাৰ্চ সংখ্যাত প্ৰকাশিত মোৰ শ্ৰদ্ধাঞ্জলি লেখা — এই আটাইখিনি গোটাই থৈছিল আৰু এতিয়া কেউটা লেখা উলিয়াব খুজি মোক সম্পাদনা কৰি সজাই দিবলৈ দিলে— যাতে লেখা কেইটাত পুনৰাবৃত্তি হৈ থকা কথাবোৰ মই কাটিকুটি সম্পাদনা কৰি দিওঁ, পঢ়োতে আমনি নলগা হোৱাকৈ। 'সম্ভাৰ'ত ওলোৱা লেখাটো এটা বিশেষ প্ৰসংগত লিখা, প্ৰসংগটো গুৰুত্বপূৰ্ণ যেন লগাত ৰাখিলোঁ, কিন্তু বাকীখিনি 'জনমভূমি'ৰ লেখাটোত থকা বাবে পুনৰাবৃত্তি নহওঁক বুলি বাদ দিলোঁ। নিজৰ লেখা কাটিকুটি সম্পাদনা কৰিবলৈ টান হয়, তথাপি মই যিমান পাৰো চেষ্টা কৰিছোঁ।]

পদ্ম বৰকটকীৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি লিখিবলৈ বহি তেওঁক মাত্ৰ এবাৰ বাক্যৰেই সম্বোধন কৰিবৰ মন গ'ল— 'হে ব্যাকুল অমৃতসন্ধানী।' ৰবীন্দ্ৰ জন্ম শতবৰ্ষ উপলক্ষে প্ৰেমেন্দ্ৰ মিত্ৰই এটা কবিতাত এই আৰাৰ কথাৰেই কবিগুৰুজনাক সম্বোধন কৰিছিল। মনত পৰিল। প্ৰথমেই কৈ লওঁ, পদ্ম বৰকটকীৰ দৰে সীমাহীন বিশাল আকাশত উৰা এটি মুক্ত বিহংগক এটা মাত্ৰ লেখাৰ পৰিসৰত বন্দী কৰি স্বৰূপত দাঙি ধৰা টান, তাতোকৈ টান (সম্পাদনা বিভাগৰ নিৰ্দেশমতে) অতি কম পৰিসৰৰ লেখা এটাত বিন্দুত সিন্ধুৰ প্ৰকাশ ঘটোৱা।

আমাৰ যৌৱনকালত বৰকটকীকে ধৰি আমি বহুতেই সাহিত্যৰ যিখন ক্ষেত্ৰত বিচৰণ কৰিছিলো, তাত সাহিত্যৰ গুণ-মান বিচাৰ কৰা পদ্ধতিটোত প্ৰগতি-প্ৰতিক্ৰিয়াৰ মাপকাঠী এডাল ব্যৱহাৰ কৰা হৈছিল; লেখা এটাত কি কোৱা হৈছে, কোনটো আদৰ্শৰ পক্ষত কোৱা হৈছে আৰু সেইখিনি কেনেকৈ কোৱা হৈছে, তাৰ এটা বিচাৰ-বিশ্লেষণ হৈছিল— বিষয়বস্তুৰো বিচাৰ আৰু তাক প্ৰকাশ কৰা ভংগী বা ৰীতিটোৰো বিচাৰ। কিন্তু কিছু বছৰৰ আগৰ পৰা এই বিচাৰ-পদ্ধতি বাদ পৰিল, বন্ধ হৈ গ'ল; এতিয়া বিচাৰ কৰা হয় বিষয়বস্তু 'ছেকুলাৰিজম'ৰ পক্ষে হয়নে নহয় সেইটোহে। হ'লে 'বিপ্লৱ দীৰ্ঘজীৱী হওক' বুলি ধ্বনি দি অথবা মতান্তৰে 'আজান' দি আদৰি লোৱা হয় আৰু নহ'লে সপ্তৰথীয়ে চক্ৰবেহু ৰচনা কৰি অভিমন্যুক বেৰি ধৰি হত্যা কৰাদি হত্যা কৰিবলৈ লোৱা হয়। সাহিত্য-বিচাৰৰ ক্ষেত্ৰত এই 'ঐতিহাসিক' পট পৰিৱৰ্তনটো অথবা মতান্তৰে অধঃপতনটোৰ লগত আমি নাই, বৰকটকীও নাছিল— আমি সেইসকলৰ অপঘাতে মৃত্যুত মাত্ৰ সমবেদনা জনাই আহিছো।

পদ্ম বৰকটকীৰ সাহিত্যৰ বিচাৰ কৰাৰ বাবটো মোৰ নহয়, মই সাহিত্যক্ষেত্ৰৰ 'বাহিৰা মানুহ'। তেওঁ কোন বৰ্গ বা মানৰ (GRADE) সাহিত্যিক, অসমীয়া সাহিত্যক্ষেত্ৰৰ 'অধিকাৰ'সকলে তেওঁক বাটচ'ৰাতে থিয় কৰাই ৰাখে নে দুখোজ আগবাঢ়িবলৈ দি দুৱাৰডলিতে আঁঠু কঢ়াই থয় অথবা ঠাৰে-চিয়াৰে মাতি নি গুৰু আসনৰ ওচৰলৈ লৈ গৈ বহিবৰ বাবে কঠ এটা দিয়ে, সেইটো তেওঁলোকে জানে, তেওঁলোকৰ বিচাৰ। বৰকটকীৰ অসমীয়া সাহিত্যৰ ক্ষেত্ৰত গৰ্জনমুখৰ আৱিৰ্ভাব ঘটাৰ পৰা যোৱা প্ৰায় পঞ্চাছ বছৰ ধৰি তেওঁক নিচেই ওচৰৰ পৰা জানি অহাৰ আৰু তেওঁৰ বুজনভাগ সাহিত্য আৰু সংবাদ-লেখা প্ৰকাশ কৰা এজন সাংবাদিক হিচাপে কওঁ— পদ্ম বৰকটকীয়ে কেতিয়াও কোনো ক্ষেত্ৰতে গুৰু-গোসাঁইসকলৰ এইটো ভাগৰ মত আৰু বিধানবোৰ মানি লোৱা নাছিল, সহ্য কৰা নাছিল আৰু তেওঁলোকৰ পৰা আশীৰ্বাদ-নিৰ্মালি বিচৰা নাছিল, বৰং দিলেও যে হাত পাতি নল'ব সেই ধাৰণাহে আটাইকে দিছিল। বাহিৰৰ পৰা দেখাত তেওঁ গুৰু-গোসাঁই নমনা মানুহ যেনেই আছিল, কিন্তু মই জনাত তেওঁ তেওঁৰ একালৰ শিক্ষাগুৰু ডিম্বেশ্বৰ নেওগৰ পৰা আৰম্ভ কৰি বেণুধৰ শৰ্মা, পাৰ্বতিপ্ৰসাদ বৰুৱা, প্ৰেমধৰ ৰাজখোৱা, পদ্মেশ্বৰ গগৈ, হেম বৰুৱা, মহেশ্বৰ নেওগ, প্ৰফুল্ল দত্ত গোস্বামী, সত্যেন্দ্ৰনাথ শৰ্মা, দেবকান্ত বৰুৱা, যজ্ঞেশ্বৰ শৰ্মা, হেমাংগ বিশ্বাস, বিষ্ণুপ্ৰসাদ ৰাভা, ফণী শৰ্মা, গজেন বৰুৱা, চৈয়দ আব্দুল মালিক, সতীশ কাকতি, কীৰ্তিনাথ হাজৰিকা, কমলনাৰায়ণ চৌধুৰী, নগেন হাজৰিকাকে ধৰি বহুজনক গুৰু-গোসাঁইৰ আসনতে বহুৱাই শ্ৰদ্ধা

কৰিছিল আৰু সেইসকল জীয়াই থকাৰ কালতে অনবৰতে সেইসকলৰ লগত সম্পৰ্ক ৰক্ষা কৰি চলিছিল। সেইদৰে ভাগে ভাগে শ্ৰদ্ধা আৰু স্নেহৰ সম্পৰ্ক ৰক্ষা কৰিছিল তিলক হাজৰিকা, ভূপেন হাজৰিকা, দিলীপ শৰ্মা, কেশৱ মহন্ত, জ্ঞানানন্দ শৰ্মা পাঠক, অতুলানন্দ গোস্বামী, ৰত্ন ওজা, কুসুম বৰা আদিৰ লগতো।

সেইদৰে বাহিৰৰ পৰা দেখাত বৰকটকীক গাত গোসাঁই নথকা মানুহ যেন লাগিছিল বহুতৰে, শ্মশানত বৰকটকীৰ দেহ চিতাত তোলাৰ সময়ত সেইপিনে চাই চাই প্ৰফুল্ল গোবিন্দ বৰুৱাই মোক কৈছিল— 'বৰকটকী মানুহজন REST-LESS আছিল', তেওঁ বৰকটকীক 'আছাম ট্ৰিবিউন'ত চাকৰি কৰা দিনৰ পৰা জানিছিল। আচলতে বৰকটকী উত্তাল আৰু আলোড়িত আত্মাৰ, ঝঞ্ঝাক্ষুব্ধ আত্মাৰ গৰাকী আছিল, তেওঁ হয়তো অনবৰতে 'সুদূৰৰ বাজনা' শুনিছিল, কবিৰ ভাষাত তেওঁ আছিল 'ব্যাকুল অমৃতসন্ধানী'। কোনোধৰণৰ সঁজাতে বন্দী হ'বলৈ নিবিচৰা মুক্ত বিহঙ্গৰ দৰে আছিল। অবন্ধনা আছিল তেওঁৰ প্ৰাণ আৰু মনন শক্তি— স্বতন্ত্ৰীয়া আৰু স্বেচ্ছানুবৰ্তী, কাৰো কথা নুশুনে, কোনেও কথা কৈ মনাব নোৱাৰে। সংস্কাৰমুক্ত সন্ন্যাসীক অৱধূত বোলে, তেওঁ সংস্কাৰমুক্ত সংসাৰী আছিল ঃ ব্যাকুল অমৃতসন্ধানী। বিয়া কৰাইছিল, ঘৰ-সংসাৰ কৰিছিল, সন্তানৰ পিতৃ হৈছিল আৰু সেইপৰ্যন্ত আপোচ কৰিবলগাখিনিহে কৰিছিল; তাৰ বাহিৰত তেওঁ আছিল অবাধ, বন্ধনহীন পখী। অননুযায়িতা, ইংৰাজীত যাক কয় 'NON-CONFORMISM'— তেওঁৰ ব্যক্তিত্বৰ ভূষণৰ দৰে আছিল।

ব্যক্তি-আদৰ্শ, দল-সংগঠন, অনুষ্ঠান-প্ৰতিষ্ঠান— একোৱেই তেওঁক বান্ধি ৰাখিব নোৱাৰিছিল। স্কুলত পঢ়ি থাকোতেই স্বাধীনতা আন্দোলনৰ লগত যুক্ত হৈ পৰিছিল, গোটেই ৰাজ্যখনতে ঘূৰি-ফুৰি আন্দোলনকাৰী আৰু সংগঠনৰ শাখা-প্ৰশাখাবোৰৰ মাজত নথি-পত্ৰ, বাৰ্তা-সাহিত্য আদি বিতৰণ কৰি ফুৰোতে ধৰা পৰি কাৰাবাস খাটিবলগা হৈছিল; কিন্তু দেশ স্বাধীন হোৱাৰ পিছত চৰকাৰৰ ওচৰলৈ গৈ স্বীকৃতি আৰু সা-সুবিধা বিচৰা নাছিল। তেওঁক কংগ্ৰেছেও বান্ধি ৰাখিব নোৱাৰিলে, স্বাধীনতা সংগ্ৰামীসকলেও নোৱাৰিলে আৰু চৰকাৰেও নোৱাৰিলে। কাৰাবাস খাটোতে তেওঁৰ 'শিক্ষক' হিচাপে থকা দেৱকান্ত বৰুৱা, মহেন্দ্ৰমোহন চৌধুৰীৰ পৰা আৰম্ভ কৰি পৰৱৰ্তী কালৰ শৰৎ চন্দ্ৰ সিংহ, গিৰীন চৌধুৰী, পৰমানন্দ গগৈ, হিতেশ্বৰ শইকীয়া, গোলাপ বৰবৰা, তাৰো পিছৰ কালৰ প্ৰফুল্ল কুমাৰ মহন্ত, ভৃগু কুমাৰ ফুকন, ললিত ৰাজখোৱা, ভৰত নৰহ, দিগেন বৰা, বিজয়া চক্ৰৱৰ্তী, দেৱানন্দ কোঁৱৰ— এইদৰে বহুতৰ লগতে তেওঁৰ স্নেহ আৰু শ্ৰদ্ধাৰ সম্পৰ্ক হৈছিল, কিন্তু কাৰো ৰাজনীতি আৰু ক্ষমতাৰ ওচৰত তেওঁ ধৰা নিদিলে। মই জনাত হেমাংগ বিশ্বাসৰ প্ৰভাৱেই

তেওঁৰ ওপৰত সৰ্বাধিক আছিল, কিন্তু তেওঁক বলাবলৈ গৈ হেমাংগ বিশ্বাস 'গলদঘৰ্ম' হ'বলগা হৈছিল। চি পি আইৰ ফণী বৰা, দধি মহন্ত, দুৰ্লভ মহন্ত, কলকাতাৰ কেইবাজনো কমৰেড, চি পি আই (এম)ৰ হেমেন দাস, চি পি আই (এম এল)ত থাকোতে প্ৰভাত শৰ্মা, চি পি আই এম এল (লিবাৰেচন)ৰ বহুকেইজন নেতাৰ লগত তেওঁৰ বন্ধুত্ব আৰু ঘনিষ্ঠতা আছিল। তেওঁৰ মৃত্যুৰ পিছত তিতাবৰৰ ৰঙাজানৰ প্ৰদীপ গগৈয়ে মোলৈ ফোন কৰোতে ক'লে যে এটা নিৰ্বাচনত চি পি আই (এম)ৰ প্ৰাৰ্থী হোৱা সুৰেন হাজৰিকাৰ নিৰ্বাচনী সভাতো বৰকটকীয়ে বক্তৃতা দিছিলগৈ। কিন্তু কোনো দল আৰু ৰাজনীতিয়েই তেওঁক বন্দী কৰি ৰাখিব নোৱাৰিলে। এখন ইংৰাজী দৈনিককে ধৰি তিনিখনমান দৈনিক বাতৰি কাকতৰো সম্পাদক হৈছিল, কিন্তু সম্পাদকৰ চকীখনত 'এচকী হৈ' বেছি সময় বহি থাকিব পৰা মানুহ তেওঁ নাছিল। তেতিয়াৰ কলকাতাত ষাঠি চনৰ ভাষা আন্দোলনৰ সময়ত এচাম উগ্ৰ বাঙালীৰ আক্ৰমণৰ পৰা বাচিবলৈ লৰি পলাওঁতে ভগা ভৰিটো সৌ সিদিনালৈকে দহবাৰমান বাৰে বাৰে ভাগিছিল, কাৰণটো হ'ল বান্ধি দিয়া প্লাষ্টাৰটো যিমান দিন বান্ধি ৰাখিব লাগে, সিমান দিন নাৰাখি দুদিনমানৰ পিছতে নিজে কাটি বান্ধটো খুলি পেলায়। আচলতে বৰকটকীয়ে তেওঁৰ জীৱন কালত কোনো বান্ধকে বেছি সময় বান্ধ হৈ থাকিবলৈ নিদিছিল, দুদিনতে খুলি খুলি পেলাইছিল, কাৰণ তেওঁ 'সুদূৰৰ কিবা বাজনা' শুনিছিল, থিৰেৰে থাকিব পৰা নাছিল, দৌৰিব লাগে! বয়স আশী বছৰৰ ঘৰত উপস্থিত হোৱা অৱস্থাতো গুৱাহাটীৰ ৰাজপথত মুৰৰ অৱশিষ্ট লিংলাং চুলিকেইডাল পাছলৈ উৰুৱাই ঘণ্টাত আশী কিলোমিটাৰ বেগত গাড়ী চলাইছিল— যান-গতিৰ আইনক বুঢ়াআঙুলি দেখুৱাই।

সাহিত্যৰ বিচাৰ কৰাৰ অধিকাৰ নল'লেও সাহিত্যৰ সংবাদ দিয়াৰ অধিকাৰ নিশ্চয় ল'ব পাৰো। অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ ক্ষেত্ৰখনলৈ বৰকটকীয়ে কি কি দি গ'ল তাৰ এখন তালিকা তেওঁ ঢুকুৱাৰ পিছদিনাই এই কাকতত ওলোৱা মোৰ লেখাটোত দিছো, তাৰ আগেয়েও সেইখিনি তথ্য 'সম্ভাৰ'ত প্ৰকাশিত লেখাত দিছিলো। আজি তাৰ পুনৰুক্তি নকৰো, কিন্তু তেওঁৰ এখন উপন্যাস আৰু এটা কবিতা সৰ্বভাৰতীয় সাহিত্য-ক্ষেত্ৰতো স্থান পাবৰ যোগ্য। উপন্যাসখন 'ৰঙা ৰঙা ৰং' আৰু কবিতাটো 'তাজমহল নে তেজমহল?' মোৰ যিখিনি পঢ়া-শুনা তাৰ ভিত্তিত ক'ব পাৰো যে লোকায়ত দৰ্শন আৰু মাৰ্ক্সবাদী বিশ্ববীক্ষাক কাহিনী বা উপন্যাসৰ ৰূপ দি প্ৰচাৰ কৰা পন্থ বৰকটকী ভাৰতীয় সাহিত্যত দ্বিতীয়জন সাহিত্যিক, তেওঁৰ আগৰগৰাকী আছিল ৰাহুল সাংকৃত্যায়ন। বৰকটকীয়ে একালৰ অসমীয়া আলোচনী 'মাহেকীয়া সমকালীন'ত 'দেৱতাৰ পন্থ খেদি' নাম দি এখন

উপন্যাস লিখিছিল, তাৰে পৰিবৰ্ধিত আৰু পৰিমাৰ্জিত ৰূপ 'ৰঙা ৰঙা ৰং'— সমগ্ৰ লোকায়তিক দৰ্শন আৰু তত্ত্বক তেওঁ এখন উপন্যাসৰ ৰূপত দাঙি ধৰিছে। সেইদৰে প্ৰেমৰ সৌধ তাজমহলৰ প্ৰেমৰ আঁৰত গৰীব-দুখীয়াৰ তেজ আৰু ঘাম আছে, ধনীৰ ধন-দৌলতৰ অহংকাৰ আছে আৰু গৰীব-দুখীয়া শ্ৰেণীৰ প্ৰেম-প্ৰীতিৰ প্ৰতি উপহাস আছে, সেই কথা ভাৰতীয় সাহিত্যত প্ৰথম সেই কবিতাটোৰে লিখিছিল পদ্ম বৰকটকীয়ে। তেওঁৰ এই কবিতাটো প্ৰকাশ পোৱাৰ বহু বছৰৰ পিছত প্ৰখ্যাত উৰ্দু কবি আৰু গীতিকাৰ ছাহিৰ লুধিয়ানভীয়ে 'তাজমহল'ৰ প্ৰেমক তুচ্ছ-তাচ্ছিল্য কৰি লিখা এটা কবিতাই গোটেই ভাৰতীয় সাহিত্য জগতত তুমুল বিতৰ্কৰ সৃষ্টি কৰিছিল আৰু সেই সময়ৰ ইংৰাজী আলোচনী 'CARAVAN' ত সেইবোৰ বিতৰ্ক প্ৰকাশ হৈছিল আৰু মই পঢ়িছিলো, সেইবোৰ পঢ়ি মই বুজিছিলো যে তাৰ আগেয়ে 'তাজমহল'ক লৈ বেয়াকৈ কোনোধৰণৰ লেখা ভাৰতৰ কোনো ভাষাৰ সাহিত্যতে প্ৰকাশ পোৱা নাছিল। বৰকটকীৰ তাৰ আগেয়ে লিখা আৰু প্ৰকাশ পোৱা অসমীয়া কবিতাটোৰ খবৰ অবশিষ্ট ভাৰতৰ কোনো সাহিত্যিক আৰু সাহিত্যৰসিকে ৰখা নাছিল। এই বিষয়ে 'দৈনিক অসম'ত সম্পাদক হৈ থাকোতে মই দীঘলীয়াকৈ লিখিছিলো।

বিশ্বাসীসকলে নিজৰ নিজৰ ধৰ্মগ্ৰন্থ একোখন লগত লৈ ফুৰাদি বৰকটকীয়ে তেওঁৰ লিখা-পঢ়া কৰা মেজখনত ৰবীন্দ্ৰনাথৰ 'সঞ্চয়িতা'খন সদায় ৰাখিছিল। ব্যাকুল অমৃতসন্ধানী পদ্ম বৰকটকীৰ বিষয়ে এই ভুখৰীয়া শ্ৰদ্ধাঞ্জলি লেখাটো ৰবীন্দ্ৰনাথৰ 'সঞ্চয়িতা'ৰ 'চৈতালি' অৰ্ঘ্যৰ 'কাব্য' কবিতাটিৰেই সামৰো ঃ 'তবু কি ছিল না তব সুখ দুঃখ যত/আশা নৈৰাশ্যেৰ দ্বন্দ্ব, আমাদেৰই মতো/হে অমৰ কবি? ছিল না কি অনুক্ষণ/ৰাজসভা-ষড়চক্ৰ, আঘাত গোপন?/কখনো কি সহ নাই অপমানভাৰ,/অনাদৰ, অবিশ্বাস, অন্যায় বিচাৰ,/অভাব কঠোৰ ক্ৰূৰ-নিদ্ৰাহীন ৰাতি/কখনো কি কাটে নাই বক্ষে শেল গাঁথি?/তবু সে-সবাৰ উৰ্ধ্বে নিৰ্লিপ্ত নিৰ্মল/ফুটিয়াছে কাব্য তব সৌন্দৰ্যকমল/আনন্দেৰ সূৰ্য-পানে; তাৰ কোনো ঠাই/দুঃখদৈন্য-দুৰ্দিনেৰ কোনো চিহ্ন নাই।/জীবন মন্থন বিষ নিজে কৰি পান/অমৃত যা উঠেছিল কৰে গেছ দান।' ❑

('অসমীয়া প্ৰতিদিন' ২১ মাৰ্চ, ২০০৮ চন)

# ( ২ )

# অনিৰুদ্ধ পখী পদ্ম বৰকটকীৰ গতি ৰোধিব নোৱাৰিলে

পদ্ম বৰকটকীৰ নশ্বৰ দেহ চিতাৰ বুকুত ছাই হৈ ধূলিত মিহলি হৈ গ'ল; তেওঁৰ অমৰত্বৰ বাবে লোভ একেবাৰেই নাছিল, তথাপি তেওঁৰ জীৱনৰ আৰু সৃষ্টিৰ জাল-দহিত অবিনশ্বৰ হৈ কিবা যদি থাকি গ'ল বৰ্তমান আৰু আগন্তুক কালৰ বাবে তাৰ সম্ভেদ গোটেইখিনি সময়েহে জানিব আৰু দিব আৰু হয়তো কিছুখিনি আমাক জনাব আৰু দিব আমাৰ জীৱনৰ অৱশিষ্ট দিন কেইটাত। প্ৰায় আঢ়ৈ-কুৰি বছৰৰ আগেয়ে পদ্ম বৰকটকীয়ে কলকাতাৰ পৰা এগছি ডাঙৰ জোঁৰ-বন্তি আকাশ-বাতি কৰি জ্বলাই আমাৰ বাবে দাঙি ধৰিছিল; আমি কেইজনমানে আৰু আমাৰ অনুজপ্ৰতিম অসংখ্যজনে তাৰ পোহৰত মন-প্ৰাণ তপতাই লৈছিলোঁ; তাৰ পোহৰত যি যেনেকৈ পাৰো বাট বিচাৰি লৈছিলো আৰু কিছু সংখ্যকে সেই গছি বন্তিৰ পৰাই নিজৰ নিজৰ চেতনাতো একো গছি চাকি জ্বলাই লৈছিলো। তাৰে কিছু চাকি আজিও জ্বলি আছে ক'ৰবাত তেজী শিখা লৈ আৰু ক'ৰবাত টিমিক-ঢামাককৈ বিভিন্ন মাত্ৰাত, বিভিন্ন অৱস্থাত। কিছুমান সময়ৰ বা লাগি নুমায়ো গৈছে।

শ্মশানত শেষকৃত্যৰ অনুষ্ঠানত যোগ দি দেৱ (বড়া) আৰু পবিৰৰ (পবিত্ৰ জীৱন বৰুৱা) লগত বহি থাকোতে লক্ষ্মীনাথ তামুলী কাষতে বৈ.বৰ স্মৃতিকাতৰ হৈ পৰিল; তেওঁলোক বিশ্ববিদ্যালয় মহলাৰ ছাত্ৰ হৈ থাকোতে কেনেকৈ সহপাঠী কেইজনমানক লৈ দল বান্ধি চিৰিয়াখানা পথত থকা 'উখুন জংঘা' উপন্যাস-খ্যাত অমূল্য বৰুৱাৰ ঘৰলৈ আড্ডা দিবলৈ আৰু আলোচনাত যোগ দিবলৈ আহোতে পদ্ম বৰকটকীক লগ পাইছিল, মোৰ দৰে তেওঁলোকতকৈ জ্যেষ্ঠসকলক লগ পাইছিল সেইবোৰ দিন, সেইবোৰ কথা সুঁৱৰিলে। মোৰ কথা, পবিত্ৰ কুমাৰ ডেকাৰ কথা, অৱণী চক্ৰবৰ্তী, হীৰেন গঁগৈ, যতীন্দ্ৰ কুমাৰ বৰগোহাঁঞি, জ্ঞান পূজাৰী, জ্ঞানাদাভিৰাম শইকীয়াকে ধৰি বহুজনৰ কথা ক'লে। পদ্ম বৰকটকী আৰু অমূল্য বৰুৱাৰ বিস্ময়কৰ ব্যক্তিত্ব, অৰীতিয়া চিন্তাধাৰা, তেওঁলোকৰ জীৱন-বোধ আৰু জীৱন-বিলাস, বিপজ্জনক ধেমালিবোৰ, তেওঁলোকৰ ৰসবোধ, বুদ্ধিদীপ্ত উত্তৰা-উত্তৰিবোৰ, তেওঁলোকৰ হাস্য আৰু ব্যংগ ৰসাত্মক কথা-বাৰ্তাবোৰ, অগতানুগতিক আৰু বন্ধনমুক্ত জীৱন-যাপন আৰু বিস্ময়কৰ উৎকেন্দ্ৰিকতাবোৰ সুঁৱৰিলে। লক্ষ্মীনাথ বিৰল পাণ্ডিত্যৰ অধিকাৰী আৰু আমাৰ প্ৰায় সকলোতকৈ অধিক যুক্তিবাদী আৰু বাস্তৱবাদী মানুহ, মৃত্যু-শোকত আকুল হৈ তেওঁৰ জ্যেষ্ঠ প্ৰিয়জনক 'দেৱতা' কৰা মানুহ লক্ষ্মীনাথ নহয়। পিছদিনা গোলাঘাটৰ ঘৰত থকা হীৰেন গঁগৈৰ লগত ফোনত কথা পাতোতেও

হীৰেনে মোক পদ্ম বৰকটকীৰ কথা প্ৰায় সেইদৰেই ক'লে। ফোনত পবিত্ৰয়ো (ডেকা) একে সুৰতে ক'লে। মোৰ সাংবাদিক সহকৰ্মী আৰু বন্ধু নব শৰ্মায়ো। পদ্ম বৰকটকীৰ মৃতদেহ চিতাত তোলাৰ সময়ত কাষতে থিয় হৈ থকা প্ৰফুল্ল গোবিন্দ বৰুৱায়ো বৰকটকীৰ বিৰল ব্যক্তিত্ব আৰু গুণাৱলী উল্লেখ কৰিলে। শ্মশানত লগ পোৱা উপেন্দ্ৰ নাথ শৰ্মা, ধীৰেন্দ্ৰ নাথ চক্ৰৱৰ্তী, প্ৰফুল্ল চন্দ্ৰ বৰুৱা, অজিত কুমাৰ ভূঞা, হাইদৰ হুছেইন, দিলীপ চন্দন, মুনীন বায়ন, মনোজ গোস্বামী, সঞ্জীৱ সভাপণ্ডিত, দিনেশ শৰ্মা, দুলাল শৰ্মা, গকুল বৰা, ৰাধা বৰা, গোপাল ডেকা, অৰূপ বৰবৰা, সমুজ্জ্বল কুমাৰ ভট্টাচাৰ্য, ধ্ৰুৱ বৈশ্য, অতুলানন্দ গোস্বামী, চৰণ ডেকা, পুলক গগৈ, কোকিল দাস, প্ৰকাশ মহন্ত, মনোজ দত্ত, ভৱানী বৰঠাকুৰ, সমুদ্ৰগুপ্ত কাশ্যপ, নিত্য বৰা, জিতেন শৰ্মা, ভোলা গোহাঁই, দুলাল বৰা, দিলীপ বৰুৱা, অমল (ভাইমন) হাজৰিকা, প্ৰফুল্ল মহন্ত (ড°) কে ধৰি অসংখ্যজনে প্ৰায় একেধৰণে ক্ষোভ প্ৰকাশ কৰিলে যে বৰকটকীক তেওঁৰ জীৱন-কালত উপযুক্ত সম্মান আৰু স্বীকৃতি দিয়া নহ'ল, কিন্তু ইতিমধ্যে পোৱাসকলৰ বহুততকৈ বৰকটকী অধিক যোগ্য আছিল পাবৰ বাবে।

পদ্ম বৰকটকী ১১ মাৰ্চৰ সন্ধিয়া ঢুকুৱাৰ পিছৰ পৰা আজি এই লেখা যুগুত কৰা সময়লৈকে (১৫ মাৰ্চৰ দুপৰীয়ালৈকে) গুৱাহাটীৰ আৰু ৰাজ্যখনৰো বিভিন্ন স্থানৰ পৰা অসংখ্যজনৰ ফোন পাইছোঁ— সকলোৰে একেটা কথা, তেওঁক জীৱন কালত প্ৰাপ্য সন্মান আৰু স্বীকৃতি নিদি বৰ অনাদৰ কৰা হ'ল। মোৰ আজি এই মুহূৰ্তত এনে লাগিছে যেন গোটেই ৰাজ্যখন জুৰি থকা এটা বৃহৎ পৰিয়ালৰ মুৰব্বী জ্যেষ্ঠজনৰ মৃত্যুত শোক সন্তপ্ত হৈ অ'ত-ত'ত স্থানান্তৰত আৰু বিষয়ান্তৰত ব্যস্ত থকা সকলোটি যেন পৰস্পৰৰ ওচৰ চাপিছে, ফোনতেই হওক বা শাৰীৰিক উপস্থিতিৰেই হও লগ লাগিছে মৃতকক শ্ৰদ্ধা জনাবলৈ, পৰস্পৰৰ সমব্যথী হ'বলৈ।

পদ্ম বৰকটকী মানুহজন কেনে আছিল, অসমৰ বৌদ্ধিক আৰু সাংস্কৃতিক ক্ষেত্ৰত তেওঁৰ স্থান কিমান গুৰুত্বপূৰ্ণ আছিল, তেওঁ অসমৰ প্ৰধান আৰু আগশাৰীৰ সাহিত্যিকসকলৰ এজন আছিল নে নাই, মানুহ হিচাপে তেওঁ কিমান উচ্চ স্তৰৰ আছিল, তেওঁৰ সাহিত্য আৰু সাংবাদিকতাৰ ধাৰাটো কি মানৰ, কিমান গুৰুত্বপূৰ্ণ, তেওঁক চৰকাৰী আৰু বেচৰকাৰী প্ৰতিষ্ঠিত ক্ষমতা সৌধটোৱে (ESTABLISHMENT) কিয় অনাদৰ কৰিছিল, তেওঁ অসমৰ বৌদ্ধিক আৰু সাংস্কৃতিক ক্ষেত্ৰখনক কি কি দি গ'ল, অসমৰ বৌদ্ধিক ক্ষেত্ৰখন দখল কৰি গ্ৰাস মাৰি ধৰি থকা এবিধ দুৰ্বৃত্ত জাতীয় লোকে অনিৰুদ্ধ পথী পদ্ম বৰকটকীৰ গতি ৰোধ কৰি ধৰিব পাৰিলে জানো, —এনে কিছু বিষয় লৈ মই আগেয়ে কেইবাবাৰো লিখিছোঁ আৰু সেইবোৰ প্ৰকাশো হৈছে। আজি এই লেখাৰ লগত সেই প্ৰকাশিত লেখাৰ পৰাই কিছু কথা উদ্ধৃতি কৰি যোগ কৰিলোঁ তলত।

০০০০০০

ব্যক্তিগত, সাংসাৰিক তথা পাৰিবাৰিক আৰু সৃষ্টিশীল জীৱনলৈ দুৰ্দিন-দুৰ্দশা আহিলে সাধাৰণতে মানুহ ভাগি পৰে। কেতিয়াবা একেবাৰে ভাগি পৰে, কিন্তু মই যোৱা প্ৰায় ৫০ বছৰ ধৰি নিচেই ওচৰৰ পৰা দেখি আছিলো, পদ্ম বৰকটকীক কিন্তু দুৰ্দিন-দুৰ্দশাই সংগ্ৰামী কৰি জগাই তুলিছিল, দুৰ্দমনীয় কৰি থৈ গৈছিল। তেওঁ কেতিয়াও হতাশ (Depressed) নহৈছিল বৰং বিষম পৰিস্থিতিয়ে তেওঁক পুনৰ তেজ কদমত চলা এটা তেজাল ৰণুৱা ঘোঁৰা কৰি তুলিছিল। দুৰ্দিন-দুৰ্দশাত পৰা মানুহে যিটো অৱস্থাত মানসিক ভাৰসাম্য হেৰুৱাই আত্মহত্যা কৰাৰ কথা ভাবে, কিছুমানে আত্মহত্যা কৰিবলৈ চেষ্টাও কৰে, সেইটো পৰিস্থিতিত পদ্ম বৰকটকীয়ে তেওঁৰ জীৱনবোধৰ মুলাধাৰ হৈ থকা অফুৰন্ত ৰসবোধ নেহেৰুৱাই হয়তো কৈ দিছিল ঃ 'মোৰ দুৰ্দিন-দুৰ্দশাৰ বাতৰি এটা অতিৰঞ্জন'— মাৰ্ক টোৱেইনে তেওঁৰ মৃত্যু হোৱা বুলি ওলোৱা বাতৰি পঢ়ি কোৱাৰ দৰে 'The report of my death is an exaggeration.

বৰকটকীয়ে তেওঁৰ জ্ঞান আৰু পাণ্ডিত্যৰ সাঁচতীয়া থুনুপাকটো ব্যৱসায়ৰ গুপুত কথা (Trade secret) ৰক্ষা কৰি থকাদি লুকুৱাই নাৰাখিছিল, মন গ'লেই তাত হাত দিব পৰা হৈছিল, ফোনতে তেওঁক সেইবোৰ সুধি ল'ব পৰা হৈছিল, ঘৰলৈ গৈ কথা পাতি উলিয়াই ল'ব পৰা হৈছিল। শিষ্য, অনুগত আৰু অনুৰাগীক 'বিদ্যা' গোটেইখিনি নিদিয়া বা নিশিকোৱা 'গুৰু'সকলৰ দৰে তেওঁ নাছিল। সকলো মুক্ত , বৰকটকী নামৰ 'অনুষ্ঠান'টো এটা গ্ৰন্থাগাৰৰ দৰে, আপুনি চিনাকিটো দিয়েই সদস্য-পদ লৈ ল'ব পাৰে, আপুনি যি লাগে সেই 'গ্ৰন্থাগাৰ'ৰ পৰা ল'ব পাৰে, পঢ়িব পাৰে, টুকিব পাৰে। যদি ল'ব পৰা নাছিল একো সেইটো আপোনাৰ অনুপযুক্ততা, অযোগ্যতা— আমাৰ দৰে।

নিজৰ পাৰ কৰি অহা জীৱনটোক তেওঁ ঋতুৱে ঋতুৱে সম্পাদনা (Edit) কৰি পৰিবৰ্তিত সময়ৰ লগত খাপ খুৱাই খুৱাই গৈ থকা কামটোও তেওঁ নকৰিছিল। নিজৰ অতীতটোক পৰিবৰ্তিত সময়ৰ দাবী অনুযায়ী কাটকুট কৰি, সম্পাদনা কৰি সকলো সময়তে নিজক উপযোগী আৰু গ্ৰহণযোগ্য (Politically correct) কৰি ৰাখিবলৈ চেষ্টা তেওঁৰ নাছিল। এটা সময়ত একোটা কথা যিদৰে জানিছিল, যিদৰে বুজিছিল, সত্য বুলি যিটোৰ সন্মুখীন হৈছিল সেইটো তেওঁৰ জীৱনৰ এটা পৰ্যায় হৈ আছে, তাৰ যুগোপযোগী ব্যাখ্যা আৰু ভাষ্য যোগ দি তাক সজাই-পৰাই লিখা বা কোৱা কামটো তেওঁ নকৰিছিল। শৈশৱ বা কৈশোৰত পুৰাতে যি কাতিত সাৰ পাইছিল সেই কাতিতে পোৱা ভাগৱত বা দশমখন মেলি লৈ দিনটো আৰম্ভ কৰিছিল জাতীয় মিথ্‌-কথা এসোপাৰে নিজৰ 'মহাপুৰুষ' জীৱনৰ মহৎ আৰম্ভণি এটা দাঙি ধৰাৰ চেষ্টা তেওঁ কৰা নাছিল কেতিয়াও।

আনে যাপন কৰা জীৱন 'চাই' বা 'পঢ়ি' নহয়, নিজে যাপন কৰি তেওঁ জীৱনৰ বিষয়ে শিকিছিল আৰু জানিছিল, আনৰ কিতাপ পঢ়ি সেই মতে যাপন কৰিবলৈ হাস্যকৰ

চেষ্টাবোৰ কৰা নাছিল। কিবা আঁকিছিল যদি আটায়ে দেখি বুজাকৈ আঁকিছিল, তলত চিত্ৰ-পৰিচয় (Caption) দি বা সাক্ষাৎকাৰ দি তেওঁ কি আঁকিছে সেইটো বুজাই থাকিব লগা হোৱা নাছিল।

যিখিনি যোগাৰ-যাতি (manage) কৰিলে, জনসংযোগ-ৰক্ষা (Public-relation) কৰিব পাৰিলে একোটা নিৰ্দিষ্ট সময়ৰ মূৰে মূৰে বঁটা-বানচ, মান-সন্মান, স্বীকৃতি-গুৰুত্ব আদি আহি থাকে সেইখিনি কৰাৰ মানসিকতা বৰকটকীৰ কাহানিও নাছিল। আনুষ্ঠানিক স্বীকৃতি-দান সংক্ৰান্ত বিষয়বোৰ নিয়ন্ত্ৰণত ৰখা বিশেষ সমাজখনৰ লগত 'হাত মেলিলেই হোকাটো পাব পৰা' সম্পৰ্ক এটা তেওঁ গঢ়িব নোৱাৰিছিল, গঢ়িবলৈ লগা বিশেষ মানসিকতাটো তেওঁৰ জীৱন-ৰীতিত নাছিলেই। তেওঁ যি ভাবে তাকে লিখি দিছিল, তাকে কৈ দিছিল আৰু পৰিণতিত তেওঁ 'মৰিছিল'। এবাৰত তপত ঢালি পাছ পাকতে চেঁচা ঢালি তেওঁ কেৰামতালিও দেখুৱাই নাথাকিছিল।

উভতি চাই, আমি কেইজনমানে নিজকে সৌভাগ্যবান বুলি ভাবো, তেওঁক আমাৰ কালৰ এগৰাকী সহজে ঢুকি পোৱা আৰু লগত পাব পৰা সাহিত্যিক-সাংবাদিক হিচাপে পাই। তেওঁৰ লগত প্ৰয়োজন আৰু পৰিস্থিতি সাপেক্ষে সম্পৰ্ক ভঙা-গঢ়া কৰি থাকিব পাৰিছিলো; তেওঁ আমাৰ লগত সম্পৰ্কৰ ক্ষেত্ৰত জেদ ধৰি নাথাকিছিল। বয়স বাঢ়ি গৈছিল মানে তেওঁ ক্ৰমে বেছিকৈ 'অময়া' হৈ পৰিছিল। অসমীয়া সাহিত্যত আৰু সাংবাদিকতাত পদ্ম বৰকটকীৰ অৱদানখিনিৰ গুণাগুণ বিচাৰ কৰিবলৈ লগা যোগ্যতাখিনি মোৰ নাই, যোগ্যতা থকাসকলে কৰা মূল্যায়নবোৰ মই পঢ়িছোঁ। অৱশ্যে মই মোৰ ক্ষমতাৰে বুজাখিনিৰ বিষয়ে স্থানান্তৰত প্ৰকাশিত লেখাত উল্লেখ কৰিছোঁ। আজিৰ এই প্ৰসংগত ইয়াকে ক'ব পাৰি যে পঞ্চাছৰ দশকৰ পৰা মৃত্যু পৰ্যন্ত অসমীয়া সাহিত্য আৰু সাংবাদিকতাৰ ক্ষেত্ৰখনত তেওঁৰ সন্দীপন-উপস্থিতি যুগপৎ উদ্ভাসন-মুখৰ আৰু উজ্জীৱন-মুখৰ আছিল। অসমীয়া সাহিত্যৰ আধুনিক ধাৰাটোত তেওঁ এটা বিশিষ্ট মাত্ৰা সংযোজন কৰি গ'ল—যিটো গুৰুত্বপূৰ্ণও আৰু তাৎপৰ্যপূৰ্ণও।

অসমীয়া সাহিত্য আৰু সাংবাদিকতাত বৰকটকী বহু বিষয়তে প্ৰথম আৰু বাটকটীয়া আছিল, তেওঁ প্ৰৱৰ্তন কৰাখিনি অসমীয়া মানুহে সেই সেই ক্ষেত্ৰত গ্ৰহণ কৰি সেইবোৰৰ উৎকৰ্ষ সাধন কৰি আছে, আজিও। (১) লোকায়ত দৰ্শন আৰু বিজ্ঞানক জনপ্ৰিয় সাহিত্যৰ (উপন্যাসৰ) বিষয় কৰিলে প্ৰথমে বৰকটকীয়ে, (২) মহাপুৰুষ শংকৰদেৱক নাটকৰ বিষয় কৰি গুৰুজনাক প্ৰথম জনপ্ৰিয় সাহিত্যৰ মাধ্যমত দাঙি ধৰিলে বৰকটকীয়ে, (৩) বিহু আৰু পূজাত অসমীয়া বাতৰি-কাকত/আলোচনীৰ কিতাপ আকাৰৰ সাহিত্য-সংকলন প্ৰকাশ কৰাটো প্ৰথম আৰম্ভ কৰে বৰকটকীয়ে, (৪) শংকৰদেৱ আৰু জ্যোতিপ্ৰসাদৰ বিষয়ে বাতৰি কাকত বা আলোচনীৰ বিশেষ সংখ্যা প্ৰথম প্ৰকাশ কৰোঁতাও তেৱেঁই,

(৫) তেওঁ সম্পাদনা কৰা আলোচনীতে বিজ্ঞানে, লগতে অন্ধবিশ্বাস আৰু কু-সংস্কাৰবিৰোধী যুক্তিবাদে সাহিত্য-আলোচনীত প্ৰথম গুৰুত্ব আৰু মান্যতা পায়, (৬) মাৰ্ক্সবাদ-লেনিনবাদৰ চৰ্চাও কমিউনিষ্টৰ মুখপত্ৰৰ বাহিৰত তেওঁ সম্পাদনা কৰা আলোচনীত প্ৰথম ব্যাপক আৰু ধাৰাবাহিকভাৱে প্ৰকাশ পায়, (৭) ১৭ জানুৱাৰীত 'শিল্পী-দিৱস' পতাৰ আৰু সেইদিনা ৰাজহুৱা বন্ধ ঘোষণা কৰাৰ আহ্বান আৰু (৮) চুকাফাক 'প্ৰথম অসমীয়া' বুলি ঘোষণা কৰি 'চুকাফা দিৱস' পাতিবলৈ আহ্বান প্ৰথমে বৰকটকীয়েই দিয়ে তেওঁ সম্পাদনা কৰা আলোচনীত। এতিয়া এইখিনিকে উল্লেখ কৰিলো, বৰকটকীয়েই বাটকটীয়াৰ ভূমিকাত থকা আৰু কিছু বিষয় পিছত লিখিবলৈ থ'লোঁ। সাহিত্য আৰু সাংবাদিকতাৰ ক্ষেত্ৰত তেওঁ এইবোৰ বাটকটীয়া কাম আৰম্ভ কৰিছিল ষাঠিৰ দশকৰ প্ৰথম ভাগতে।

পদ্ম বৰকটকীৰ এইবোৰ অৱদান লৈ কোনেও গুৰুত্বসহকাৰে চৰ্চাই নকৰিলে— সেইবোৰক প্ৰাপ্য স্বীকৃতি আৰু গুৰুত্ব দি তেওঁৰ প্ৰতি কৃতজ্ঞতা জনোৱাটো দূৰৰে কথা। মাৰ্ক্সবাদী-লেনিনবাদী তত্ত্বৰ 'সূক্ষ্ম-বিচাৰ'ৰ নামত অতিচাৰ কৰি ফুৰা সেইকালৰ প্ৰগতিজীৱীসকলেও তেওঁনো নিজে প্ৰতিষ্ঠাপক সম্পাদক হৈ চলাই থকা আলোচনীখনৰ সম্পাদক পদটো আঁৰৰ পৰা সূতা টানি চলোৱা কাৰ চক্ৰান্তত এৰিবলৈ বাধ্য হ'ল তাৰ সম্ভেদ লোৱাৰ প্ৰয়োজনবোধ নকৰিলে; অথচ এইসকলে অসমৰ গছতলে-বাঁহতলেও আমেৰিকান সাম্ৰাজ্যবাদৰ ভূত দেখে, আনকি অসমীয়াৰ জাতীয় অস্তিত্ব ৰক্ষাৰ বাবে চলা জাতীয় জাগৰণটোৰ আঁৰতো আমেৰিকান সাম্ৰাজ্যবাদৰ হাত দেখে। ভিয়েটনামত আগ্ৰাসী আক্ৰমণ চলোৱা আমেৰিকান সাম্ৰাজ্যবাদৰ ভূমিকাক তুলা ধূনা দি উন্মোচন কৰা মোৰে এটা বৰ গুৰুত্বপূৰ্ণ দুখণ্ডীয়া লেখাৰ প্ৰথমটো খণ্ড ওলোৱাৰ পিছতে বৰকটকীক সম্পাদক পদ এৰিবলৈ বাধ্য কৰা হ'ল, পৰৱৰ্তীজন সম্পাদকে মোৰ লেখাটোৰ দ্বিতীয় খণ্ডটো নিয়মমতে প্ৰকাশ কৰিব লাগিছিল, নকৰিলে আৰু নুলিওৱা খণ্ডটো মোক ঘূৰায়ো নিদিলে। সকলো 'চাই থকা' আৰু 'দেখি থকা' বুলি জাহিৰ কৰি ফুৰা তথাকথিত প্ৰগতি শিবিৰৰ সদা-সতৰ্ক প্ৰহৰীসকলে সেইবোৰ ঘটনা নেদেখিলে, বৰং হাতে হাতে কলম লৈ নতুনজন সম্পাদকৰ পাছত উৰুলীয়াই-কিৰিলিয়াই থিয় হ'লগৈ।

'শংকৰদেৱনো কোন?' বুলি সোধাজনকো হাতে-ভৰিয়ে ধৰি ফুচুলাই শঙ্কৰদেৱ বঁটাটো দিয়েগৈ, সেইক্ষেত্ৰত বাঙালী এজনক দিব লাগিলে হেমাঙ্গ বিশ্বাস বা অন্নদাশংকৰ ৰায়কহে যে জীৱিত কালতে হওক বা মৰণোত্তৰ কালতে হওক সেই বঁটা দিব লাগে, সেইটো চিন্তা কৰিব পৰা মানুহেই চৰকাৰত নাই, নাটকত শঙ্কৰদেৱক দাড়ি ধৰি মহাপুৰুষজনাক সৰ্বপ্ৰথম জনপ্ৰিয় সাহিত্যৰ বিষয় কৰা বৰকটকীক দিয়াৰ বিষয়ে আজিও কোনেও ভবা নাই। সাহিত্য বঁটাৰ বাবে বাছনি বা অনুমোদন কৰা হয় সাধাৰণতে নিজৰ

'বৌদ্ধিক-সংহতি'টোৰ একোজনকে, আগেয়ে নির্দিষ্ট কৰি লোৱা একোজন সাহিত্যিকক তেওঁলোকৰ বিশেষ সৃষ্টি নাপালে তেওঁলোকৰ পেলনীয়া বিধৰ 'সাহিত্য কৰ্মকে জাবৰ-পাচিৰ পৰা তুলি আনি জাৰি-জোকাৰি কিতাপ একোখন কৰি লৈ তাকে একাডেমী বঁটা, উপত্যকা বঁটা আদি দি থকা হৈছে, কেতিয়াবা কেতিয়াবা একো একোজন 'যোগাৰ-যাতিত বিশেষজ্ঞ' (manage-master) কে অসম সাহিত্য সভাৰ সভাপতিৰখনকে ধৰি আসনবোৰত বহুৱাই দিয়া হৈছে। এই 'প্ৰতাপী'সকলৰ লগত 'হোকাটো আগবঢ়াই দিয়া আৰু হাত পাতি লোৱা' সম্পৰ্ক এটা বৰকটকীয়ে ৰক্ষা কৰা নাছিল বাবে তেওঁক 'বৰ্জন' কৰি চলা হৈছিল। অৱশ্যে, সেইবোৰত বৰকটকীৰ কোনো খেদ নাছিল; অসমীয়া সাহিত্যৰ এই প্ৰতাপী আৰু অঘটনপটুসকলে তেওঁৰ প্ৰতি এইবোৰ বৈষম্যমূলক আচৰণেৰে তেওঁক কিবা অনাদৰ কৰিছে বুলি তেওঁ নিজে নাভাবিছিল; বৰকটকীয়ে তেওঁলোকৰ এইবোৰ নিজৰ 'সংহতি'টোৰ ভিতৰতে বহি পৰস্পৰে পৰস্পৰক পিঠি খজুৱাই দি সুখ লৈ থকা 'সাহিত্য সেৱা'ক পুতৌৰ দৃষ্টিৰেহে চাইছিল। আমি কিন্তু ব্যথিত হৈছিলো, আজিও হওঁ আৰু এই তথাকথিত 'প্ৰতাপী'সকলৰ 'সাহিত্য-ৰাজনীতি' দেখি বিস্মিত হওঁ।

বৰকটকীয়ে প্ৰায়ে কৈছিল— 'কলমটো হাতত থকালৈকে, অৰ্থাৎ লিখিব পৰা হৈ থকালৈকে মই কালৈ বা কিহলৈ পৰোৱাই কৰিছোঁহে। সময়ে প্ৰয়োজনত নলগাবোৰক মচি নোহোৱা কৰি যাব আৰু লগাবোৰক সিংহাসনত বহুৱাব। ইতিহাসত সেইটোৱেই হৈ আছে, সময়ে এতিয়া জ্যোতিপ্ৰসাদক সিংহাসনত বহুৱাইছে। মিছাতে কাৰো প্ৰতি ক্ষোভ লৈ নাথাকিবা।' নিজৰ কলমৰৰ শক্তিত বিশ্বাস থকা আৰু নিজৰ সৃষ্টিৰ বৈশিষ্ট্য আৰু বৈচিত্ৰ্য সম্পৰ্কে সচেতনসকলেহে এইদৰে কয়— ক'ব পাৰেই।

বৰকটকী নিজৰ 'ভাবমূৰ্তি' এটাত বন্দী হৈ বন্দীদশা ভোগ কৰি থকা 'কয়দী' সাহিত্যিক বা সাংবাদিক নাছিল। তেওঁৰ ভাবমূৰ্তি এসময়ত কি আছিল, বৰ্তমান কি অৱস্থাত আছে আৰু ভৱিষ্যতে কি হ'বগৈ সেইবোৰ লৈ উদ্বিগ্ন নাছিল। যেতিয়া যিটো তেওঁৰ জ্ঞান-বিশ্বাসত সত্য বুলি প্ৰতিভাত হৈছিল তেতিয়া সেইটোকে তেওঁ আন্তৰিক সাধুতাৰে প্ৰকাশ কৰিছিল। তেওঁৰ কাৰো ওচৰত জবাবদিহি হ'ব লগা নাছিল। অমৰত্বৰ লোভো নাছিল। অসমত প্ৰকৃত অৰ্থত 'মুক্তমনা' সাহিত্যিক বা সাংবাদিক বুলিলে আমি পদ্ম বৰকটকীকে বুজিছিলো আৰু এতিয়াও বুজোঁ। ❑

('জনমভূমি'/১৯ মাৰ্চ, ২০০৮ চন)

( ৩ )

# পদ্ম বৰকটকী ঃ এটা প্ৰসংগত

এনে মানুহ সাধাৰণতে বৰ কমেই থাকে, কীৰ্তিমানসকলৰ মাজতো প্ৰায় নাই বুলিবই পাৰি, যাক জীৱনকালত সম্বৰ্ধনা জনাওঁতে বা যাৰ স্মৃতিক মৃত্যুৰ পিছত শ্ৰদ্ধা জনাওঁতে তেওঁৰ জীৱন-কথা সুঁৱৰি মিছা কথা কিছুমানো কৈ গুণানুকীৰ্তন কৰিব লগা অৱস্থা এটা নহয়, অৰ্থাৎ সেইবোৰ উপলক্ষ্যত তেওঁৰ বিষয়ে মিছা কথা কিছুমান সজাই-পৰাই লৈ নক'লেও চলে। জ্ঞানীসকলে কয় মানুহ বোলে সেইদৰে জীয়াই থাকিব লাগে। আমাৰ মাজত দুহেজাৰ সাত চনৰ ৩০ জুলাইত বয়সত ৮০ বছৰ গৰকা বিশিষ্ট সাহিত্যিক-সাংবাদিক পদ্ম বৰকটকী ঠিক সেইদৰে জীয়াই আছে। তেওঁৰ বিস্ময়কৰ ব্যক্তিত্বৰ স্বপ্ৰকাশ, তাৰ অন্তৰ্গত সমস্ত বৈশিষ্ট্য আৰু বৈচিত্ৰ্য লৈ বিৰাজমান হৈ আছ পঞ্চাছৰ দশকৰ আৰম্ভণিৰ পৰা। মই তেনেই সামান্য মানুহ, তাতে শিক্ষা-দীক্ষা-শূন্য, পাণ্ডিত্য-বিদ্যাবত্তা-বৰ্জিত পোতন নথকা সাংবাদিক, মোৰ 'বিশ্বদৰ্শন' কৰিব পৰা প্ৰতিভাও নাই আৰু 'বিশ্বদৰ্শন' কৰাব পৰা ক্ষমতাও নাই। আনকি নিজকে প্ৰকাশ কৰিবলৈও অসমৰ্থ আৰু পৰাখিনি আনৰ বোধগম্য হোৱাকৈও কৰিব পৰা নাই। তাৰ মাজতে ইমানখিনি সীমাবদ্ধতাৰ মাজৰ পৰাই চাওঁতেও বৰকটকীৰ ব্যক্তিত্বৰ মহিমাই মোৰ মনত বিস্ময় জগাই আহিছে সদায়।

বৰকটকীয়ে তেওঁৰ ব্যক্তিগত আৰু বিশ্বগত, অৰ্থাৎ তেওঁৰ সাহিত্যিক-সাংবাদিক জীৱনটো উদ্‌যাপন কৰি আছে মহাসমাৰোহেৰে; পদ্ম বৰকটকী মানে বিস্ময় আৰু বিস্ময়, কেৱল বিস্ময়। তেওঁৰ জীৱনৰ প্ৰতিটো মুহূৰ্তত তেওঁ বিস্ময় জগাই আহিছে— তেওঁক শুনোতা আৰু পঢ়োতাসকলৰ বাবে পাৰ নোহোৱা সেই বিস্ময়। সেয়ে তেওঁ ভৰপক যৌৱনৰ পৰা এই অশীতিপৰ বয়সলৈকে সদায় সুন্দৰ, আকৰ্ষণযুক্ত আৰু নতুন হৈ আছে, সদায় কল্পনাৰ নায়ক আৰু মন খোৱাজন হৈ আছে আৰু সদায় একোটা বিভ্ৰম ঘটাই আহিছে।

বয়স বাঢ়িছিল মানে তেওঁ ক্ৰমে বেছিকৈ 'অময়া' হৈ পৰিছিল। সুধিছিলো— 'আপোনাৰ জন্ম ১৯২৭ চনত, দুবছৰৰ আগেয়ে ২০০৫ চনত আপোনাৰ জন্মদিনত আপোনাৰ বিষয়ে গ্ৰন্থ 'এক ভেজাল নতুন ধাৰা' প্ৰকাশ হওঁতে আপোনাৰ বয়স ৭৮ বছৰ আছিল, দুবছৰৰ মূৰতে বয়সটো ৮২ বছৰ কৰি পেলালে বা আনক কৰিবলৈ দিলে কিয়?' তেওঁ ক'বই নোৱাৰে, ক'লে— 'এ হয়নেকি, মই মনেই

নকৰিলো, ঠিক আছে, এদিন কিবা লিখোঁতে তাতেই বয়সটো ঠিক কৰি দিম বুইছা।' অলপ খণ্ডতে সুধিলো— 'আপুনি আপোনাৰ যিবোৰ লেখাক 'সোঁতৰ বিপৰীতে' লিখা বুলিছে সেইবোৰ অসমৰ কোনখন বাতৰিকাকত-আলোচনীয়ে লিখিবলৈ নিদিয়ে আৰু প্ৰকাশ কৰিব নোখোজে, আপোনাৰ লেখা মনপুত নহ'লে বা সম্পাদকীয় মতৰ বিপৰীতে হ'লে সম্পাদনা কৰি কাটি দিয়ে? মই 'দৈনিক অসম'ত, থাকোতে আপুনি একেৰাহে ৩৬ বছৰ ধৰি লিখিছিল, সেইখন বাতৰিকাকতত তেনেকুৱা কিবা ঘটনা হৈছিল নেকি? মই অৱসৰ লোৱাৰ পিছতে সম্পাদকৰ দায়িত্ব লোৱা প্ৰফুল্লগোবিন্দ বৰুৱায়ো আপোনাৰ পৰা লেখা বিচৰা বুলি আপুনি দেখোন মোক কৈছিল? এতিয়াও, মই জনাত এখন দৈনিক বাতৰিকাকতে আপোনাৰ লেখা বিচাৰোতে, আপুনি প্ৰতি সপ্তাহত দুটাকৈ লেখা দিব বুলি কথা দিছিল, কিন্তু মুৰকত আপুনি লেখাই নিদিয়াকৈ থাকিল? কিয়?' ফোনৰ সিটো মূৰত তেওঁৰ ভুবন-ভুলোৱা হাঁহিটো পূৰ্ণমাত্ৰাত খুলি দি তেওঁ ক'লে— 'মই ঠিক সেইটো বুজোৱা নাছিলো, সেইদৰে মই 'সোঁতৰ বিপৰীতে' বুলি নাম দিয়া লেখা বাতৰি কাকত-আলোচনীবোৰে নিবিচাৰে বা নছপায় বুলি ক'ব খোজা নাছিলো, মোৰ তেতিয়া মনত থকা কথাটো আছিল এইটোহে যে লেখা বিচাৰে ঠিকেই, কিন্তু মাননিখিনিৰ ক্ষেত্ৰত এটা বন্দবস্ত নকৰে, সেইক্ষেত্ৰত কাৰ্পণ্যও কৰে, মই যিমান পাব লাগে সিমান দিব নোখোজে, তেওঁলোকে নিজৰ মতে যিখিনি দিয়ে সেইখিনিও তাগাদা দিহে আদায় কৰিব লগা হয়।' বৰকটকীয়ে কৈ গ'ল, 'কিন্তু সেই দৰ-দামৰ বিষয়টো মুখৰ পৰা ওলাই নাহিল; বাতৰিকাকত-আলোচনীৰ সম্পাদক আৰু প্ৰকাশকসকলে লাজ পাব পৰা কথাটো মোক জন্মদিনৰ সম্বৰ্ধনা জনোৱা সভাখনত মোৰ মুখেৰে কৈ দিবলৈ মোৰ সত নগ'ল— মোৰ নিজৰে লাজ লাগিল। সেই দেখি, তেওঁলোকে মোৰ লেখা হয়তো 'প্ৰকৃতপক্ষে' নিবিচাৰে কাৰণেই মোক সম্মানজনক মাননি এটা দিবলৈ বন্দবস্তি নকৰে বুলি এটা ধাৰণা মোৰ মনত খেলাই আছিল, সেয়ে সেইদৰে কৈ দিলো। মোৰ লেখা এটাত সেইটো বিষয়ো ঠিক কৰি দিম, তুমি চিন্তা নকৰিবা।'

আমাৰ মাজত ফোনত হোৱা এই কথোপকথনত এইটো কথাও ওলাল যে কেইখনমান বাতৰিকাকত আৰু আলোচনীয়ে কোনো লেখকক মাননি নিদিয়ে, আন কেইখনমানে কিছুমানকহে দিয়ে, সকলোকে নিদিয়ে। অথচ এই লেখাবোৰেই বাতৰিকাকত আৰু আলোচনী উৎপাদন কৰি প্ৰকাশ কৰা উদ্যোগটোৰ কেঁচা উপাদান; বাতৰিকাকত-আলোচনী উলিয়াবলৈ প্ৰয়োজন হোৱা আন সকলো কেঁচা উপাদান আগধন বা নগদ ধন দি কিনে, কেৱল লেখকসকলে যোগান ধৰা কেঁচা উপাদানখিনি বাকীকৈ লাগে, নহ'লে বিনামূলীয়াকৈ লাগে। আন কোনোবা উদ্যোগত

এই ব্যৱস্থা চলেনে, চলাব পাৰিবনে? সমাজৰ আটাইতকৈ আগবঢ়া শ্ৰেণীৰ হৈয়ো, সমাজত জনমত গঢ়াৰ অতি দায়িত্বশীল ভূমিকাত থাকিও কিছুমান সম্পাদক আৰু প্ৰকাশকে লেখকসকলক মাননি দিয়াৰ ক্ষেত্ৰত তেওঁলোকৰ চূড়ান্ত চিন্তাশূন্য অৱস্থা এটা প্ৰদৰ্শন কৰি আছে। মোৰ চিন্তা হৈছে, কিয়নো ময়ো কেতিয়াবা কেতিয়াবা লিখো, কিন্তু বৰ্তমান অৱস্থাত কিবা এটা উপাৰ্জন কৰিবলৈ নিয়মিতভাৱে লিখিবলৈ ল'বই লাগিব, নহ'লে চলিব নোৱাৰিম। কিন্তু কিহৰ ভৰসাত লিখিবলৈ ল'ম? পদ্ম বৰটকীৰ দৰে হস্তীৰে এই অৱস্থা দেখি আৰু শুনি, মোৰ দৰে মাখিয়ে ভৰসা পাওঁ ক'ৰ পৰা? লেখকে লিখি-মেলিও খাব পৰা অৱস্থা এটা, মই নিজে দেখাতে, বাতৰিকাকত প্ৰকাশ কৰা প্ৰতিষ্ঠান এটাৰ মহানুভৱ মালিকসকলে আৰু সম্পাদকসকলে ষাঠিৰ দশকতে প্ৰৱৰ্তন কৰিছিল— এই গুৱাহাটীতে, এই অসমতে। 'জ্ঞানপীঠ' মানৰ সাহিত্যৰ সৃষ্টিত সেই অৱস্থাটোৱে সহায় কৰিছিল। কিন্তু তাৰ প্ৰায় আঢ়ৈ কুৰি বছৰৰ পিছত এতিয়া এক ডজনৰো অধিক দৈনিক বাতৰিকাকতে তই থাক মই যাওঁ কৰি দলদোপ-হেন্দোলদোপ লগাই থকা অৱস্থাত, অৰ্থাৎ বাতৰিকাকতৰ সংখ্যাৰ লেখেৰে তেতিয়াতকৈ ব্যৱসায়ৰ সংখ্যা বাৰ গুণ বঢ়াৰ বিপৰীতে লেখকৰ প্ৰতি বাতৰিকাকত-আলোচনীৰ দায়বদ্ধতাৰ পৰিমাণ তেতিয়া থকাখিনিও লোপ পালে। বৰকটকীয়ে বৰ্তমান চলি থকা বুলি যিটো অৱস্থাৰ ধাৰণা দিছে, সেইটো অৱস্থাই তেওঁৰ দৰে বৰ গছকে হাওলাই দিব খুজিছে, মোৰ দৰে গছকতে মৰিব পৰা বিধৰ তৃণ-কুটা, এইটো অৱস্থাত লিখি-মেলি উপাৰ্জন কৰি সংসাৰ চলাবলৈ টিকি থাকিবগৈ পাৰিমনে চাওঁগে। বৰ চিন্তাৰ কথা হৈ পৰিছে।

প্ৰকৃতপক্ষে, সম্পাদনা বিভাগত বাদে আন বাহিৰৰ পৰা লৈ প্ৰকাশ কৰা সকলোধৰণৰ লেখাৰ বাবদ মামনি দিয়াৰ ব্যৱস্থা থাকিব লাগে, আনকি চিঠি-পত্ৰ, মত-অভিমত, সাক্ষাৎকাৰযোগে লোৱা মত-অভিমতৰ বাবদো। প্ৰয়াত কবি নৱকান্ত বৰুৱাই সাক্ষাৎকাৰযোগে তেওঁৰ পৰা নি প্ৰকাশ কৰা কথাখিনিৰ বাবদো তেওঁ মাননি এটা পাব লাগে বুলি মোক কথা-প্ৰসংগত লঘু সুৰতে হ'লেও কৈছিল। বিবৃতি দিয়াত যিহেতু দিওঁতাৰ গৰজ এটা থাকে, গতিকে তাৰ বাবে মাননি দিয়াৰ প্ৰয়োজন নাই বুলি কৈছিল। বাতৰিকাকত প্ৰকাশ কৰি কাৰ্যতঃ ব্যৱসায়-ডাঙৰ ব্যৱসায়েই কৰা প্ৰকাশকেও মাননি দিয়াৰ প্ৰশ্নটো উঠিলেই তেওঁলোকে 'মিছনেৰী' সেৱাহে আগবঢ়াইছে বুলি ক'ব খোজে। অসমীয়া মানুহে এই 'সেৱা' কাৰ্যফেৰাৰ বাবে তেওঁলোকক ধৰি-বান্ধি আনি লগাইছেহি নেকি বুলি সুধিব পাৰি। শুনিছো, জনপ্ৰিয় 'নিউজ চেনেল' এটাই বোলে বাহিৰৰ পৰা নিয়া কাকো মাননিৰ নামত ফুটাকড়ি এটাও নিদিয়ে, কেৱল 'ধুনীয়া' চেহেৰা এটা দেখুৱাই বিদায় দিয়ে।

এই কথাবোৰ লিখিলো, কিছু খঙত আৰু কিছু দুখত। বৰকটকীৰ লগত লেখাৰ বাবদ মাননি এটা 'বন্দবস্ত' নকৰে কাৰণে তেওঁ ভাবিবলৈ লৈছে আৰু ৰাজহুৱাকৈয়ে কৈ পেলাইছে যে তেওঁৰ লেখা 'আচলতে' বাতৰিকাকত আৰু আলোচনীবোৰে প্ৰকাশ কৰিবলৈ নিবিচাৰেই। 'আমাৰ মাজত এতিয়া আৰু এজন অমুক বিয়াগোম বা তমুক বিয়াগোমৰ জন্ম হ'ব লাগে' বুলি নিৰ্বোধ 'ইচ্ছা' কিছুমান প্ৰকাশ কৰি গাই-বাই থকাসকলে আমাৰ মাজতে এতিয়াও সোঁ-শৰীৰে জীয়াই থকা পঞ্চ বৰকটকীক কিছুমানে কিধৰণে অনাদৰ আৰু অসন্মান কৰি আছে, অন্ততঃ তেওঁৰ দৰে জ্যেষ্ঠ অসামান্য সাহিত্যিক-সাংবাদিক এজনে কেনেধৰণৰ কিছুমান দুৰ্ভাগ্যজনক ধাৰণা ল'ব লগা হৈছে, সেই সত্যটো তেওঁলোকৰ চকুবোৰত যোক মাৰি দেখুৱাই দিবৰ কাৰণে এই লেখা। ❑

**('অসমীয়া প্ৰতিদিন'ৰ দেওবৰীয়া আলোচনী 'সম্ভাৰ'ৰ ১৬ ছেপ্তেম্বৰ, ২০০৭ চন সংখ্যাত প্ৰকাশিত এটা দীঘলীয়া লেখাৰ প্ৰাসংগিক অংশ।)**

# চুম্বকৰ দৰে আকৰ্ষণ কৰিছিল তেওঁৰ সৃষ্টিয়ে

**ৰংবং তেৰাং**

**অ**ৱশেষত পদ্ম বৰকটকীয়ে আমাক এৰি আঁতৰি গ'ল। বৰ অকলশৰীয়া অকলশৰীয়া হেন অনুভৱ কৰিছোঁ। সভাই-সমিতিয়ে লগ পাই থকা মানুহগৰাকীক জানো কেতিয়াবা লগ পাম? সেই বিশেষ ধৰণৰ সাজ-পোছাক পিন্ধি, মাত এষাৰ দিয়া বৰকটকীক আৰু কাহানিও লগ নাপাওঁ বুলি জানো। কিন্তু বৰকটকীৰ সাহিত্যই মোৰ কলেজীয়া জীৱনক জোকাৰি যোৱাৰ কথা নাপাহৰোঁ। এসময়ত হিতেশ ডেকাৰ উপন্যাসবোৰে যিদৰে আমাৰ ডেকা মনত আলোড়ন কৰিছিল, ঠিক সেইদৰেই পদ্ম বৰকটকীৰ উপন্যাসবোৰে আমাক টানি নিছিল চুম্বকৰ দৰে। কলেজীয়া জীৱনকালতে কিনা 'কোনো খেদ নাই' উপন্যাসখন কিনি পঢ়িছিলো আৰু আজিও ধুনীয়াকৈ আলমাৰীত নষ্ট নোহোৱাকৈ ৰাখি থৈছোঁ। তেওঁৰ চহীটোও আমাৰ আকৰ্ষণৰ কাৰণ আছিল। উপন্যাসখনৰ আৰম্ভণি বাক্যটো পঢ়ি এতিয়াও গৰুজাকলৈ মনত পৰে— উঃ..., এই মৰতী ডাংকাটী...... এই হেই নুঘূৰিলিনে? .....আও দেখিছা তাইৰ অতপালিখন। ..... এই মৰতী ..... আজি সেইগৰাকী কথাশিল্পীকো সময়ে আঁতৰাই নিলে! আমাৰ সাহিত্য জগতৰ উজ্জ্বল নক্ষত্ৰবোৰ দেখোন হেৰাই যাব ধৰিছে— এটা এটাকৈ। পদ্ম বৰকটকীও গ'ল। তেওঁৰ আপুৰুগীয়া সাহিত্য-সম্পদবোৰে নিশ্চয় আমাক স্মৰণ কৰাই ৰাখিব। কথাশিল্পীগৰাকীলৈ দুটামান কথাৰে শ্ৰদ্ধা জনালোঁ। ❑

(আজিৰ দৈনিক বাতৰি, ১৩ মাৰ্চ, ২০০৮)

# প্ৰিয়বন্ধু পদ্ম বৰকটকীৰ সোঁৱৰণত

**গুৰুপদ চৌধুৰী**

পুৱা শুই উঠি পেপাৰখন হাতত লৈয়ে চকুত পৰিল 'সাংবাদিক-সাহিত্যিক পদ্ম বৰকটকী' আৰু নাই। চমকি উঠিলো। অলপ বেলি হোৱাত অনুমান কৰিয়ে নৱগ্ৰহ শ্মশানলৈ গ'লো। সাহিত্যিক-সাংবাদিক সকল গিজগিজাই আছে। সোমায়ে শিল্পী ত্ৰৈলোক্য দত্তক দেখা পালো। তেওঁ মোক দেখিয়ে দৌৰি আহিল, 'আপুনিয়েতো কলিকতাত বৰকটকীক সজীব কৰি তুলিছিল।' এনেতে সাহিত্যিক অতুলানন্দ গোস্বামীও ওচৰ চাপি আহিল। দত্তই আকৌ আৰম্ভ কৰিলে, 'এখেতেই বৰকটকীক তেওঁৰ লগত ৰাখি, 'মনৰ দাপোন' আৰু 'খবৰ বিচাৰি' লিখাই প্ৰকাশ কৰাই দিছিল।'

'তেনে একো নহয়, তেওঁৰ প্ৰতিভা আছিল, তাৰে বিকাশ ঘটোৱাত সহায় কৰিছিলো, এইখিনিয়ে।'

ইতিমধ্যে দাও দাওকৈ চিতাৰ জুই জ্বলি উঠিলেই। বন্ধুৰ নশ্বৰ দেহ দেখা পোৱাৰ সৌভাগ্য নহ'ল। চিতাৰ ওচৰতে অকণমান ঠিয় হৈ মূৰ নত কৰি গুছি আহিলো।

অতুলানন্দ গোস্বামীয়ে বৰকটকীৰ বিষয়ে অলপ লিখিবলৈ অনুৰোধ কৰিলে।

বহুতদিন আগৰ কথা, ১৯৫৮-৬০ চনৰ। তেতিয়া পদ্ম বৰকটকী কলিকতাৰ ভবানীপুৰ অঞ্চলত এখন সৰু হোটেলত হেনো আছে। আৱাহনৰ দিলীপ শৰ্মাই এদিন আহি মোক ক'লে যে এজন সাংবাদিক-সাহিত্যিক এখন হোটেলত আছে। তেওঁ প্ৰেছৰ প্ৰুফ আদি চাব পাৰে, যদি আপুনি তেওঁক সহায় কৰে। এই অঞ্চলত থাকিলে তেওঁৰ কাম কৰাৰ সুবিধা হয়। সিদিনা মই একো নক'লো। দিলীপ শৰ্মা মোৰ আত্মীয়, বন্ধুও। পিছদিনা তেওঁ বৰকটকীক লৈ আহিল। পৰিচয় হ'ল। সত্যেন বৰকটকী আৰু মুনীন বৰকটকীক আগৰপৰাই জানো বুলি ক'লো। তেৰোঁ সেই পৰিয়ালৰেই বুলি কোৱাত অলপ আপোন যেন লগা হ'ল।

মই ৩৬ নং আমহাৰ্ষ্ট ষ্ট্ৰীটত (আজিকালি ৰামমোহন সৰণি) থাকো। মোৰ কমটো আহল-বহল, দুই-তিনিজন থাকিব পৰা। ৩৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ চেণ্ট পলচ্কলেজ চৌহদৰ ৰাস্তাৰ ফালৰ কম কেইটামান ব্যৱসায়ৰ বাবে ভাৰা দিছে' তাৰে এটি কমত শিলচৰৰ কৃপেশ ভট্টাচাৰ্য নামৰ এজন লোকে 'বাণী প্ৰকাশনী

নাম দি কিতাপ প্ৰকাশন প্ৰতিষ্ঠান এটি খুলিছে। তাতে হেনো বৰকটকীয়ে প্ৰুফ চোৱা কাম কৰিবলৈ লৈছে। পিছলৈ বৰকটকীৰ নিৰ্দেশতে ABC Goodluck Series নামৰ পাঠ্যপুথিৰ অৰ্থৰ কিতাপ সেই প্ৰতিষ্ঠানে উলিয়াব ধৰিলে।

কেইদিনমানৰ পিছত বৰকটকী মোৰ লগতেই থাকিবলৈ ল'লে। ভালেই লাগিল, গল্প কৰাৰ সংগী এজন হ'ল। তেওঁ হেনো শ্বিলঙত Assam Tribuneৰ সংবাদদাতা আছিল। তেতিয়াৰ মজাৰ মজাৰ গল্প কিছুমান ৰস লগাই কৈছিল। এদিন কথা প্ৰসংগত সেইবোৰকেই সজাই-পৰাই উলিয়ালে এখন সুন্দৰ কিতাপ হয় দেখোন বুলি ক'লে। কথাটো তেওঁৰো গাত ধৰিলে।

কিছুদিন যোৱাৰ পিছত আমাৰ ঘনিষ্ঠতা গাঢ় হোৱাত আমাৰ মাজৰ 'আপুনি' সম্বোধন উৰি গৈ 'তই'ত পৰিণত হ'ল। এদিন সন্ধিয়া চাহ খাই থাকোঁতে বৰকটকীয়ে কৈ উঠিল, 'তোক চাহৰ লগত সন্দেশ খুৱাম, অলপ ৰবি।' সেই বুলি কৈ কেইখিলামান কাগজ উলিয়াই পঢ়িব ধৰিলে। ইফালে মোৰ চাহ চেঁচা হৈ গ'ল। অ' বুজিলো, মনৰ সন্দেশহে পালো। সেইখনেই হ'ল তেওঁৰ প্ৰথম কিতাপ 'মনৰ দাপোন'। কৃপেশ ভট্টাচাৰ্যৰ হতুৱাই কিতাপখন প্ৰকাশ কৰোৱা হ'ল। বেটুপাতটো এজন বিখ্যাত শিল্পীৰ দ্বাৰাই অঁকাই আনিলো। 'মনৰ দাপোণে' পঢ়ুৱৈ সমাজৰ মনৰ মাজত সোমাই পৰিল; এবছৰতে দুবাৰ ছপা কৰিব লগা হ'ল।

ইফালে ABC Goodluck Seriesৰ পূৰ্ণোদ্যমে কাম চলিছে। তাৰ মাজতে 'খবৰ বিচাৰি'ও ফুৰিছে। সেইখনো সময়ত প্ৰকাশ পালে। সুকীয়া ৰসৰ আছিল যদিও, মনৰ দাপোনক চেৰ পেলাব নোৱাৰিলে। ইয়াৰ পিছত এখন কবিতাৰ পুথিও প্ৰকাশ পাইছিল। সেইখনৰ বছা বছা কবিতা কেইটামান বেলেঘাটা সাহিত্য কাননত পাঠ কৰোঁতে এজন ডেকা কবিয়ে বঙালীলৈ অনুবাদ কৰি তাৰে পত্ৰিকাত ছপাইছিল।

১৯৬০ চনত অসমৰ ভাষা আন্দোলনৰ ঢৌ কলিকতালৈও বিয়পি পৰাত তাৰে অসমীয়া মানুহখিনিৰ থানথিত হেৰুৱা যেন হ'ল। তেতিয়া বৰকটকী এদিন ৰাতি আমাৰ অজ্ঞাতে ক'ৰবালৈ গুছি গ'ল। ওচৰ-চুবুৰীয়াখিনিয়ে আমাৰ সুৰক্ষাৰ ব্যৱস্থা কৰিছিল।

তাৰ পিছৰপৰা আৰু বৰকটকীৰ লগত সাক্ষাৎ হোৱাৰ সুযোগ নঘটিল।

তেওঁ হেনো কলিকতাৰ শ্ৰীভূমি পাব্লিছিং কোম্পানীৰ স্বত্বাধিকাৰী অৰুণ পুৰকায়স্থৰ সৌজন্যত ক'ৰবাত আশ্ৰয় লৈ সেই প্ৰতিষ্ঠানৰ দ্বাৰা প্ৰকাশিত মাহেকীয়া আলোচনী 'আমাৰ প্ৰতিনিধি'ত কিছুদিন কাম কৰিছিল। অসমত আন্দোলন কিছুপৰিমাণে শাম কটাত তেওঁ গুৱাহাটীলৈ গুছি আহিল।

সত্তৰৰ দশকত এদিন আবেলি পৰত কলিকতাৰ 'অসম ভৱন'ৰ পৰা ফোন পালো , 'মই পদ্মই কৈছো। অসম ভৱনলৈ আহিব পাৰিবিনে? ৰাতি ইয়াতে একেলগে ভাত খাম।'

'আজি যোৱা অসম্ভৱ। মোৰ ঘৰত বহুত আলহী আছে। বৰং কাইলৈ দুপৰীয়া আমাৰ ইয়াতেই তোক খোৱাৰ নিমন্ত্ৰণ জনালো।

'মই পুৱাৰ ফ্লাইটত গুৱাহাটীলৈ যামেই'।

আমি তেতিয়া ১০ নং কৈলাশ বসু ষ্ট্ৰীটত থাকো। আমাৰ প্ৰকাশনৰ সুবিধাৰ বাবে 'পূৰ্বোদয় প্ৰেছ' নাম দি প্ৰেছ এটা খুলিছো।

৯০ দশকৰ আদি ভাগতে যেন লাগিছে, হঠাৎ ৰাতিপুৱা এজনী ছোৱালীৰ ফোন পালোঁ, 'মই হাওৰা ষ্টেচনৰ পৰা কৈছো। "মই পদ্ম বৰকটকীৰ ছোৱালী। কেৰেলালৈ যাব আহিছো। মোৰ ট্ৰেইন আবেলিহে । মই কলিকতাৰ একো ভু-ভা নাপাওঁ।"..........

মোৰ ইয়াত দেবেন দেৱান নামৰ শিল্পী এজন থাকে' তাকেই তালৈ পঠাই দি ছোৱালীজনীক আমাৰ ঘৰলৈ আনিলো। দুপৰীয়া ভাত খুৱাই আবেলিৰ ট্ৰেইনত তুলি দি আহিল। ছোৱালীজনীয়ে তেতিয়া কেৰেলাত ভেটেৰিনাৰী পঢ়ি আছিল। তাই আহোতে হেনো দেউতাকে আমাৰ ফোন নম্বৰটো দিছিল। বন্ধুৰ বিয়োগত শোকসন্তপ্ত পৰিয়ালৰ লগতে আমিও সমব্যথী, সমভাগী। তেখেতৰ আত্মাৰ শান্তি কামনা কৰিলো। ❑

**(২১ মাৰ্চ, ২০০৮ চনৰ 'আজিৰ অসম'ত প্ৰকাশিত)**

# মোৰ গুৰুজনাই নাম-যশ নিবিচাৰি চিৰদিনলৈ গ'লগৈ

**পবিত্ৰ কুমাৰ ডেকা**

অসম সাহিত্য সভাৰ পঞ্চম বিশেষ বাৰ্ষিক দক্ষিণপাট অধিৱেশনৰ শ শ সাহিত্যসেৱী আৰু সাহিত্যানুৰাগী তথা অজস্ৰ মানুহৰ উৎসাহ-উদ্দীপনা চলি থাকোতেই মানুহৰ 'মনৰ দাপোন'ত 'খবৰ বিচাৰি' ফুৰি গোটেই জীৱনত বিশেষ কোনো নাম-যশ-স্বীকৃতি নোপোৱাকৈ বৰ নীৰৱে এজন আধুনিক সাহিত্যিক পদ্ম বৰকটকী চিৰ দিনৰ বাবে গ'লগৈ। চিকিৎসালয়ত পদ্মদা ভৰ্তি হোৱাৰ পৰা মনটো অশান্ত হৈ আছিল, নিজৰো গা-চা বৰ ভাল নহয়, পুৱাতেই বৰ আপোন মানুহজনীৰ পথ দুৰ্ঘটনা, টেনচনত ভুগি আছিলোৱেই, সন্ধিয়া 'প্ৰতিদিন'ৰ অচ্যুতে দুখ আৰু ক্ষোভৰ খুবৰটো দিলে—পদ্মদা গ'লগৈ। দুখৰ খবৰ এই কাৰণেই যে আমাৰ বহুতৰে বৰ আপোন মানুহ এজন গ'লগৈ। ক্ষোভৰ কথা এয়ে যে মানুহজনক যোগ্য স্বীকৃতি, যোগ্য সন্মান দিয়া নহ'ল। চৰকাৰে শেষত বঁটা এটাৰে সন্মান জনালে, সেয়া চৰকাৰে কৰ্তব্য কৰিলে। ভাল কথা। কিন্তু সাহিত্য জগতৰ পৰা কি পালে? তেওঁতকৈ বহু অযোগ্য লোক বহু ওপৰলৈ উঠিল। ক্ষোভ তাতেই।

নগাঁৱৰ পৰা আহি ১৯৬৪ চনত 'আছাম ট্ৰিবিউন'ত চাকৰিত সোমাইছিলো। তাতে থাকোতেই সেই প্ৰতিষ্ঠানৰ চাৰ্কুলেচন মেনেজাৰ তথা সু-সাহিত্যিক প্ৰয়াত অমূল্য বৰুৱা, ক্ষুদ্ৰ সঞ্চয় বিভাগৰ বন্ধু প্ৰয়াত  গোবিন্দ গগৈ আৰু মই মিলি ১৯৬৭-৬৮ চনত 'সমকালীন' নামৰ মাহেকীয়া আলোচনীখন প্ৰকাশ কৰিছিলো। 'দৈনিক অসম'ৰ অনিল বৰুৱা আৰু আন কেইবাগৰাকীৰ লগতে সেই আলোচনীখনৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰিছিল কলকাতাৰ পৰা প্ৰকাশিত 'আমাৰ প্ৰতিনিধি'ৰ সম্পাদনাৰ কাম এৰি গুৱাহাটী পোৱা পদ্ম বৰকটকী। গতিকে তেতিয়াৰ পৰা পদ্মদাৰ সৈতে প্ৰায় ৩০ টা বছৰৰ সম্পৰ্ক। একেলগে বহু কাম কৰিছো। লেখিবলৈ গ'লে মহাভাৰত হ'ব। দুটামান কথা চমুকৈ ক'বলৈ মন গৈছে—

পদ্মদাৰ শ্বিলং আৰু কলকাতাৰ জীৱন্ত আৰু ৰসাল অথচ জীৱন-সংগ্ৰামৰ কাহিনীবোৰ উপন্যাসৰ দৰে। অজস্ৰ মানুহ, অজস্ৰ অভিজ্ঞতা। প্ৰয়াত সত্যেন বৰকটকীৰ আপোন পদ্মদাই তেওঁৰ আমন্ত্ৰণতে বৰ কম বয়সতে শ্বিলঙত থাকি সমাজৰ ওপৰ শ্ৰেণীটো তন্ন তন্নকৈ দেখিছিল। নিজে মধ্যবিত্ত। গ্ৰাম্য সমাজখনতো

তেওঁৰ উজনিৰ ঘৰৰ ওচৰতে। 'ক্লাছ'ৰ কথাটো তেওঁ বৰ কম বয়সতে উপলব্ধি কৰিছিল, পিচত মাৰ্ক্স-এংগেলছ পঢ়াৰ কথা জানো। সেই শ্বিলঙত থাকোতেই কলকাতাৰ কাকতৰ সাংবাদিকতা কৰাৰ লগতে উপন্যাসৰ পটভূমি তৈয়াৰ কৰিছিল। প্ৰকৃততে আধুনিক চৰিত্ৰ আহিছিল উপন্যাসলৈ ('মনৰ দাপোন', 'খবৰ বিচাৰি')।

মই তেতিয়া মহানগৰত প্ৰায় নতুন। কলম অ'ত-ত'ত ঘঁহিছোহে। সেই সময়তে এনে এজন জীৱন সম্পৰ্কে অতি সজাগ মানুহ লগ পাই বহু কথা জানিলো, বহু কথা শিকিলো। সেইখিনি মোৰ বাবে বাস্তৱ হ'ল। পাথেয় হ'ল। তেতিয়া মোৰ লেখাৰ গতি কিছু ধীৰ আছিল। পদ্মদাই কিছু দম দিয়েই উপদেশ দিছিল—'হেৰা, তুমি মই যে লেখি আছো, এইবোৰ লেখাক নোবেল প্ৰাইজ নিদিয়ে, জ্ঞানপীঠো নিদিয়ে। গতিকে ইমান ভাবি-চিন্তি নাথাকিবা। লেখি ভাত খোৱাৰ কথা ভাবিছাতো? সংখ্যা বঢ়াব লাগিব। বহুত বঢ়াব লাগিব। খৰকৈ পঢ়িবও লাগিব।' তেতিয়া পদ্মদাই নিজেও ক্ষিপ্ৰগতিত লিখিছিল আৰু মোকো শিকাইছিল। অভ্যাস তেতিয়াই আৰম্ভ হৈছিল। লিখি থাকিব পৰা হৈ গৈছিলো এটা সময়ত। পৰৱৰ্তী কালত তাৰ পৰাই ভাতৰ যোগাৰ হয়। মোৰ আৰু পৰিয়ালৰ।

পদ্মদাৰ সৰু উদাহৰণ দিওঁ। সন্ধিয়া আদ্দাত কেইবাজনো। কিন্তু জেপত একেবাৰে পইচা নাই। বিশেষকৈ মোৰ আৰু পদ্মদাৰ অৱস্থা প্ৰায়ে বেয়াই থাকে। আমিয়েই তেতিয়া পদ্মদাক মনত পেলাই দিছিলো—'আপুনি বিহু সংখ্যাৰ 'অসম বাণী' আলোচনীৰ বাবে উপন্যাসখন নিলিখিলে কিয়? নীৰেনদাইতো আপোনাক কৈছিল নহয়'। পদ্মদাৰ মনত পৰিল—হয়েইতো। লগে লগে ফোনটো ডাঙি সম্পাদক নীৰেন বৰুৱালৈ ফোন কৰিলে—'বৰুৱা, মোৰ উপন্যাসখন লিখা হ'ল। ৰিভাইছড কৰি আছো। কাইলৈ পুৱা পাই যাব। পিছে মোৰ—'। আমি মুখ মেলি চাই আছো। পদ্মদাই ফোন থৈ সুধিলে—'কি লেখা যায়? আমি ভাবিছিলো, পদ্মদাই এনেয়ে কৈছে। বেয়াও লাগিল। নীৰেনদা উপন্যাসৰ বাবে বৈ থাকিব।

তাৰ পিছতো কিছু আদ্দা চলিল। অনিল বৰুৱাৰ শিলপুখুৰীৰ বাসস্থানৰ টেবুলৰ ওপৰত লুই পেষ্টৰৰ (জীবাণু নে বীজাণুৰ আবিষ্কাৰক) ওপৰত লেখা সৰু পুস্তিকা এখন পাই পদ্মদাই আড্ডাৰ মাজে মাজে পঢ়াত লাগিছিল। এটা সময়ত ঘৰলৈ যাবৰ সময় হ'ল। তেতিয়া নিশা দহমান বাজি গৈছে। যোৱাৰ আগতে অনিল বৰুৱাৰ টেবুলৰ ওপৰত পৰি থকা 'পি টি আই, ইউ এন আই' নিউজ এজেন্সিৰ কাগজ এসোপা গোটাই ল'লে। তেতিয়া আমি বহুতেই সেইবোৰ কাগজৰ ওলোটা পিঠিত গল্প-উপন্যাস লিখিছিলো। চেনিকুঠীৰ ভাড়াঘৰত আমি পদ্মদাক থৈ আহিছিলো।

পিছদিনাখন গম পাইছিলো, পদ্মদাই পুৰা দহ বজাৰ আগতেই নীৰেনদাক বিহু সংখ্যাৰ উপন্যাসখন দি আহিছিল। লগতে এডভান্স আনিবলৈও পাহৰা নাছিল। নিশা আমি অহাৰ পিচত পুৱালৈকে পদ্মদাই একেৰাহে লিখিছিল। পদ্মদাৰ আখৰ গোট গোট, বৰ ধুনীয়া। লুই পেষ্টৰৰ 'বীজাণু' (জীৱাণু) বিষয়টোক লৈয়েই অসমৰ পটভূমিত এখন সম্পূৰ্ণ উপন্যাস লিখিছিল প্ৰায় ছঘণ্টাত। মই পদ্মদাক গুৰু বুলি লোৱাৰ আন এটা বিশেষ কাৰণো আছে। মই তেতিয়া হাস্য-ব্যংগ ৰচনা আৰম্ভ কৰিছো। অসমৰ কিছু বিখ্যাত ব্যক্তিৰ কাৰ্যকলাপ মোৰ ভাল লগা নাছিল। 'ধনঞ্জয়' নামত তেওঁলোকৰ কথা লিখি ছপাবলৈ ভয় কৰিছিলো। পদ্মদাই কিবাকৈ গম পাই মোক সাহস দিলে—তোমাৰ যদি যুক্তি আছে, কথাটো যদি সঁচা বুলি ভাবা, ভয় কালৈ কৰিছা? পদ্মদাৰ সাহসত মোৰ হাস্য-ব্যংগ লেখাৰ অগ্ৰগতি হৈছিল। পদ্মদা নিজে আছিল অনবৰতে সৰস মানুহ। যেনে অৱস্থাই নহওক, যি পৰিস্থিতিতেই নহওক, সদায় আছিল ৰসিক। মনত কিভাৱ থাকে নাজানো।

আৰু দুআষাৰ। পদ্মদাই অকল সম্পাদনা, গল্প, উপন্যাস, প্ৰবন্ধ আদি ৰচনাতে ব্যস্ত নাছিল। আকাশবাণীৰ বাবে বৰ উচ্চমানৰ নাটক ৰচনা কৰিছিল। গীত লিখিছিল। মঞ্চৰ বাবেও পূৰ্ণাংগ নাট ৰচনা কৰিছিল। ইবচেনৰ 'ডলচ হাউচ'ৰ অনুপ্ৰেৰণাত ৰচনা কৰা 'পুতলা ঘৰ' মই ঐক্যতানৰ পৰা প্ৰযোজনা কৰিছিলো। ভ্ৰাম্যমান নাট্যদলৰ এখন হিট নাটক আছিল পদ্মদাৰ 'ক্লিওপেট্ৰা'। আন এখন উল্লেখযোগ্য নাটক আছিল 'আৰাধনা থিয়েটাৰ'ৰ 'শ্ৰীশংকৰদেৱ'। শংকৰদেৱক নতুন ব্যাখ্যাৰে মঞ্চত ডাঙি ধৰিছিল। চলচ্চিত্ৰৰ বাবেও পদ্মদাই কাহিনী, চিত্ৰনাট্য, সংলাপ আৰু গীত লিখিছিল। প্ৰয়াত ধীৰু ভূএগৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱা 'প্ৰথম ৰাগিনী'ৰ সংলাপ আছিল পদ্মদাৰ। শিশু ছবি 'শ্ৰীমান মাইমন'ৰ কাহিনী আৰু চিত্ৰনাট্য আছিল পদ্মদাৰ। ❑

(১২ মাৰ্চ ২০০৮ 'অসমীয়া প্ৰতিদিন'ত প্ৰকাশিত)

# ওলগনি

## [পদ্ম বৰকটকীৰ 'এই গতি নিৰবধি' নামৰ উপন্যাস সংকলনটিৰ এটি তথ্যভিত্তিক সমীক্ষা]

ড° প্ৰফুল্ল মহন্ত

পদ্ম বৰকটকী নিজৰ লেখা গোটাই থোৱাৰ প্ৰতি উদাস। লিখি যোৱাটোহে যেন কাম; সেইবোৰৰ সংগ্ৰহ ৰখাটো যেন তেওঁৰ কাম নহয়। আনকি, এতিয়ালৈকে তেওঁৰ কিমান কিতাপ প্ৰকাশ হ'ল, তাৰো তালিকা তেওঁ নাজানে। সোঁধোতে কৈছিল, ৭৫-৮০ হ'ব কিজানি। 'সুৰীয়া মাতৰ গুৰি কথা' নামৰ চতুৰ্থ-পঞ্চম শ্ৰেণীমানৰ অসমীয়া ব্যাকৰণৰ পৰা বিজ্ঞানৰ আবিষ্কাৰ, হেনৰি ডেভিদ থৰোৰ (Thoreau) অনুবাদ, জগতখনক জানিম আমি, আদি আজিলৈকে প্ৰকাশ হোৱা প্ৰায়বোৰ গ্ৰন্থৰ একোখনো তেওঁৰ হাতত নাই। উপন্যাসেই তেওঁৰ ৫০খনমান হ'ব। বিভিন্ন বিষয়বস্তুৰ ওপৰত তেওঁৰ দখল অভাৱনীয়। 'নতুন দিনৰ কইনা' উপন্যাসত তেওঁ সুদক্ষ চিকিৎসকৰ দৰে প্লেচেণ্টা প্ৰিভিয়া (Placenta Privia) বিসংগতি ধৰা পেলাইছে। আবিষ্কাৰৰ কাহিনীত চেইন ৰিয়েক্‌চন (Chain reaction) সৰু ল'ৰা-ছোৱালীয়ে বুজিব পৰাকৈ বুজাইছে; 'কোনো খেদ নাই'ত শাক্ত-বৈষ্ণৱৰ সংঘাত ফুলেশ্বৰী কুঁৱৰীক কেন্দ্ৰ কৰি প্ৰকাশ কৰোঁতে, প্ৰজা বিদ্ৰোহৰ ফিৰিঙতি উদঙাইছে। কিমান কম শব্দেৰে ক'ব জানে বৰকটকীয়ে?

'বাটটো গাঁৱৰ শান্তি এৰি চহৰমুখী। আবেলি এই বাটেদি যাত্ৰা ইমান চহৰমুখী যে গাঁৱলৈ ঘূৰি অহা মানুহ পালে আচৰিত যেন লাগে। এইখন ৰাজবাহৰ গাঁও। এইটো যোৰহাট চহৰলৈ যোৱা আলিবাট। ...চহৰে গাঁৱৰ সম্পদ শোহে; গাঁৱে আমাৰ ঐতিহ্য আছে বুলি তলিত পৰি থকা গেদেৰখিনি সাৱটি বহি থাকে। চহৰে তোষামোদৰ সুৰত গাঁৱৰ গুণ বখানে; গাঁৱে তৃপ্তিৰে শুনি গৰ্ব কৰে। গাঁৱে চহৰক ঈৰ্ষাতে সমালোচনা কৰে; চহৰে পুতৌ কৰি হাঁহে। চহৰৰ অকৃতজ্ঞতাক যুগৰ প্ৰয়োজনে দোষমুক্ত কৰে; গাঁৱৰ সৰলতাই মূৰ্খামিৰে মিতিৰালি কৰে।' —চহৰ-চুবুৰীয়া বালিগাঁও বৰকটকীৰ জন্মস্থান। এইকিটা বাক্য, এইকিটা শব্দতে ফুটি উঠিছে গাঁওখনৰ অৱস্থা। 'মিতিৰালি' শব্দটোক ব্যৱহাৰেৰে বিপৰীত অৰ্থব্যঞ্জক কৰাৰ নিচিনা শৈলীত বৰকটকী পাকৈত।

যোৱা ত্ৰিশ জুলাই (২০০৫) তাৰিখে গুৱাহাটীৰ শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰত 'এখন্তেক' নামৰ এক সাহিত্যৰসিক যুৱগোষ্ঠীয়ে বৰকটকীৰ সাহিত্য-সাধনাৰ ৫০ বছৰ বা জয়ন্তী বুলি পতা সৰস আৰু অৰ্থপূৰ্ণ আলাপ বৈঠক পাতিছিল। ময়ো তাত উপস্থিত আছিলো। সেইদিনা মন কৰিছিলোঁ, বৰকটকীৰ লিখাপ্ৰেমী দেৱ বৰা, সূৰ্য দাস আদি এচাম অনুজ বাৰুকৈয়ে বৰ্তমান। তেওঁলোকে নিশ্চয় পূৰা ৫০ বছৰ হিচাপ কৰি পতা নাছিল। কাৰণ, মই জনা মতে, কলেজত প্ৰাক্‌বিশ্ববিদ্যালয় শ্ৰেণীত থাকোতেই বৰকটকীৰ কবিতা আলোচনীত আৰু প্ৰয়াত যতীনাৰায়ণ শৰ্মা সম্পাদিত প্ৰথম 'আধুনিক অসমীয়া কবিতা' গ্ৰন্থত ওলাইছে। ('এখন্তেক' নিঃসন্দেহে ধন্যবাদৰ পাত্ৰ; কাৰণ তেওঁলোকে গতানুগতিকতা আৰু চৰ্বিতচৰ্বনে ৰাজত্ব কৰা অসমীয়া সাহিত্যত প্ৰতিবাদী কণ্ঠৰ সাৰ্থকতা প্ৰমাণ কৰিবলৈকে এই মনোজ্ঞ অধিৱেশন পাতিছিল।)

প্ৰথম প্ৰকাশিত সেই তিনিটা কবিতা আছিল, বন্দীৰ বাণী-বন্দনা, দুবৰি বন আৰু তাজমহল নে তেজমহল। 'দুবৰি বন'ত তেওঁ লক্ষ্মীনাথ বেজবৰুৱাৰ 'তাৰো এটা পাতেঁ দিয়ে সৰগ বতৰা'ৰ প্ৰতিবাদ কৰিছে দুবৰিডৰাত বহি ভালপোৱা এক ভিক্ষাৰিণীক উপস্থিতি কৰাই।

নগৰৰ পিচ দিয়া আলিৰ দাঁতিত
এডৰা দুবৰিবন। কত কবিক
তাৰ এটি পাতে দিয়ে স্বৰ্গৰ বতৰা।...
এক মলিন ফটা কাপোৰ পিন্ধা
কংকালসাৰ নাৰী মূৰ্তি তাই
বহি থাকে সেই দুবৰিডৰাৰ ওপৰত।..
ক্ষুধাতুৰ অবসন্ন দেহাটোক
দুবৰিডৰাৰ ওপৰত থৈ
তাই অনুভৱ কৰে কোমল তুলীৰ পৰশ।...
আৰামী চকীত বহি
বিজুলী বিছনিৰ বা লৈ
দুবৰি দলিছাৰ কবিতা লিখা কবিতকৈ
তাই দুবৰিডৰাক বেছি ভাল পায়।

যতি নাৰায়ণ শৰ্মাৰ আধুনিক 'অসমীয়া কবিতা'ত থকা 'বন্দীৰ বাণী-বন্দনা'ৰ একাংশ এয়া—

শ্ৰীপঞ্চমীৰ শুভ লগ্নত বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱীৰ পূজা...

........যন্ত্ৰযান আৰোহী আভিজাত্যপূৰ্ণ
শত শত ভক্ত সাধকৰ আগমন...
অলপ আঁতৰত থিয় হৈ
আবৰ্জনা পৰিষ্কাৰ কৰা মজদুৰ সি
বাণী দেৱীৰ পৰম ভক্ত বা সাধক দলৰ
মধ্যযুগীয় নিৰক্ষৰতা অস্পৃশ্যতাৰ
কাৰাগাৰত সি বন্দী।
বাণী পূজাৰ অধিকাৰ তাৰ নাই...।
সিও এটা প্ৰণাম জনাই বাণীৰ উদ্দেশ্যে
ভক্তিত নহয়, সেই সময়ৰ আবহাওৱাৰ পৰা
নিজক মুক্ত কৰিব নোৱাৰিহে...
ভক্তসকলে আধা খাই পেলাই দিয়া
খোলবোৰ সি আনন্দেৰে গোটায়।
হয়তো ভাবে, নিৰক্ষৰ অস্পৃশ্যৰ প্ৰতি
বাণীৰ কৰুণা ইয়াতকৈ কি বেছি হ'ব পাৰে?

বৰকটকী সম্পাদক থকা দৰং কলেজ আলোচনীত প্ৰকাশিত 'তাজমহল নে তেজমহল' কবিতাৰ টোকাত কোৱা আছে যে কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'শাজাহান' কবিতাৰ ই প্ৰত্যুত্তৰ যেন হৈছে।

...বনুৱাৰ দল,
মজুৰিৰ কথা নাই
শ্ৰান্তি-ক্লান্তি নাই
হ'বই লাগিব 'তাজ' ৰাজকল্পনাৰ
বিলাসৰ, গৰবৰ, প্ৰেমৰ চানেকি
অতুলন জগতত।...
দুশ শত বনুৱা লগাই, এইকুৰি বছৰে
সজালা যি তাজ— হে সম্ৰাট
কিহৰ কাৰণে?...
সেইদিনা পাৰিছিলা মানুহক ভুৱা দিব
প্ৰেমৰ কাৰণে বুলি...
আজি বুজিছে মানুহে
মমতাজ বেগমৰ কোনো কথা নাই তাত

নাই তাত প্ৰেমৰ চানেকি।...
তাজে আজি কোৱা নাই তোমাৰ কীৰিটি
কয় আজি তোমাৰ কলংক
অবিচাৰ ৰাজতন্ত্ৰবাদীসকলৰ।...
লিখা নাই আখৰেৰে
গঁথা আছে পাথৰেৰে
ৰাজ-ইচ্ছাগ্নিত জ্বলি পুৰি শেষ হোৱা
শতেক প্ৰজাৰ
এটি নৱ যুগমীয়া বৃহৎ বুৰঞ্জী।...
তাজমহল নহয় তেজমহল
সিহঁতৰ তেজেৰে সঁজা ঘৰ।...

অসমীয়া সাহিত্যত লক্ষ্মীনাথ বেজবৰুৱা, বকুল বনৰ কবি আনন্দ বৰুৱা, গণেশ গগৈ আদিৰ সময়ৰ গতানুগতিকতাৰ পৰা মানুহৰ চিন্তাধাৰা যেন ৰূঢ় বাস্তৱলৈ আহিল। সেয়ে যেন প্ৰতিফলিত হ'ল বৰকটকীৰ কবিতাত। মনত ৰখা দৰকাৰ যে সেই সময়তে যোৰহাটৰ প্ৰয়াত অমূল্য বৰুৱাই 'কুকুৰ' কবিতাৰে অসমৰ স্থিতপ্ৰজ্ঞ বিদ্বৎ সমাজক উচপ খুৱাই দিছিল। সেই গতি নিৰবধি আজিও তীব্ৰতৰ আৰু দ্ৰুততৰ হৈ আছে।

১৯৬৫-২০০৫ সময়ছোৱাত সৰ্বাধিক লেখা প্ৰকাশ হোৱা লেখক বোধহয় পদ্ম বৰকটকী। এক সমীক্ষা মতে, বছৰি তেওঁৰ ষাঠি হাজাৰ শব্দ নিৰৱচ্ছিন্নভাৱে এতিয়াও প্ৰকাশ হৈ আছে। লক্ষ্মীনাথ বেজবৰুৱাৰ পিছত ইমান বেছি লেখা লেখক বোধকৰো বৰকটকীয়েই একমাত্ৰ। বিভিন্ন বিষয়বস্তুক লৈ সৰ্বাধিক উপন্যাস লেখাৰ ক্ষেত্ৰতো তেওঁ অদ্বিতীয়। মাতৃৰ ফেলোপিয়ান টিউবত শুক্ৰকীট হিচাপে স্থিতি হোৱা দিনৰে পৰা নিজ জীৱন বৰ্ণোৱা উপন্যাস *'মই আৰু মোৰ ভয়'* যেনেকৈ এক অভিনৱ সৃষ্টি, তেনেকৈ ইতিহাসৰ মাজত আত্মগোপন কৰি থকা সমাজ সত্য আৰু সত্যক উন্মুক্ত কৰি দিয়া ঐতিহাসিক উপন্যাস *'কোনো খেদ নাই'* অনুপম সৃষ্টি। জীৱন কি, কেনে হোৱা উচিত, মানুহে জীয়াই থাকিবলৈ বিচাৰে মানুহৰ দৰে, সেই জীৱন সমাজ কেনেকৈ গঢ়িব পাৰি— সাম্যবাদী তত্ত্বই তাকেই সদৰী কৰিছে। সেই তত্ত্বক বৰকটকীয়ে *ৰঙা ৰঙা ৰং* উপন্যাসৰ মাজেৰে কলাসুলভভাৱে তুলি ধৰিছিল। সেই তত্ত্বই বৰকটকীৰ উপন্যাসত জীৱন লাভ কৰিছে। সহৃদয় পঢ়ুৱৈ সমাজৰ নিশ্চয় মনত পৰিব Ralf Fox (outstanding critic and literary theoritician)এ তেওঁৰ The Novel and the People এই বিখ্যাত

গ্ৰন্থখনিত, E.H. Carr য়ে মেক্সিম গৰ্কীৰ 'মা' (Mother) উপন্যাসখন সম্পৰ্কে জনোৱা মন্তব্যৰ কথা উল্লেখ কৰিছিল এনেভাৱে— There are many people outside of Russia who have never forgotten that book. There are people all over the world who got the first introduction to politics through Mother.

পদ্ম বৰকটকীয়ে কবিতা, গীত, নাটক, গল্প, মননশীল ৰচনা আৰু উপন্যাস ৰচনা কৰিছে আৰু কৰি আছে। থমকি ৰোৱা নাই। ৰোমা ৰোলাঁৰ দৰে I will not rest কবি, গীতিকাৰ, নাট্যকাৰ, প্ৰাবন্ধিক সমালোচক আৰু ঔপন্যাসিক হ'লেও বৰকটকী মূলতঃ এজন লেখক— মহান গদ্য শিল্পী— ঔপন্যাসিক। সৃষ্টিশীল সাহিত্য শিল্পী। বৰকটকী শব্দৰ শিল্পী। সঁচাই, বৰকটকী 'গদ্যশিল্পৰ এগৰাকী মহান কাৰীকৰ'। কিমান কম শব্দেৰে একোখন পূৰ্ণাংগ উপন্যাস লেখিব পাৰি তাৰ উজ্জ্বল উদাহৰণ এই সংকলনত সন্নিবিষ্ট উপন্যাস কেইখন। সাংবাদিক, বুদ্ধিজীৱী অনিল বৰুৱাই জনোৱা মতে, 'কিমান কম শব্দেৰে এখন পূৰ্ণাংগ উপন্যাস লিখিব পাৰি তাৰ পৰীক্ষা-নিৰীক্ষা কৰিছিল তেওঁৰ *এটি ক্ষণ মাগো মই* উপন্যাসত। তেওঁ মোৰ আগত দুখ প্ৰকাশ কৰিছিল— কোনো সমালোচকেই তেওঁৰ সেই সমীক্ষাটো মন নকৰিলে।' নকৰাৰে কথা, উপন্যাসৰ ব্যাকৰণ পঢ়ি, সেই সূত্ৰ মানি বৰকটকীয়ে উপন্যাস লিখা নাই— নিলিখে। বুদ্ধিৰ বেশ্যামি কৰি সৃষ্টিশীল সাহিত্যৰ সতীত্ব ৰক্ষা কৰিব খোজা উপন্যাসিকো বৰকটকী নহয়।

*মনৰ দাপোণ, খবৰ বিচাৰি, বিচাৰৰ বাবে* এইকেইখন উপন্যাস হাতত লৈ আত্মপ্ৰকাশ কৰা বৰকটকীয়ে পঞ্চাছৰ দশকৰ শেষ ভাগতে অসমীয়া সাহিত্যত এক নতুন ধাৰাৰ সূচনা কৰে। প্ৰকৃততে তেওঁ এটা যুগৰেই সূচনা কৰে। অসমীয়া সাহিত্যৰ প্ৰতিষ্ঠিত নেতৃত্বদায়ী গোষ্ঠীটোৱে সেই সাহিত্যক আদৰি লৈ স্বীকৃতি নিদিলেও, যি মানুহৰ বাবে বৰকটকীয়ে নিৰবিচ্ছিন্নভাৱে লেখি আছে সেই মানুহে সেই সাহিত্যক আন্তৰিকভাৱেই গ্ৰহণ কৰিছে। সেয়ে নোহোৱা হ'লে বৰকটকীয়ে এটা দিনৰ কাৰণেও নিজকে জিৰণি নিদিয়াকৈ লিখি থাকিব নোৱাৰিলেহেঁতেন।

বৰকটকীয়ে নিজৰ পৰিচয় দিয়ে লেখক ৰূপেহে— 'মই জনামতে, মই কেৱল লেখক'; লগতে তেওঁ কৈছিল—'কেৱল সকলো লেখাতে কিছু নতুন খবৰ দিয়াৰ চেষ্টা কৰো কাৰণে আৰু ওৰে জীৱন সাংবাদিকতাৰ লগত জড়িত কাৰণে, মোক সাংবাদিক বুলিলেও বেয়া নাপাওঁ।' সাংবাদিকতাৰ লগত জড়িত থকাৰ কাৰণেই বৰকটকীয়ে এগৰাকী সাৰ্থক কথাশিল্পী ৰূপে নিজকে গঢ়ি তুলিব পাৰিলে বুলি ক'লে নিশ্চয় বেছি কোৱা নহ'ব। '....... newspaper work is a very

useful experience for the young writer. It's a training for which there is no substitute in literature. "What training does newspaper work give? It develops valuable qualities which are essential in literary prose; brevity of form, precision of expression, and clarity of thought......newspaper work develops the prose writers muscles. It does not allow prose to spread itself, to become diffuse." (Konstantin Fedin- On Craftmanship– P. 242. ON THE ART AND CRAFT OF WRITING, MOSCOW, 1972) বৰকটতীয়ে সৃষ্টি কৰা সাহিত্যশৈলী এই কেইটা গুণৰ সমাহাৰ, যাৰ কাৰণে, তেওঁৰ সৃষ্টিয়ে সহজে পঢ়ুৱৈ সমাজৰ হৃদয়-মনৰ গভীৰলৈ বাট পোনায়।

বৰকটকীৰ বৰ্ণনাভঙ্গীয়ে এক সুকীয়া শৈলীৰ সৃষ্টি কৰিছে, যিটোৱে পঢ়ুৱৈক সহজে মুগ্ধ কৰে। সেইখিনি তেওঁৰ সাহিত্যৰ অন্যতম বিশেষত্ব। নিজৰ ভাব, অনুভূতি আৰু অভিজ্ঞতাক সৃষ্টি আৰু ঠিকভাবে প্ৰকাশ কৰিব পৰা বছা বছা শব্দেৰে, চুটি চুটি মালা গাঁথে। প্ৰতিটো শব্দই যেন কথা কয়। প্ৰতিডাল মালাই উদ্ভাসিত কৰি তোলে জীৱনৰ কোনো এটা মুহূৰ্তৰ একোটা খণ্ড ক্ষুদ্ৰ চিত্ৰ; যি পঢ়ুৱৈক মুখামুখি কৰি দিয়ে জীৱনৰ একোটি গভীৰতম সত্যৰ লগত, অনুভূতিৰ লগত। সেয়ে সেই চিত্ৰই পঢ়ুৱৈক বাৰে বাৰে আকৰ্ষণ কৰে। 'বয়সৰ লগে লগে বুকুৰ উপত্যকাকঠেক কৰি অনা জীৱনৰ সত্যটোৱে জানুক আপোন পাহৰা কৰে। .......... দুচলু উপচি পৰা বুকু ........ আপোন পাহৰা হৈ তাই কেঁচুৱা নিচুকোৱাদি হাত দুখন লৰাবলৈ ধৰিলে। মাছে কঁপোৱা পদুমৰ দৰেই কঁপি উঠিল বুকুখন।' (মনৰ দাপোণ) এগৰাকী মহিলাৰ মনৰ অৱস্থাটো বৰ্ণনা কৰিছে—'মনটো ক্লাবৰ ব্ৰীজৰুমত পৰা কাৰ্পেটখনৰ নিচিনা হৈ পৰিছিল; প্ৰতি নবাগতৰ পৰশত সোপোকা হৈ সোমাই যায়, কিন্তু পৰিচয় বা সম্বন্ধৰ পদচিহ্ন চিৰস্থায়ীকৈ নাৰাখে, আকৌ আগৰ দৰে নিমজ সমান হৈ পৰে।" "হাতখনৰ আটাইতকৈ দীঘল আঙুলিটো বুকুৰ লাজ লগা ঠাই পাইছিল বুলি তাই অনুমান কৰিছিল। সেইবোৰ একো নজনাৰ দৰে বৰুৱাই অনৰ্গল কথা কৈ গৈছিল।........ বৰুৱাৰ হাতখনে যেতিয়া সকলো সীমা অতিক্ৰম কৰিলে, তেতিয়া তাই লাজত মৃতপ্ৰায়।........ তাই অনুভৱ কৰিছিল, নাৰীৰ দেহটোত এনে কিছুমান ঠাই আছে য'ত পুৰুষৰ পৰশ পৰিলে নাৰীৰ সকলো আত্মসংযমৰ যন্ত্ৰ কিছু সময়ৰ কাৰণে হ'লেও বিকল হৈ যায়।' (মনৰ দাপোন) ইয়াত ক'ত অশ্লীলতা আছে? যৌন তৃপ্তি, কামনা-প্ৰেমৰ আনন্দই জীৱনৰ চৰমতম আনন্দ— সৃষ্টিৰ আনন্দ। জীৱনৰ কোনো গুৰুত্বপূৰ্ণ দিশৰ লগত ই সাঙোৰ খাই থকা নাই,

ই সামগ্রিকভাবে জীৱনটোক সামৰি লৈছে। সাহিত্যত আছে ৰস। তাক অস্বীকাৰ কৰি জীৱনৰ চৰম আৰু পৰম সত্যৰ, মুখামুখি হোৱাটো সম্ভৱ জানো? মানুহ সৃষ্টিশীল—যি সৃষ্টি কৰে, ধ্বংস কৰে পুনৰ সৃষ্টি কৰে এইটোৱেই পৰম সত্য। যৌন তৃপ্তি, প্রেম, কামনাৰ মাজেদি পোৱা আনন্দ, সৃষ্টিৰ আনন্দ। তাক অস্বীকাৰ কৰাৰ অর্থ হব জীৱনকে অস্বীকাৰ কৰা। 'এটি ক্ষণ মাগো মই'—ছোৱালী কলেজৰ প্রিন্সিপাল মীনা বাইদেউ। বিয়া হোৱা নাই। লগত থাকে দূৰ সম্বন্ধীয় ধুনীয়া ডেকো ব্যৱসায়ী বসন্ত। 'বসন্তৰ মতে, অতি আচৰিত মানুহ এই মীনা বাইদেউ। আধ্যাত্মিক জীৱন যাপনত মীনা বাইদেউ অতীতৰ যিকোনো ঋষি-মুনিৰ সমকক্ষ, '.......তেওঁ কয়, খুব সৰু বয়সতে তেওঁ ভগৱানৰ লগত এক হৈ যোৱাটো অনুভৱ কৰিছিল। তাৰপিছত বিয়া-সংসাৰ সম্পত্তি আদিৰ প্রতি তেওঁৰ একেবাৰে মোহ নোহোৱা হ'ল। আনকি দৈহিক মিলন বিচৰা প্রেম এটা থাকিব পাৰে বুলিও তেওঁ ভাবিব নোৱাৰে।' ....... বসন্তক মাহীয়েকে (মীনা বাইদেউ) উলাহেৰে কয়—বিয়া কৰোৱা ভাল। সকলো মানুহ ভগৱানকে লৈ থাকিব নোৱাৰে। তাৰ কাৰণে উচ্চস্তৰৰ মনপ্রাণৰ প্রয়োজন।' বসন্তৰ বন্ধু অৱনী হাজৰিকা। বন্ধু মহলে অবন হাজ নাম দি চাহাব কৰিছে। এদিন বসন্তই অবন হাজক মীনা বাইদেউৰ ঘৰলৈ লৈ আহিল। বাইদেউৰ লগত সম্বন্ধ গঢ়ি উঠিল। লাহে লাহে অবন হাজৰ মনটো বাইদেউৰ ওচৰলৈ গ'ল। বাইদেউও লাহে লাহে ওচৰ চাপি আহিল। তাৰপিছত—'বহুত সময় দুটা মানুহে টোপনিৰ অভিনয় কৰি গ'ল। টোপনিতে অবনে বাইদেউক জোৰকৈ চুমা খাই দিলে। 'ওঁস' বুলি বাইদেউ একেদৰে শুই থাকিল। ........টোপনিৰ জালতে বাইদেউৱে আক্রোহেৰে সাবটি ধৰিছে অবনক। তাৰপিছত বহুত পৰলৈ টোপনিৰ জালতে একো নজনাকৈ যেন বহু দূৰ আগুৱালে। ....... এই বেঙী ইমান দিন নিজক ফাঁকি দি আছিল কিয়? অবন,—বাইদেৱে মনত যেন দেখিলে, ইমান দিন ফাঁকি দি থকা ভগবানটো, উচ্চচিন্তাবোৰ, সাধনা শক্তি আদি অৱন দেবতাৰ আগত ধৰা পৰি ভয়তে দৌৰি পলাইছে। ......অৱশ হৈ বাইদেউ পৰি আছে। .....মই কেতিয়াবাই বুজিছিলো তোৰ মনৰ বেদনা—যেতিয়া বসন্ত নপুংসক বুলি জানিলো। ......তোৰ ভগৱান মই-মানুহ। মানুহদেৱতাক নাপালেহে বেজাৰতে মানুহে ভগবানক বিচাৰে।" এই পূর্ণাংগ উপন্যাসখন যে ইমান কম শব্দেৰে লিখিব পাৰি ভাবিলে বিস্ময় মানিব লাগে। বৰকটকীৰ লেখন ভংগীৰ বৈশিষ্ট্য সেইটোৱেই। শব্দৰ যাদুকৰ বৰকটকীয়ে অতি কম শব্দেৰে জীৱনৰ একোটি খণ্ড চিত্র অংকন কৰে, যি উন্মোচিত কৰে একোটি সমাজ আৰু জীৱন সত্যক। এই সংকলনৰ প্রতিখন উপন্যাসৰ পৰা তেনে বহু উদাহৰণ দিব পৰা যায়।

সাহিত্যতকৈ জীৱন বেছি সত্য। বৰকটকীয়ে সেই জীৱনৰ মুখামুখি হৈ সেই জীৱনকে তেওঁৰ উপন্যাসত তুলি ধৰিছে; তেওঁলোকৰ জীয়াই থকাৰ সংগ্ৰামৰ মাজত, সফলতা-বিফলতা, হাঁহি-কান্দোন, সুখ-দুখ, পোৱা-নোপোৱাৰ মাজত। জীৱনৰ সুন্দৰক আৱিষ্কাৰ কৰিছে, তেওঁলোকৰ স্বপ্নৰ মাজত, সংগ্ৰামৰ মাজত মানুহক পুনৰাবিষ্কাৰ কৰিবলৈ যাওঁতে, উচ্চবিত্ত, মধ্যবিত্তৰ চাকচিক্য জীৱন, শঠতা, ভ্ৰষ্টাচাৰ, অসততাকো নিখুঁটভাৱে ফুটাই তুলিছে। কাৰণ তেওঁলোকৰ বিলাসী জীৱন-যাপনৰ অন্তৰালত যি নিষ্ঠুৰ বাস্তৱ সত্য অস্তিত্বশীল, সেই সত্য হ'ল, সাধাৰণ মানুহ বঞ্চিত, নিপীড়িতা; সেই সমাজ সত্যই বৰকটকীৰ উপন্যাসত উদ্ভাসিত হৈছে। এই জীৱনসত্য, সমাজসত্যক প্ৰকাশৰ কাৰণে কেতিয়াবা ৰোমাণ্টিক ৰীতিকো গ্ৰহণ কৰিছে। মানুহৰ সজীৱ-সতেজ আবেগ-অনুভূতিৰ সজীৱ ৰূপায়ণে পঢ়ুৱৈক বাৰুকৈয়ে মুগ্ধ কৰে।

পদ্ম বৰকটকীয়ে আপোন সত্তাৰে অনুভৱ কৰিছে, সৃষ্টিক তেওঁ মানুহৰ হৃদয়ৰ মাজলৈ নিবই লাগিব। শিল্পীজনৰ ধাৰণা, লেখক বাস্তৱবাদী হ'বই লাগিব, নহ'লে সেই লিখক মৃত। মানুহক কিছুমান কথা কোৱাৰ তীব্ৰ তাড়না অনুভৱ কৰে কাৰণেই বৰকটকীয়ে লিখে—লিখি আছে। সাংবাদিকতাৰ লগত নিবিড়ভাৱে জড়িত বৰকটকীয়ে মানুহৰ জীৱনৰ সকলো দিশ নিৰীক্ষণ কৰাৰ সুবিধা পাইছিল, কৰিছিল। জীৱনৰ পৰা পলায়ন কৰা লেখক বৰকটকী নহয়, সমাজ জীৱনৰ লগত বহুমুখী গভীৰ লিপ্ততাৰ কাৰণেই তেওঁৰ সাহিত্যই সামাজিক গুৰুত্ব লাভ কৰিছে। সাংবাদিকতাই তেওঁক লৈ গৈছে, সমাজ জীৱনৰ মাজলৈ; তেওঁলোকৰ জীয়াই থকাৰ যুঁজখনৰ মাজত থিয় হৈ বৰকটকীয়ে অনুভৱ কৰিছে মানুহৰ দৰে জীয়াই থকাৰ কি একাগ্ৰ বাসনা; এই মানুহবোৰৰ চকুত সুন্দৰ জীৱনৰ স্বপ্ন আৰু তাক চৰিতাৰ্থ কৰিবলৈ গৈ যাপন কৰিছে এক কদৰ্য জীৱন। সেই মানুহক তেওঁ বুজিছে, অনুভৱ কৰিছে তেওঁলোকৰ প্ৰাণৱন্ত আবেগ-অনুভূতিক, সেয়ে তেওঁ লিখে—লিখি আছে। সৃষ্টিৰ যন্ত্ৰণা আৰু মুক্তিৰ তাড়নাই বৰকটকীৰ বুকুত কঁপনি তোলে, সেয়ে তেওঁ লিখে আৰু সেই লেখাই সেয়ে মানুহক গভীৰভাৱে আলোড়িত কৰে। এনেকৈয়ে ৰচিত হৈছে বৰকটকীৰ আবেগ সমৃদ্ধ উপন্যাসসমূহ। তাৰ মাজত ক'ৰবাত শৈল্পিক দুৰ্বলতাও আছে, তথাপি নিশ্চিতভাৱে মানুহক আলোড়িত কৰে। প্ৰকৃত জাতীয় বীৰৰ সন্ধানতে বৰকটকীয়ে চুকাফাক বুৰঞ্জীৰ পাহৰা পাণ্ডুলিপিৰ পৰা ধূলি-বালি গুচাই, অসম নামৰ অঞ্চলৰ প্ৰথম অসমীয়া বুলি কৈয়ে নেৰিলে; তেওঁ সচেষ্ট হৈ চুকাফাক প্ৰথম অসমীয়া হিচাপে প্ৰতিষ্ঠা কৰি, চুকাফাৰ অসমত পদাপণৰ দিনটোক 'অসম দিৱস' কৰিহে এৰিলে। দীৰ্ঘদিনীয়া বিদেশী শাসনে সৰু

সৰু গোষ্ঠীৰ মাজত বিদ্বেষৰ বীজ সিঁচি, অসমত গোষ্ঠীগত মতদ্বৈধতাৰ চেলু লৈ. এদলৰ বিৰুদ্ধে আন এদলক উচতাই দি, সমগ্ৰ ভাৰতকে কাবু কৰি ৰাখিছিল। অসমত ৬০০ বছৰীয়া আহোম ৰাজত্বক জনগণৰ সকলো দুৰ্গতিৰ মূল বুলি প্ৰকাৰান্তৰে সেই ৰাজ-গোষ্ঠীৰ বিৰুদ্ধে জনমত সংগঠন কৰি, বিদেশী শাসকে আমাক উদ্ধাৰ কৰা বুলি পতিয়ন নিয়াইছিল। তাৰ বিৰুদ্ধে চুকাফাৰ মহানতাক ৰাইজৰ সন্মুখত ঠিয় কৰাই দি, বৰকটকীয়ে পোহনীয়া গোষ্ঠী-বিদ্বেষৰ মূল খান্দি পেলাইছিল। একেদৰে, তেওঁৰ দ্বাৰা সম্পাদিত মাহেকীয়া 'আমাৰ প্ৰতিনিধি'ত বিশেষ সংখ্যা উলিয়াই , অসমৰ এচাম তথাকথিত ভদ্ৰলোকে এঙোৰা জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বিষ্ণু ৰাভাক আদৰ্শ জননেতা হিচাপে দাঙি ধৰিছিল। একেদৰে, ধৰ্মৰ ছিদ্ৰইদি প্ৰবেশ কৰি, তথাকথিত শিক্ষিত আৰু ধৰ্মপ্ৰাণ বুলি খ্যাত এচামে দুৰভিসন্ধিৰে অসম বা আহোম ৰাজশক্তিক, শাক্ত ধৰ্মত দীক্ষিত হৈ. বৈষ্ণৱক উৎপীড়ন কৰা বুলি উলিয়াই, সিংহাসন বগৰাব খুজিছিল, ৰাণী ফুলেশ্বৰীক অত্যাচাৰিণী আখ্যা দি। সেই অন্যায়ৰ বিৰুদ্ধে গৈ সেই ফুলেশ্বৰীকে অসমৰ প্ৰথমটো প্ৰজা বিদ্ৰোহৰ নায়িকা কৰিলে উপন্যাসত, য'ত বিষয়বস্তু বুৰঞ্জী-নিৰ্ভৰহে, বুৰঞ্জী-সত্য নহয়।

আনফালে, 'আমাৰ প্ৰতিনিধি' আলোচনীৰ যোগেদি বিজ্ঞানৰ প্ৰতি সকলোকে আকৰ্ষিত কৰিবলৈ আৰু যুব প্ৰজন্মক পথ প্ৰদৰ্শক হ'বলৈ উৎসাহ দিয়াৰ ক্ষেত্ৰত বৰকটকী আৰু তেওঁৰ সীমিত গোষ্ঠী কিমান জনপ্ৰিয় হৈছিল, তাৰ প্ৰমাণ তেতিয়াই পাইছিলোঁ।

বৰকটকীৰ উপন্যাস, গল্প, কবিতা, গীত, নাটক, নিবন্ধ,সমালোচনা আদিক সামগ্ৰিকভাবে লৈ বিচাৰ কৰা আজিও হোৱা নাই। বিদ্বৎ সমাজৰ এচামে হয়তো সেইটো নকৰে নিজতকৈ বৰকটকী শ্ৰেষ্ঠতৰ বুলি প্ৰতিপন্ন হোৱাৰ ভয়ত।

পদ্ম বৰকটকীৰ লগত, এই 'ওলগনি' লিখাৰ আগতে কথা পাতিছিলোঁ কেইবাদিনো। তেওঁ কিছুমান কথাত নিষ্ঠুৰভাবে মুক্ত কণ্ঠৰ। যেনে, লিখাৰ মাজেদি তেওঁ অমৰত্বৰ লোভ নাই। তেওঁৰ কিবা লিখা ভবিষ্যতে যদি প্ৰয়োজন হয়, তেওঁৰ নাম নোলোৱাকৈয়ে মানুহে ব্যৱহাৰ কৰিবই। বেদৰ মন্ত্ৰ প্ৰয়োজনত আজিও মানুহে মনত পেলায়, উচ্চাৰণ কৰে। কোনে লিখিছিল নজনাকৈ। আনপিনে পোগোডা নিৰ্মাণ কৰোৱা ফাৰাওবোৰকে ধৰি অমৰত্ব প্ৰয়াসী বহুতেই আজি পাহৰণিৰ গৰ্ভত।

ইংৰাজী ভাষাৰ কবি টি. এচ. এলিয়টে যেতিয়া লণ্ডনলৈ আহি ফৰ্ড মেডক্স ফৰ্ড, ডবলিউ লিউইচ, টি. ই. হিউমচ আদিক ১৯১৪ চনত লগ পাইছিল, তেতিয়া হিউমে কৈছিল যে he was in favour of the complete destruction

of all verse 20 years old — ২০ বছৰৰ আগৰ সকলো কবিতা পুৰি পেলাব লাগে বুলি কৈছিল। ফৰ্ডে নতুন কবিক উপদেশ দিছিল পুৰণি কবিৰ কবিতা পাহৰি যাবলৈ; তেওঁ কৈছিল "not any single Accepted Idea from the past has any more magic".

অৰ্থাৎ এনেকুৱা এক নিষ্ঠুৰ আঘাত হানিব নোৱাৰিলে পৰিবৰ্তন নাহে; পুৰণিকে ভাল লাগি থাকে। বৰকটকীয়ে কৈছিল।

বৰকটকীৰ প্ৰতি গ্ৰন্থৰ ৰচনাকাল তেওঁ প্ৰতি কিতাপতে দি গৈছে। কাৰণ, তেওঁৰ মতে যি সময়টোৱে তেওঁক লিখায়, সেই সময়টোক তেওঁ প্ৰতি উপন্যাসত চিনাকি দি গৈছে। তেওঁ প্ৰশ্ন কৰে; আজি 'মনৰ দাপোন'ক নাঙঠ আৰু যৌন প্ৰধান বুলিলে টি.ভি চোৱা ১৪ বছৰীয়াইয়ো নাহাঁহিবনে? পাঠকৰ সুবিধা মতে মই জনামতে প্ৰতিখন গ্ৰন্থৰ প্ৰকাশৰ তাৰিখ এয়া—নজ্বলা ধূপৰ ইতিহাস (১৯৬৭), জীৱন এষণা (১৯৬৫), শিৰৰ সেন্দুৰ আঁকা ছবি (১৯৭৮), ৰঙা ৰঙা ৰং (১৯৭২), অৱন্ধনা (১৯৭৩)।

**(পদ্ম বৰকটকী "এই গতি নিৰবধি" নামৰ উপন্যাস সংকলনটিৰ প্ৰথম প্ৰকাশ হয় নবেম্বৰ '২০০৫ত)**

( ২ )

# মাটিৰ পৃথিৱীৰ প্ৰতি কোনো খেদ নাৰাখিলে পদ্ম বৰকটকীয়ে

মানুহজন সকলোৰে কাৰণে নহ'লেও, বহুতৰে কাৰণে এক বিৰল বিস্ময়, এক ব্যতিক্ৰমী ব্যক্তিত্ব। যিমানেই ওচৰ চাপি গৈছিলো, সিমানেই ভাব হৈছিল, মানুহজনক এতিয়াও সম্পূৰ্ণকৈ বুজি পোৱা নাই। বিচিত্ৰ ৰূপ আৰু 'অপূৰ্ব', 'বঢ়িয়া', 'সুন্দৰ' এই তিনিটা শব্দ আৰু এমোকোৰা হাঁহি সেই বিচিত্ৰ ৰূপৰ সমাহাৰ। মানুহৰ কোনোটো ৰূপেই তেওঁৰ কাৰণে অনাত্মীয় নহয়। দুখ, হতাশা, ক্ষোভ এইবোৰ তেওঁৰ জীৱনৰ অভিধানত নাছিল। সকলো ঘটনাকে সহজভাৱেই লয়। কোনো আক্ষেপ নাই। সদাব্যস্ত এই কীৰ্তিমান লেখকজন আছিল পদ্ম বৰকটকী— যিজনৰ, মানুহৰ জীৱনটোক হৰ্ষমুখৰ কৰিতোলাৰ আগ্ৰহ, আশা আৰু ব্যস্ততাৰে ভৰা প্ৰতিটো

মুহূৰ্ত। জ্ঞানপিপাসু বৰকটকীৰ সাধনাৰ পথ সুকীয়া। জ্ঞানৰ প্ৰায় প্ৰতিটো শাখাত তেওঁ বিচৰণ কৰিছিল। কিন্তু পুথিগত বিদ্যাৰে জীৱন-যাপন কৰা নাছিল লেখা-মেলাও কৰা নাছিল। পঞ্চাছৰ দশকৰ পৰা তেওঁ লিখিয়েই আছে গল্প, কবিতা, উপন্যাস, প্ৰবন্ধ। জীয়াই থকাৰ কাৰণে নহয় লিখিবৰ কাৰণেহে তেওঁ জীয়াই আছিল। কেৱল লিখি জীয়াই থকা মানুহ অসমত দ্বিতীয় এজন চকুত পৰা নাই। চলন্ত এখন ৰে'লগাড়ীৰ দৰে কোনো দিন তেওঁ বৈ থকা নাছিল। বৰকটকী এটা 'গতি'। ৰোমা ৰোলাঁই কৈছিল— 'নিলিখাকৈ মই থাকিব নোৱাৰোঁ।... লিখাটো মোৰ মনত চিন্তা কৰাৰ, কাম কৰাৰ সৰ্বশ্ৰেষ্ঠ পদ্ধতি। লিখা মোৰ মনত নিশ্বাস-প্ৰশ্বাসৰ লেখিয়া, লিখিবলৈ এৰিলে মই নাবাচিম।' পদ্ম বৰকটকী আজিও চাৰিকুৰি বছৰীয়া এজন চফল ডেকা ৰূপে বাচি আছিল কেৱল লিখি থকাৰ কাৰণে। নিলিখি নোৱাৰে. জীয়াই থকাৰ কাৰণে, জীৱনটোক পৰিপূৰ্ণ ৰূপত পোৱাৰ কাৰণে মানুহে অবিৰতভাৱে সংগ্ৰাম কৰিছিল। বৰকটকীয়ে তেওঁলোকৰ কাৰণেই লিখি আছে। সেই সংগ্ৰামৰ মাজত, দুখ-যন্ত্ৰণাৰ মাজত মানুহক পুনৰাৱিষ্কাৰ কৰিছে। জীৱন গতিশীল-পৰিৱৰ্তনশীল অৰ্থত— সন্মুখৰ ফালে আগুৱাই গৈ আছে। বৰকটকী সেই মানুহৰ পক্ষত তেওঁলোকৰ সংগ্ৰামৰ মাজত। গতিকে বৰকটকীৰ 'গতি'ত যতি পৰা নাই নপৰে। পঞ্চাছৰ দশকতে লিখা 'মনৰ দাপোণ' প্ৰকাশ হোৱাৰ লগে লগে সাহিত্যত অশ্লীলতাৰ অভিযোগ উঠিছিল। চল্লিছ বছৰৰ পিছতহে সকলোৱে বুজি পালে, সেইটো নিষ্ঠুৰ বাস্তৱ, জীৱন সত্য। তেওঁ দেখুৱাই দিলে জীৱনৰ বিকৃতিহে অশ্লীলতা। বৰকটকীয়ে লিখি আছে, জিৰণি লোৱা নাই, কাৰণ মানুহৰ জীয়াই থকাৰ সংগ্ৰামো কোনো সময়তে থমকি ৰোৱা নাই। তেওঁ লিখি আছে সেই মানুহৰ কাৰণে, যি মৰি-জীয়াই থকাৰ কাৰণে সংগ্ৰাম কৰি আছে নতুন এক সুন্দৰ ভৱিষ্যৎ সৃষ্টিৰ আশাৰে। মানুহৰ জীয়াই থকাৰ কি একাগ্ৰ বাসনা। বৰকটকীয়ে সেই ভৱিষ্যতকেই আদৰণি জনাইছে। কবি নৱকান্ত বৰুৱাৰ এটা কবিতা পঢ়ি লিখিছিল 'মই জানো, মই ক্লীৱ' এই বাক্যশাৰী পঢ়ি আপোনাৰ বাৰু কেনে লাগিল? মই যদি এই কথাকেইটা কওঁ, আপোনাৰ মোৰ প্ৰতি ঘিণ বা তৃতীয় শ্ৰেণীৰ সহানুভূতি নাজাগিবনে?... কবিতাৰ এই প্ৰথম শাৰীটোৱে মোক ইতিমধ্যে হতাশ কৰিছে।... মই খুব আশাবাদী... কবি নৱকান্ত বৰুৱাই এদিন হয়তো এনেকুৱা কবিতা লিখিব, যি কবিতাই গোটেই জগতকে অনাগতক পৰিকল্পনাৰে আদৰি আনিবলৈ প্ৰেৰণা যোগাব; মানুহক, মানুহৰ শ্ৰমক, মানুহৰ ভৱিষ্যতক স্বীকাৰ কৰিবলৈ শিকাব।' মানুহৰ সমূহীয়া শক্তিত বিশ্বাসী, —প্ৰতিনিধি— পাছত আমাৰ প্ৰতিনিধিৰ প্ৰতিষ্ঠাপক সম্পাদক বৰকটকীয়ে আলোচনীখনৰ মূল নীতিক ৰাইজৰ সমূহীয়া শক্তিৰ প্ৰতি

শ্ৰদ্ধা জনাই এনেভাৱে ঘোষণা কৰিছিল—

*'প্ৰথমে প্ৰণামো সমূহকৈ ৰাইজক*
*দ্বিতীয়ে প্ৰণামো লখিমী আই,*
*তৃতীয়ে প্ৰণামো ৰাইজৰ শকতিক*
*যাৰ তুলনা পাবলৈ নাই।'*

—এই বিহুগীত সুৰীয়া গীতফাঁকিৰ পিছতে কৈছিল— 'ৰাইজৰ সমূহীয়া শক্তিত দেশৰ ভৱিষ্যৎ লুকাই আছে। সন্দেহবাদী, দুৰ্বল, নিৰাশাবাদী আৰু হতাশাত ভোগা জনচেৰেক বুদ্ধিজীৱীয়ে যিহকে নহওক, ৰাইজৰ সমূহীয়া শক্তিয়ে অচিৰেই পৃথিৱীক শান্তিময় কৰিব...। এমুঠি বুদ্ধিজীৱীৰ এলেহুৱা মনৰ খোৰাক যোগোৱাতকৈ আজিৰ কলা-সাহিত্য সৰ্বসাধাৰণ ৰাইজৰ উপকাৰত অহা হ'ব লাগিব। ৰাইজৰ জয়যাত্ৰাক আজিৰ কলা-সাহিত্যই গৌৰৱেৰে পৰিৱেশন কৰিব লাগিব।' সেই উদ্দেশ্যেই বৰকটকীয়ে আমাৰ প্ৰতিনিধি সম্পাদনা কৰিছিল। তাৰ পৰা ওলাই আহি নতুন প্ৰতিনিধি উলিয়াইছিল। মাহেকীয়া সমকালীনৰ গুৰি ধৰিছিল বৰকটকীয়েই। সৃষ্টি কৰিছিল ন-দৃষ্টিৰে এচাম নতুন লেখকৰ— আৰু পঢ়ুৱৈৰ। ওৰেটো জীৱন লিখি আছিল। লিখাটো তেওঁৰ বৃত্তি হ'লেও, জীৱিকাৰ পথত নহয়। জীয়াই থকাৰ কৰণে তেওঁ লিখা নাই, তাৰ বিপৰীতটোহে সত্য— লিখিবৰ কাৰণেহে তেওঁ জীয়াই আছে। ভাবি বিস্ময় মানিব লাগে, ইমান অফুৰন্ত প্ৰাণশক্তি ক'ৰ পৰা কেনেকৈ আহৰণ কৰিলে। মানুহৰ জীৱনটোক হৰ্ষমুখৰ কৰি তোলাটোৱেই তেওঁৰ একাগ্ৰ বাসনা। বংগৰ এক্কৈশ বছৰীয়া কবি সুকান্ত ভট্টাচাৰ্যৰ এফাকি কবিতালৈ মনত পৰিছে—

'এসেছে নতুন শিশু, তাকে ছেড়ে দিনেত হ'বে স্থান
জীৰ্ণ পৃথিৱীতে ব্যৰ্থ, মৃত আৰু ধ্বংসস্তূপ পিঠে
চলে যেতে হ'বে আমাদেৰ।
চলে যাব— তবু আজ যতক্ষণ দেহে আছে প্ৰাণ
প্ৰাণপণে পৃথিৱীৰ সৰাব জঞ্জাল,
এ বিশ্বকে এ-শিশুৰ বাসযোগ্য কৰে যাব আমি,
নৱজাতকেৰ কাছে এ আমাৰ দৃঢ় অংগীকাৰ।'

নতুন পুৰুষ, নতুন প্ৰজন্মৰ প্ৰতি অত্যধিক সচেতন বৰকটকীক সৃষ্টিৰ প্ৰাণশক্তি যোগাইছিল পৃথিৱীখনক আৱৰ্জনাবোৰ আঁতৰাই সকলোবোৰ বাসযোগ্য কৰাৰ একাগ্ৰ বাসনাই। মই সেই ধৰণেই মানুহজনক বুজি পাইছোঁ। মানুহ হিচাপে আৰু সৃষ্টিশীল লেখক হিচাপেও এক ব্যতিক্ৰম, বিস্ময়। একে সময়তে মানুহৰ

শ্ৰদ্ধা আৰু ভালপোৱা আদায় কৰিব পৰা এক বৈচিত্ৰ্যপূৰ্ণ ব্যক্তিত্বৰ অধিকাৰী বৰকটকী। পঞ্চাছৰ দশকতে, অসমীয়া সাহিত্য যিটো বৃত্তৰ মাজত আবদ্ধ আছিল, সেই পৰিধি ভাবি তাক নতুন সুতিয়েদি বোৱাবলৈ প্ৰয়াস কৰিছিল। সেই প্ৰয়াসৰ সফল পৰিণতি আছিল মনৰ দাপোণ, খবৰ বিচাৰি, বিচাৰৰ বাবে, আদি উপন্যাস আৰু প্ৰতিনিধি, আমাৰ প্ৰতিনিধিৰ জন্ম। তেওঁৰ সময়ৰ অসমীয়া সাহিত্যৰ অচলায়তন ভঙা এজন আধুনিক মননশীল সাহিত্যিক সেই সময়ত বৰকটকীৰ বাহিৰে অথবা দ্বিতীয় এজন নাছিল। অচলায়তন ভঙাটোৱেই নহয়, অসমীয়া সাহিত্য-সংস্কৃতিৰ জগতত বৰকটকী বহু বিষয়ত প্ৰথম। মহাপুৰুষ শংকৰদেৱক নাটকৰ বিষয় কৰি প্ৰথম মঞ্চত তুলিলে। আলোচনীৰ ক্ষেত্ৰত বিহু আৰু পূজাত বিশেষ সংখ্যা প্ৰকাশ কৰাটো বৰকটকীয়েই প্ৰথম আৰম্ভ কৰিছিল। তদুপৰি শংকৰদেৱ আৰু জ্যোতিপ্ৰসাদক লৈ বিশেষ সংখ্যা তেৱেঁই প্ৰথম প্ৰকাশ কৰে। অসমত চুকাফা দিৱস বৰকটকীৰে উদ্ভাৱন। বৈচিত্ৰ্যই বৰকটকীৰ ব্যক্তিত্বৰ বৈশিষ্ট্য, গতিকে মানুহে তেওঁক ভাল নাপাই নোৱাৰে। সদা সুখী এই মানুহজনক দুখ, হতাশা, আক্ষেপ একোৱেই স্পৰ্শ কৰিব নোৱাৰিলে। মুখৰ প্ৰাণখোলা হাঁহিটো আৰু হাতৰ কলমটো একোৱেই কাঢ়ি নিব পৰা নাছিল— নোৱাৰিলে। ❑

(১২ মাৰ্চ, ২০০৮ 'দৈনিক জনমভূমি'ত প্ৰকাশিত)

# হাঁহিৰে জীৱন জয় কৰিলে যি......

**হাইদৰ হুছেইন**

গাঁৱৰ স্কুলত পঢ়োতেই অসমীয়া গল্প-উপন্যাস পঢ়াৰ অভ্যাস গঢ়ি উঠিছিল। পঞ্চম শ্ৰেণীত পঢ়ি থাকোতে ৰাজেন ডেকা নামৰ এজন অখ্যাত ঔপন্যাসিকৰ 'ভাৰতী' নামৰ উপন্যাস এখনত ডেকা-গাভৰুৰ মাজৰ প্ৰেমৰ বৰ্ণনা পঢ়ি কৈশোৰত ভৰি দিয়াৰ আগতেই যৌৱনৰ মাহাত্ম্য বুজাৰ চেষ্টা কৰিছিলো। তাৰ পিছতে মহম্মদ পিয়াৰ, হিতেশ ডেকা, দণ্ডিনাথ কলিতা, বীণা বৰুৱা, ৰাস্না বৰুৱা আদি লেখকৰ উপন্যাস পঢ়ি সেই উপন্যাসৰ গুৰুত্বপূৰ্ণ বাক্যবোৰত ৰঙা চিয়াহীৰে দাগ মাৰি থৈছিলো আৰু পৰৱৰ্তী কালত সেই বাক্যবোৰকে বন্ধু-বান্ধবলৈ চিঠি লিখোতে ব্যৱহাৰ কৰিছিলো। তেতিয়া মই স্কুলৰ দেওনা পাৰ হ'বলৈ বাকী আছিল। এদিন আমাৰ গাঁৱৰ পুথিভঁৰাললৈ পদ্ম বৰকটকীৰ 'মনৰ দাপোন' আৰু 'খবৰ বিচাৰি'খন আহি পাইছিল। মনৰ দাপোন আৰু খবৰ বিচাৰি পঢ়ি গাঁৱৰ চুকভেকুলীয়ে মোৰ গাঁৱৰ বাহিৰতো যে এখন পৃথিবী আছে আৰু সেই পৃথিবীখনত কিছুমান আজব চৰিত্ৰৰ মানুহে বসবাস কৰে সেই কথাটো গম পাইছিলো। শ্বিলং আছিল তেতিয়া আমাৰ বাবে স্বপ্নৰ চহৰ। সেই শ্বিলঙৰ পটভূমিত ৰচিত পদ্ম বৰকটকীৰ সেই উপন্যাসৰ ভাষাত, চৰিত্ৰ চিত্ৰণত নতুনত্বৰ সোৱাদ পালো। আঢ্যৱন্ত মানুহৰ, মধ্যবিত্ত মানুহৰ সেই পৃথিবীখনে মোক যৌৱনৰ দুৱাৰদলিতেই এনেভাৱে আলোড়িত কৰিছিল যে তেতিয়াই মই চকুৰ আগৰ পৃথিৱীখনক অন্যভাৱে চাবলৈ শিকিছিলো। তেতিয়ালৈ প্ৰকাশিত পদ্ম বৰকটকীৰ প্ৰায়বোৰ গ্ৰন্থই পঢ়িছিলো। তাৰ পিছত এদিন গুৱাহাটীলৈ গুচি আহিছিলো। মোৰ শ্ৰদ্ধেয় লেখক-সাহিত্যিক-শিল্পীসকলক ওচৰৰ পৰা চোৱাৰ হেপাহেৰে আৰম্ভ কৰিছিলো যাযাবৰী জীৱন। গহীন-গম্ভীৰ ব্যক্তিত্বৰ অধিকাৰী বহুকেইজন সাহিত্যিকৰ সান্নিধ্যই মোক সেই সময়ত হতাশ কৰিছিল। কিন্তু যিকেইজনৰ চিন্তাৰ মাজত আমাৰ চিনাকি পৃথিৱী, পৰিচিত জীৱন আৰু সপোন সপোন লগা আশাভৰা ভৱিষ্যতৰ কল্পনাক সমৃদ্ধ কৰাৰ প্ৰেৰণা বিচাৰি পাইছিলো, সেইসকলৰ মাজৰ অন্যতম আছিল পদ্ম বৰকটকী। পদ্ম বৰকটকীৰ লগত চিনাকি হোৱাৰ আগতে তেওঁৰ বিচিত্ৰ জীৱন, অসাধাৰণ ব্যক্তিত্ব, প্ৰকৃতাৰ্থত আধুনিক চিন্তা-চৰ্চাসমৃদ্ধ মানুহজনক জনাৰ সুবিধা পাইছিলো তেওঁৰ কলিকতীয়া জীৱনৰ ঘনিষ্ঠ ব্যক্তি কথাছবি নিৰ্মাতা আনোৱাৰ হুছেইন, বিমল নাথ আৰু কিছুকথা ভূপেনদাৰ পৰা। তাৰ পিচত সত্তৰৰ দশকত পদ্ম বৰকটকী এদিন মই নিজে গম নোপোৱাকৈয়ে মোৰ নিচেই আপোন হৈ পৰিছিল। হৈ পৰিছিল আমাৰ বহুতৰে পদ্মদা। পদ্মদাক লৈ

আমাৰ কৌতূহল আৰু বিস্ময়ৰো একপ্ৰকাৰ যেন অন্ত পৰিছিল। কাৰণ তেওঁ হৈ পৰিছিল আমাৰ অভিভাৱক, বন্ধু, দাদা, আড্ডাৰ প্ৰবীণ সদস্য। বিস্ময় আৰু কৌতূহলী দৃষ্টিৰে তেওঁক চোৱাৰ ক্ষেত্ৰত তেওঁ নিজেই বাধ্য হৈ দেখা দিছিল।

যিকোনো অৱস্থাতে য'তে-ত'তে বহি যিকোনো বিষয়েই' তেওঁ লিখিব পাৰিছিল। তেওঁৰ লেখাৰ মাজেৰে 'ভগৱানকো' জোকাই চাবলৈ সাহস কৰিছিল, তেওঁ ৰজাক ককা বুলিবলৈ ভাল নাপাইছিল। তেওঁৰ লেখা পঢ়ি কোনে কি কয়, কোনোবাই প্ৰশংসা কৰে, নে সমালোচনা কৰে তালৈকো ভ্ৰূক্ষেপ নকৰিছিল। কিন্তু আমি যেতিয়া ক'ৰবাত কিবা লিখো তেওঁ সদায় উপযাচি 'বঢ়িয়া' বুলি কলাগিছিল। সকলোতে 'বঢ়িয়া' অৰ্থাৎ ভালটোকে দেখা পোৱা পদ্মদাই বেয়া দেখিলে সাহিত্য সভাই হওক, সাহিত্যিক-শিল্পীয়েই হওক সকলোকে কঠোৰ সমালোচনাৰে বিব্ৰত কৰিবলৈকো কুণ্ঠাবোধ নকৰিছিল। তেওঁ উপন্যাস লিখিছিল, গল্প লিখিছিল, নাট লিখিছিল, কবিতা, গীত ৰাজনৈতিক বিষয়ক লৈ নিবন্ধ আদিৰে সাহিত্যৰ বিভিন্ন ক্ষেত্ৰলৈ অৰিহণা যোগাইছিল। কিন্তু বহু বহু শিল্পী-সাহিত্যিকৰ লবী সৃষ্টি কৰি সৰ্বসাধাৰণতকৈ এখন ভিন্ন পৃথিবীৰ মানুহৰ দৰে আলঙে আলঙে মুখ লুকাই ঘূৰি ফুৰি পদ্মদাই ভাল নাপাইছিল। যি মানুহ আৰু মানুহৰ বিচিত্ৰ পৃথিবীখনক লৈয়ে সাহিত্যিকে সাহিত্য সৃষ্টি কৰে সেইখন পৃথিবীৰ বিভিন্ন পেছা আৰু চিন্তাৰ মানুহক তেওঁ আপোন বুলি ভাবিব পাৰিছিল। আমি নিজেও গম পাইছিলো পদ্মদাক কেতিয়াবা কেতিয়াবা অভাবে চিন্তাক্লিষ্ট কৰি তুলিছিল।তাৰ মাজতো তেওঁ ক্লান্তি অনুভৱ কৰা নাছিল, হয়তো বিব্ৰতবোধো নকৰিছিল। হাঁহি হাঁহি সমগ্ৰ জীৱনটো তেওঁ অতিবাহিত কৰিলে। অশীতিপৰ এই মানুহজনৰ তাৰুণ্যভৰা মনটোৰ ওচৰত বয়সেও সদায় হাৰমনা দেখি আহিছিলো। যোৱা আগষ্ট, ছেপ্তেম্বৰত মই দিল্লীত আছিলো। দিল্লীৰ পৰা আহিয়ে পূজা সংখ্যাৰ বাবে পদ্মদাক এখন চুটি উপন্যাস লিখাৰ বাবে অনুৰোধ জনাইছিলো। সময় দিছিলো মাত্ৰ এসপ্তাহ। তেওঁ লিখিছিল। মোক কৈছিল, 'প্ৰেমৰ উপন্যাস এখনকে দিলো।' মানুহজনে ভণ্ডামি ভাল নাপাইছিল। গতিকে জটিল কথাবোৰ, মাৰ্ক্সীয় চিন্তাসম্বলিত কথাবোৰ আনকি যৌনগন্ধী কথাবোৰো সহজভাবে ক'ব পাৰিছিল, লিখিব পাৰিছিল। উদ্দেশ্যৰ সততাই, বিস্ময়কৰ জীৱন দৃষ্টিৰে আচ্ছন্ন কৰি ৰখা তেওঁৰ ব্যক্তিত্বৰ সম্মোহিনীৰ ওচৰত তেওঁক ওচৰৰ পৰা পোৱাসকল সদায় ধন্য হৈ আছিলো। অনাড়ম্বৰ জীৱনৰ অধিকাৰী মানুহজনৰ প্ৰাণোচ্ছল হাঁহি আৰু যিকোনো সৰু-সুৰা উপলক্ষ্যকে জীৱন উপভোগৰ সামগ্ৰী কৰি ল'ব পৰা বিৰল গুণৰো অধিকাৰী আছিল পদ্মদা।

পদ্মদাই সাংবাদিকতাৰে কৰ্ম জীৱন আৰম্ভ কৰিছিল। তেওঁৰ উপন্যাসৰ নায়ক অভয় তেওঁ নিজেই আছিল নেকি— সেই কথাও আমাৰ মনলৈ কেতিয়াবা

কেতিয়াবা আহিছিল। তেওঁ সৃষ্টি কৰা চৰিত্ৰ অভয়, নীলিমা, অবন হাজ আদিয়ে তেতিয়াই আমাৰ মনত ৰেখাপাত কৰিছিল। পদ্মদাৰ লগত যিয়েই আড্ডা দিয়া নাই তেওঁক আমি দুৰ্ভগীয়া বুলিয়ে ভাবিবলৈ মন যায়। কলিকতীয়া জীৱনতো পদ্মদাই বন্ধু মহলক পৰিয়ালৰ সদস্যৰ দৰে কৰি ল'ব পাৰিছিল। শ্বিলঙৰ সাংবাদিকতা এৰি ১৯৫৫ চনত কলকাতালৈ গৈছিল চাকৰি বিচাৰি। শ্ৰীভূমি পাব্লিছিঙৰ স্বত্বাধিকাৰ অৰুণ পুৰকায়স্থৰ উৎসাহত 'সহায়িকা পুথি' লিখিছিল, প্ৰুফ চাবলগাও হৈছিল তেওঁ। এদিন ভিন্নসুৰী আলোচনী 'আমাৰ প্ৰতিনিধি' উলিয়াই নিজেই সম্পাদক হৈছিল। এদিন হেনো কলকাতাৰ বাণী প্ৰকাশিনীৰ মালিক হৰিসাধন ভট্টাচাৰ্যই পদ্মদাক কৈছিল, 'তুমি সহায়িকা পুথি লিখিব পাৰা, ইমান বিচিত্ৰ তোমাৰ জীৱনৰ অভিজ্ঞতা, তোমাৰ সাংবাদিক জীৱনৰ কথাবোৰকে উপলক্ষ কৰি উপন্যাস নিলিখা কিয়?' তাৰ পিছতে হেনো তেওঁ মনৰ দাপোন লিখিছিল ১৯৫৮ চনত, পিছৰ বছৰ খবৰ বিচাৰি আৰু তাৰ পিছৰ বছৰেই বিচাৰৰ বাবে। সেই সময়ত কলকাতালৈ নোযোৱা হ'লে হয়তো এই বিৰল প্ৰতিভাধৰ সাহিত্যিকজনক আমি এইভাৱে নাপালোহেঁতেন। খবৰ বিচৰা মানুহে সমাজৰ এন্ধাৰে ডোঙা বন্ধা ঠাইসমূহৰ লগতে জীৱন-বিচিত্ৰতাৰ সন্ধান কৰাৰ সেই ৰোমাণ্টিক কাহিনীৰ মাজত সাংবাদিকৰ এটা নতুন ৰূপ আৱিষ্কাৰ কৰিছিলো। সেই বিৰল জীৱনৰ অধিকাৰী পদ্মদা আমাৰ মাজৰ পৰা গুচি গ'লগৈ। আমি যেন আমাৰ এজন অভিভাৱকক হেৰুৱালো। পদ্মদাই মোক 'ছেকুলাৰ' বুলি মাতি ভাল পাইছিল। তেওঁৰ মতে মই হেনো 'ছেকুলাৰ'ৰ প্ৰতীক আছিলো। আমাৰ ঘৰুৱা জীৱনবোৰৰ কথা ইজনে-সিজনে জানিছিলো। আমি সুকীয়া সুকীয়া ধৰ্মাৱলম্বী হোৱাৰ পিচতো আমাৰ কিছুমান মানুহৰ ধৰ্ম যে এটা সেই কথাটো আমাৰ ঘনিষ্ঠ বন্ধুসকলে বুজি পাইছিলো। তেওঁৰ সম্পাদনাত ওলোৱা 'আজিৰ সময়'ত মই বিবিধ বিষয়ৰ বিশেষকৈ ৰাজনীতি বিষয়ক প্ৰবন্ধ-পাতি লিখিছিলো। তেওঁৰ সম্পাদিত 'ইস্তেহাৰতো' লিখিছিলো। মানুহজনৰ সান্নিধ্যই জীৱনক উপভোগ কৰিবলৈ শিকাইছিল। সেই উপভোগৰ উপলক্ষ্য আছিল সময় আৰু মানুহ। পদ্মদাই আমাক বহু দি গ'ল। চৰকাৰে তেওঁক বিশেষ একো সন্মান নিদিলে, সদায় শিল্পী-সাহিত্যিকৰ 'লবী'ৰ বিৰোধিতা কৰা মানুহজনে একাডেমী বঁটাও নাপালে, সাহিত্য সভাৰ সভাপতিৰ বাবেও হয়তো তেওঁৰ নামটো প্ৰস্তাৱেই কৰা নহ'ল। সেইবোৰ হেলাৰঙে উপেক্ষা কৰিব পৰা সেই মানুহজনৰ নশ্বৰ দেহটো পঞ্চভূতত বিলীন হ'ল। আমিবোৰেই বা তেওঁৰ বাবে কি কৰিব পাৰো। ❑

(১৩ মাৰ্চ ২০০৮ 'অসমীয়া প্ৰতিদিন'ত প্ৰকাশিত)

# গণমুখী সমাজ প্ৰতিষ্ঠাৰ সপোন দেখা মানুহজন

উদয়াদিত্য ভৰালী

বয়সত জ্যেষ্ঠ এনে কিছু মানুহ লগ পোৱা যায় যিসকলক বয়সৰ ব্যৱধান যিমানেই নহওক কিয় চিনাকি পৰ্ব অন্ত পৰাৰ লগে লগেই দাদা বা ককাইদেউ বুলি সম্বোধন কৰিবলগাত পৰে। তেওঁলোকৰ ব্যক্তিত্বৰ বিশেষ গুণে তেনে সম্বোধনক অন্তৰৰ পৰা স্বতঃস্ফূৰ্তভাৱেই নিগৰায়। তাত কোনো কৃত্ৰিমতাৰ ভাঁজ নাথাকে অথবা কোনো পৰিস্থিতিগত হেঁচাৰো প্ৰয়োজন নহয়। অসমীয়া সাহিত্যৰ আৰু অসমৰ সংবাদ জগতৰ এগৰাকী প্ৰবীণ কৰ্ণধাৰ সদ্যপ্ৰয়াত শ্ৰদ্ধেয় পদ্ম বৰকটকী, অৰ্থাৎ আমাৰ আদৰৰ পদ্মদা আছিল তেনে এগৰাকী সৰ্বৰহী ব্যক্তি। তেওঁৰ সৈতে আমাৰ বয়সৰ ব্যৱধান আছিল বিশ বছৰৰো অধিক। কিন্তু বিশ বছৰৰ কথা বাদেই তেওঁৰ সৈতে পঞ্চাশ বছৰৰো অধিক বয়সৰ ব্যৱধান থকাজনেও তেওঁৰ লগত অন্তৰংগ হোৱাৰ সুবিধা পোৱাৰ পিছত তেওঁক দাদা বা ককাইদেউ বুলি সম্বোধন কৰিবলগাত পৰিছিল। পদ্মদাৰ অন্তৰংগতাৰ স্বৰূপ ইমানেই ইনফৰমেল, অৰ্থাৎ আনুষ্ঠানিকতাৰহিত, কিন্তু আন্তৰিক আছিল। অতি ছিৰিয়াছ বিষয়কো প্ৰসংগ বিসংগতি নঘটোৱাকৈ হাঁহি হাঁহি আৰু ৰজিতা খোৱা ৰূপৰ হাস্যৰস ঢালি প্ৰকাশ কৰিব পৰা দক্ষতা যিসকল স্বনামধন্য অসমীয়াৰ আছিল আৰু আছে তাৰে এটা আগশাৰীৰ নাম হ'ল— সদ্যপ্ৰয়াত শ্ৰদ্ধেয় পদ্ম বৰকটকী, অৰ্থাৎ আমাৰ আদৰৰ পদ্মদা। ৰজিতা খোৱা ৰূপেৰে হাস্যৰস ঢলা তেওঁৰ প্ৰকাশভংগী আছিল প্ৰয়োজনত চেণ্ডাতেল দিয়া বিধৰ, আৰু প্ৰয়োজনত বিষয়টোক অধিক চিন্তা উদ্ৰেককাৰী কৰা সাঁচৰ। তেওঁৰ লগত কথা পতাৰ সুযোগ যিসকলে নাপালে তেওঁলোকক কথাটো বুজোৱাটো টান হ'ব।

মই যিহেতু সাহিত্য সমালোচক নহয় সেয়ে পদ্মদাৰ সাহিত্য সম্ভাৰৰ মূল্যায়ন সম্পৰ্কীয় উল্লেখ কৰিবলৈ নাযাও। সেই মূল্যায়নযোগ্য অৰ্হতা থকাসকলে ইতিমধ্যে কৰিছে আৰু পিচলৈও নিশ্চয় কৰিব। সাহিত্যৰ নিষ্ঠাবান পাঠক হিচাপে ইমানকে মাথোন ক'ব খোজো— যিকেইগৰাকী অতি যোগ্য অসমীয়া সাহিত্যিকক সাহিত্য অকাডেমী বঁটা কিয় দিয়া নহ'ল তাক ভাবি অসমীয়া সাহিত্যপ্ৰেমী স্তম্ভিত হয় তাৰ আগশাৰীৰ নামটো হ'ল পদ্ম বৰকটকী। যোগ্যতাৰ অভাৱৰ বাবে নহয়, আন

কিবা কাৰণতহে যে পদ্মদাক এই সন্মানৰ পৰা বঞ্চিত কৰা হ'ল তাক অসমীয়া পাঠক সমাজৰ সৰহ সংখ্যকেই মানি লয়। এই বঞ্চিতকৰণে এটা সত্যক আঁৰ কৰিব নোৱাৰে। সেইটো হ'ল— যোৱা পঞ্চাশ বছৰে অসমীয়া সাহিত্যত যিকেইগৰাকী জাকত জিলিকা সাহিত্যিকৰ সৃষ্টি হৈছিল পদ্মদা আছিল তাৰ আগশাৰীৰ এগৰাকী।

১৯৪৭ ৰ ক্ষমতা হস্তান্তৰৰ ফলত দেশ শাসনৰ গাদীত বহিল দেশীয় শাসক চক্ৰবোৰ। তেওঁলোকৰ মাজলৈ ক্ৰমান্বয়ে নামি আহিছিল মূল্যবোধৰ অৱক্ষয়। ক্ষমতাৰ ৰাগি আৰু ক'লা ধনে তেওঁলোকৰ এচামক, বিশেষকৈ তেওঁলোকৰ সন্তান আৰু অঙহী-বঙহীবোৰৰ একাংশক ঠেলি নিলে ব্যভিচাৰৰ গৰাহলৈ। তেওঁলোকে ভ্ৰষ্টাচাৰী এচাম উচ্চ আমোলা আৰু তেওঁলোকৰ পৰিয়ালবৰ্গ, এচাম লম্পট চৰিত্ৰৰ বেপাৰী আৰু তেওঁলোকৰ পৰিয়ালবৰ্গ, আৰু এচাম চামচাৰ লগ হৈ তথাকথিত উগ্ৰ আধুনিকতাৰ নামত গঢ়ি তুলিলে নব্য অভিজাতৰ 'নাইট ক্লাব সংস্কৃতি'। এইচাম নব্য অভিজাতই গঢ়ি তোলা ব্যভিচাৰী ক্ষুদ্ৰ চক্ৰটোৰ বাহ্যিক ৰূপ অতি ৰংচঙীয়া। কিন্তু তাৰ আভ্যন্তৰিক ৰূপ ব্যভিচাৰ তথা গোপন লালসাৰে বীভৎস আৰু ভীষণ মানসিক অন্তৰ্দ্বন্দ্বৰে জৰ্জৰিত। অসমত এই চক্ৰটোৰ উৎপত্তি হৈছিল কুৰি শতিকাৰ ষষ্ঠ দশকৰ পৰা ৰাজ্যখনৰ তদানীন্তন ৰাজধানী শ্বিলং নগৰীত। এই চক্ৰটো এতিয়া আৰু ক্ষুদ্ৰ হৈ থকা নাই। তেওঁলোকৰ ব্যভিচাৰো এতিয়া আৰু গোপন হৈ থকা নাই। সেই ব্যভিচাৰবোৰক উদঙাই ৰচনা কৰা সাহিত্যৰ পৰিমাণো এতিয়া আৰু কম নহয়। কিন্তু কুৰি শতিকাৰ ষষ্ঠ দশকৰ অন্তিম ছোৱালৈকে পৰিস্থিতি তেনে নাছিল। অসমৰ পাঠক সমাজে সেইবোৰৰ বিষয়ে প্ৰায় নাজানিছিলেই।

অসমীয়া সাহিত্যত এইবোৰক পোন প্ৰথমে পাঠক সমাজৰ সন্মুখলৈ আনিছিল পদ্মদাই। ১৯৫৮ চনত প্ৰকাশিত তেওঁৰ উপন্যাস 'মনৰ দাপোন'ৰ জৰিয়তে। এই ভেদ ভঙাৰ কাৰ্য এফালেদি আছিল লুক-ঢাক নথকা বিধৰ আৰু আনফালে আছিল উন্নত সাহিত্য গুণেৰে সমৃদ্ধ। এই নব্য অভিজাত শ্ৰেণীৰ ব্যভিচাৰবোৰ লুক-ঢাক নথকা ৰূপেৰে উদঙাই দি ৰচনা কৰা সাহিত্যৰ অভাৱ আজি আৰু অসমীয়া সাহিত্যত নাই। কিন্তু তাৰ দুৱাৰ মুকলি কৰিছিল পদ্মদাই। এই নগ্ন বাস্তৱক উদঙাই দিবলৈ তেওঁ যেতিয়া সাহস কৰিছিল তেতিয়া সেইবোৰ লুক-ঢাক নকৰাকৈ পঢ়িবলৈ অসমীয়া পাঠক সমাজ সাজুৰেই হৈ উঠা নাছিল। আধুনিক মানসিকতাৰ ক্ষেত্ৰত অসমীয়া সমাজত তেওঁ কেনে অগ্ৰগামী আছিল ই তাৰেই পৰিচায়ক। তাৰ পিচত তেওঁ আৰু থমকি ৰোৱা নাছিল। ইটোৰ পিছত সিটো সৃষ্টি সাহিত্যত কৰি গৈছিল। তাৰ প্ৰতিটোৰে ওজন একে সমানৰ নহ'লেও, যিটো হোৱাটো কোনো সাহিত্যিকৰ

বাবেই সম্ভবো নহয়, তাৰ প্ৰতিটোৰেই সাহিত্য গুণ আছিল লেখত ল'বলগীয়া। লগতে গুৰুত্বপূৰ্ণ কথাটো হ'ল এইবোৰৰ প্ৰায়খিনিয়েই আছিল অসমীয়া সাহিত্যৰ বাবে কিছু হ'লেও ব্যতিক্ৰমধৰ্মী বিষয়বস্তুভিত্তিক। 'মনৰ দাপোন' প্ৰকাশ হোৱাৰ পিছত সুদীৰ্ঘ পঞ্চাশ বছৰে উন্নত সাহিত্য সৃষ্টিত একনিষ্ঠভাৱে লাগি থকাৰ পিছতো পদ্মদা সাহিত্য অকাডেমী বঁটাৰে সন্মানিত কিয় নহ'ল সেইটো অসমীয়া ছিৰিয়াছ পাঠক ৰাইজৰ বাবে এটা ৰহস্য হৈ থাকিব আৰুহে থাকিব ক্ষোভৰ বিষয়।

অসমীয়া জাতীয় জীৱন বুলিলেই মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ, চাওলুং চুকাফা, জ্যোতিপ্ৰসাদ— এই মহান ব্যক্তিসকলৰ অৱদানে বিশেষ গুৰুত্ব পাবই লাগিব। অসমীয়া জনপ্ৰিয় সাহিত্যত এই মহান ব্যক্তিসকলৰ জীৱনবীক্ষা তথা অৱদানক বিশেষ সহায় হিচাপে লৈ কৰা চৰ্চাৰ আৰম্ভণি কৰিছিল পদ্মদায়েই। বাতৰি কাকত আৰু আলোচনীত শ্ৰীমন্ত শংকৰদেৱ আৰু জ্যোতিপ্ৰসাদৰ বিষয়ে বিশেষ সংখ্যাও তেৱেঁই প্ৰকাশ কৰিছিল। ৰঙালী বিহু আৰু দুৰ্গাপূজাৰ সময়ত অসমীয়া ভাষাত বিশেষ বিহু আৰু পূজা সংখ্যাৰ আলোচনীও প্ৰথম তেৱেঁই প্ৰকাশ কৰিছিল। এইবোৰ অসমীয়া জাতীয় জীৱন তথা অসমীয়া ভাষা সাহিত্যৰ উৎকৰ্ষতাৰ দিশত কেনে গুৰুত্বপূৰ্ণ আৰু অগ্ৰণীৰ পদক্ষেপ আছিল তাক দোহৰাৰ প্ৰয়োজন নাই। এই পদক্ষেপবোৰে সকলোতকৈ অধিক মনোযোগ আকৰ্ষণ কৰিব লাগিছিল অসম সাহিত্য সভাৰ। কাৰণ সেইটোৱেই অসমীয়া জাতীয় জীৱনৰ সৰ্ববৃহৎ ভাষা-সাহিত্যৰ অনুষ্ঠান। অথচ পদ্মদাই ৮২ বছৰ বয়স পোৱা সত্ত্বেও আৰু সুদীৰ্ঘ পঞ্চাশ বছৰ নিষ্ঠাৰে আৰু বিশেষভাবে লেখত ল'বলগীয়া ৰূপেৰে অসমীয়া ভাষা-সাহিত্যলৈ সেৱা আগবঢ়োৱা সত্ত্বেও অসম সাহিত্য সভাই তেওঁক যোগ্য সন্মান কিয় নাযাচিলে সেইটো অসমীয়া সাহিত্যপ্ৰেমীৰ বিশাল অংশৰ বাবে সাঁথৰ হৈ ৰ'ল আৰু হৈ ৰ'ব ভীষণ ক্ষোভৰ বিষয়।

মই পদ্মদাক যিমান বেছি লগ পাইছিলো তাতোকৈ বহু বেছি তেওঁৰ বিষয়ে শুনিছিলোহে। ১৯৭১ চনৰ পৰা ১৯৮১ চনলৈ— এই দীঘলীয়া এঘাৰটা বছৰ মই যিকেইগৰাকীৰ লগত নিয়মীয়াকৈ আড্ডা মাৰিছো আৰু সাহিত্য-সংস্কৃতিৰ বিভিন্ন কাম-কাজ কৰিছো, তেওঁলোকৰ ভিতৰত সকলোতকৈ বেছি সময় কটাইছিলো পৱিত্ৰ কুমাৰ ডেকাৰ সৈতে। সম্প্ৰতি তেওঁ অসমৰ অতি প্ৰখ্যাত চলচ্চিত্ৰ সাংবাদিক। তেওঁৰ সৈতে মোৰ পৰিচয় ঘটিছিল ১৯৬৯ চনৰ শেষভাগত। কিছু মাহৰ দেখা-চোৱোকা সান্নিধ্যৰ পিছত মই হৈ পৰিছিলো তেওঁৰ অতি অন্তৰংগ বন্ধু। তেতিয়া তেওঁ চলচ্চিত্ৰ সাংবাদিকতাত একাণপতীয়াকৈ লগা নাছিল। ব্যংগ সাহিত্যৰ ৰচক, নাট্য আন্দোলনৰ প্ৰখ্যাত নেতা আৰু সম্পাদক হিচাপেহে তেওঁ বিখ্যাত আছিল।

যি আদৰ্শগত কাৰণত বয়সৰ কিছু ব্যৱধান থকা সত্ত্বেও মই পবিত্ৰৰ অতি অন্তৰংগ বন্ধু হৈ পৰিলো। সেইটো হ'ল গণস্বাৰ্থমুখী ৰূপেৰে আমুল সমাজ ৰূপান্তৰ ঘটোৱা বৈপ্লৱিক প্ৰক্ৰিয়াক সহায় কৰিবলৈ প্ৰগতিশীল সাহিত্য-সংস্কৃতিৰ আন্দোলন গঢ়ি তোলা। সেই সময়ত যি কেইগৰাকী ব্যক্তিৰ কথা বিভিন্ন প্ৰসংগত পবিত্ৰই বাৰে বাৰে কৈছিল তাৰে এগৰাকী আছিল পদ্ম বৰকটকী। এনেকৈয়ে পদ্মদাৰ সৈতে চাক্ষুষ চিনাকি হোৱাৰ আগেয়েই তেওঁৰ সৈতে পবিত্ৰই কোৱা কাহিনীবোৰৰ জৰিয়তে মোৰ চিনাকি প্ৰায়ে হৈয়েই গৈছিল। সেই কাহিনীবোৰে মোক আপ্লুত কৰিছিল। পবিত্ৰৰ মুখেৰেই জানিব পাৰিছিলো 'মনৰ দাপোন', 'খবৰ বিচাৰি', 'বিচাৰৰ বাবে'ৰ স্ৰষ্টাজন গণমুখী সমাজ পৰিবৰ্তনত দৃঢ় বিশ্বাসী প্ৰগতিবাদী সাহিত্যিক, যিগৰাকী তাত্ত্বিক দিশতো যথেষ্ট ব্যুৎপত্তিশীল। এই খবৰবোৰে মোক অধিক আপ্লুত কৰিছিল। তাৰ কিছুদিন পিছতেই পদ্মদাক লগ পাইছিলো পবিত্ৰৰ ঘৰতেই। প্ৰথম চিনাকিতেই তেওঁৰ ভেম-গপ নোহোৱা ব্যক্তিত্বই মোৰ মনত দ সাঁচ বহুৱাইছিল। সেই সাঁচ থাকিয়েই গ'ল।

পদ্মদা বুলিলেই সেই গা-মন উতলা কৰা দিনবোৰলৈ মনত পৰে। সেইবোৰ আছিল প্ৰায় চল্লিশ বছৰ আগৰ কথা। ক্ষমতা হস্তান্তৰৰ পিচৰ ভাৰতবৰ্ষৰ ইতিহাসত সেই সময়খিনিক খঙাল আৰু ক্ষুধাতুৰ নৱপ্ৰজন্মৰ দশক হিচাপে গণ্য কৰা হয়। ভাৰতবৰ্ষৰ সংগ্ৰামী জনগণে অশেষ কষ্ট তথা ত্যাগ স্বীকাৰ কৰি পৰম বিক্ৰমেৰে যি স্বাধীনতা সংগ্ৰাম গঢ়ি তুলিছিল সেই গণমুখী লক্ষ্য-উদ্দেশ্যক পূৰ্ণাংগ ৰূপেৰে ১৯৪৭ৰ ক্ষমতা হস্তান্তৰে যে পূৰণ কৰিব নোৱাৰিলে সেই চিত্ৰখন কুৰি শতিকাৰ সপ্তম দশকত স্পষ্ট হৈ পৰিছিল। সেই সত্যক বুজিব পাৰি আৰু দেশৰ সাধাৰণ ৰাইজৰ দুৰৱস্থা দেখি দেশৰ যুৱ সমাজৰ অতি সচেতন আৰু সাহসী অংশটো খঙত ফাটি পৰিছিল আৰু দশকটোক কৰি তুলিছিল খঙাল দশক। কেনে আদৰ্শৰ ভিত্তিত আৰু কি পন্থাৰে ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামৰ অপূৰণীয় লক্ষ্য-উদ্দেশ্যক দেশৰ সৰ্বসাধাৰণ ৰাইজৰ বাবে পূৰণ কৰা যায়— তাক বিচাৰি উলিওৱাৰ বাবে পৰিবৰ্তনকামীসকলৰ মাজত দেখা দিয়া বৌদ্ধিক আৰু প্ৰায়োগিক ক্ষুধাইসময়খিনিক কৰি তুলিছিল ক্ষুধাতুৰ দশক। সেই জনস্বাৰ্থমুখী উত্তাল মিছিলৰ আমি হৈ পৰিছিলো একো একোজন পদাতিক। সেই সেন্দুৰীয়া আশাৰেভৰা সময়ছোৱাতেই লগ পাইছিলো পদ্মদাক, যিগৰাকীয়ে আমাক তেওঁৰ জনমুখী চিন্তা আৰু সৰবৰহী ব্যক্তিত্বৰে এই দিশত আগবাঢ়িবলৈ সাহস আৰু উৎসাহ যোগাইছিল। পদ্মদাৰ স্মৃতি বুলিলেই মোৰ মনলৈ আহে সেই সেন্দুৰীয়া দিনবোৰৰ স্মৃতি। বোধকৰো পবিত্ৰ, নিত্য বৰা, অনিল ডেকা, বিশ্বজিৎ চক্ৰবৰ্তী আদি সেই আড্ডাৰ আনসকলৰ বাবেও।

পদ্মদাই গণস্বাৰ্থমুখী সমাজ প্ৰতিষ্ঠাৰ সেন্দুৰীয়া সপোন বুকুত বান্ধিয়েই চিৰদিনলৈ গুছি যাবলগীয়া হ'ল। সাহিত্যত ৰাষ্ট্ৰীয় সন্মান লাভৰ পৰা যোগ্যতা থকা সত্ত্বেও অনাদৃত হোৱাৰ কুটিল বাস্তবে তেওঁক যিমান দুখ দিছিল তাতকৈও সম্ভৱ তেওঁখ বহু বেছি দুখ দিছিল তেওঁৰ সপোনৰ গণমুখী সমাজ প্ৰতিষ্ঠা হোৱাৰ স্পষ্ট লক্ষণ দেখি নোযোৱাৰ বেদনাই। পদ্মদা, তোমাক জনাবলৈ পাই সুখী হৈছো— তুমি আমাক এৰি চিৰদিনলৈ গুছি যোৱাৰ তিনি দিন পিছত কাকীত অনুষ্ঠিত সদৌ অসম কৃষক সমাবেশৰ অধিবেশনলৈ গৈ দেখিলো তুমি, মই আৰু অসমৰ আন বহুজনে চল্লিশ বছৰ পূৰ্বে দেখা সেই সেন্দুৰীয়া আশআবোৰ বিলীন হোৱা নাই। আজিৰ অসমৰ নিষ্ঠাবান নৱ প্ৰজন্ম গণমুখী আদৰ্শেৰে আৰু নিকা গণতান্ত্ৰিক তথা মানবীয় প্ৰমূল্যৰে পুনৰ জাগৰিত হৈছে সেই সেন্দুৰীয়া আশাবোৰক বাস্তৱায়িত কৰাৰ লক্ষ্যৰে। বাট-পথৰো বিশেষ সুবিধা আজিও নথকা সেই কাকীৰ ধুলিয়ৰি বিস্তীৰ্ণ পথাৰঅসমৰ বিভিন্ন প্ৰান্তৰ পৰা অহা হেজাৰ হেজাৰ গণমুখী পৰিবৰ্তনকামীয়ে নিকা গণতান্ত্ৰিক তথা মানবীয় প্ৰমূল্যৰে অসম তথা দেশৰ সমাজকগণমুখী সাজেৰে নিৰ্মাণ কৰাৰ শপত আৰু ধ্বনিৰে কেনেকৈ মুখৰিত কৰিলে সেই বিষয়ে তোমাক পিছত জনাম দিয়া। তুমি য'তেই আছা তাতেই এই বাতৰিয়ে তোমাক সন্তোষ নিশ্চয় দিব। পদ্মদাৰ স্মৃতিলৈ যাচিছো শ্ৰদ্ধাঞ্জলি আৰু তেওঁৰ শোকসন্তপ্ত পৰিয়াললৈ যাচিছো আন্তৰিক সমবেদনা। ❑

(১৯ মাৰ্চ, ২০০৮ 'অসমীয়া প্ৰতিদিন'ত প্ৰকাশিত)

# ব্যতিক্ৰমী ব্যক্তিত্ব

যতীন্দ্ৰ কুমাৰ বৰগোহাঞি

সুদীৰ্ঘ কাল ধৰি অসমীয়া সাহিত্য জগতত, বিশেষকৈ গদ্য সাহিত্যৰ ক্ষেত্ৰত অবিসম্বাদী সম্ৰাট হিচাপে সন্মানিত ব্যক্তি পদ্ম বৰকটকী ডাঙৰীয়াৰ লগত আমাৰ সম্পৰ্ক আছিল অতিশয় অন্তৰংগতাপূৰ্ণ আৰু গভীৰ। 'নজ্বলা ধূপৰ ইতিকথা', 'কোনো খেদ নাই', 'বিচাৰৰ বাবে', 'জীৱন এষণা' আদি উপন্যাসবোৰ অধ্যয়নৰ পিছতহে মই এইগৰাকী বৰেণ্য সাহিত্যিকক লগ পাইছিলোঁ। তেওঁ কলকাতাৰ পৰা আহি 'নতুন প্ৰতিনিধি' উলিয়াবলৈ লোৱাৰ পিছৰে পৰা গুৱাহাটীৰ যিসকল নব্য চিন্তাৰ বাহক লোকৰ লগত তেওঁৰ সম্পৰ্ক নিবিড় হৈ পৰিছিল, তেওঁলোকৰ মাজত মাহেকীয়া আলোচনী 'সমকালীন'ৰ লগত জড়িত হৈ পৰা প্ৰয়াত অমূল্য বৰুৱাও আছিল। দৃষ্টিভংগীৰ ফালৰ পৰা অতি তীক্ষ্ণ, আপোচহীণ প্ৰয়াত অমূল্য বৰুৱাৰ লগত মোৰ ঘনিষ্ঠ সম্পৰ্ক আছিল আৰু সেই সূত্ৰেই মোৰ লগতো এইগৰাকী নমস্য ব্যক্তিৰ কিছু ঘনিষ্ঠতা হৈছিল। মই এইগৰাকী ব্যক্তিক প্ৰথম লগ পাইছিলো ১৯৭২ চনত। 'মাহেকীয়া সমকালীন' আলোচনীখন আছিল বৌদ্ধিক ভণ্ডামিৰ বিৰুদ্ধে এক জেহাদ স্বৰূপ আৰু সেয়ে সকলো দিশৰ পৰাই প্ৰধান জেহাদী পদ্ম বৰকটকী ডাঙৰীয়া আছিল সমকাল গোষ্ঠীৰ অঘোষিত সেনাপতি সদস্যৰ দৰে। তেওঁ ছদ্মনামত কেবাটাও প্ৰবন্ধ ৰচনা কৰিছিল।

বহুতেই এই মহান ব্যক্তিজনক এগৰাকী নগ্ন উপন্যাসৰ কাৰিকৰ বুলি কিছু হেয় কৰিবলৈ কুচেষ্টা কৰিলেও আমি প্ৰথম লগ পোৱা এইজন মহান ব্যক্তি অকল ৰসজ্ঞ সমালোচকেই নহয়, এগৰাকী অধিষ্ঠানবিৰোধী আদৰ্শৰ প্ৰবক্তা আছিল আৰু বস্তুবাদী চিন্তাৰ দ্বন্দ্বাত্মক বিশ্লেষণৰ ক্ষেত্ৰত অতিশয় পাৰংগত আছিল। জীৱন আৰু জীবিকাৰ সংগ্ৰামত 'সোঁতৰ বিপৰীতে' থকা আৰু 'সোঁতৰ বিপৰীতে' ৰচনা কৰা এইগৰাকী ব্যক্তিৰ সামাজিক-ৰাজনৈতিকভাৱে আপোচবিহীন ভূমিকাৰ কথা বহুতেই নাজানে। আমাৰ বাবে এইগৰাকী ব্যক্তিৰ পৰিচিতি সেয়ে কিছু সুকীয়া।

ঔপন্যাসিক হিচাপে কথাশিল্পী বৰকটকী ডাঙৰীয়া সমালোচনাত্মক বস্তুবাদী। তেওঁ জীৱন আৰু সমাজ ইতিহাসৰ প্ৰায় সকলো দিশৰে তীক্ষ্ণ পৰ্যবেক্ষণকাৰী আৰু বিশ্লেষক হিচাপে সত্যৰ গভীৰতালৈ গতি কৰিছিল আৰু নগ্ন, আপচু সত্যক সেইভাবেই প্ৰকাশ কৰাত সিদ্ধহস্ত আছিল। তেওঁৰ উপন্যাসৰাজিৰ এতিয়াও সামগ্ৰিক মুল্যায়ন হোৱা নাই যদিও এই কথাত সন্দেহ নাই যে তেওঁৰ দৰে তীক্ষ্ণ

নগ্ন ৰূপত ব্যক্তিগত আৰু সামাজিক জীৱনৰ ব্যভিচাৰবোৰ উপন্যাসত চিত্ৰায়িত কৰিব পৰা সাহিত্যিক ন-প্ৰজন্মৰ মাজত যিদৰে বিৰল, ঠিক সেইদৰে সমসাময়িকসকলৰ মাজতো বিৰল আছিল। এইগৰাকী কথাশিল্পী জীৱিকাৰ তাগিদাত প্ৰায় সকলোবোৰ আলোচনী আৰু বাতৰিকাকতৰে নিয়মীয়া লেখক। উপন্যাস, গল্প, কবিতা, নাটক, গীত, ৰাজনৈতিক-অৰ্থনৈতিক সমীক্ষা সকলোতে এক নিজস্ব শৈলীৰে তেওঁ আছিল একক আৰু অতুলনীয়।

এইগৰাকী বৰেণ্য লেখকৰ বিশিষ্ট বন্ধু প্ৰয়াত অভয়ানন্দ দুৱৰা মোৰো অগ্ৰজ বন্ধু আছিল। মোৰ লগত প্ৰয়াত অভয়ানন্দ দুৱৰা আৰু বৰকটকীদেৱৰ কথা-বতৰা আমোদজনক, নানা ঘটনাবহুল ৰোমাঞ্চসদৃশ কথা-বতৰাৰ এক ভঁৰাল থুপ খাই আছে। বৰকটকীদেৱৰ উপন্যাসত বাৰম্বাৰ ভূমুকি মৰা 'অভয়'ৰ নিজা কথাৰে আৰু এক উপন্যাস হ'ব পাৰে।

জীৱনৰ দুৰ্যোগ-দুৰ্বিপাক আছেই। বিশেষকৈ লিখি খোৱা ব্যক্তিসকলৰ ক্ষেত্ৰত এই দুৰ্যোগৰ অন্ত নাই। কিন্তু বৰকটকীয়ে ডাঙৰীয়াই দুৰ্যোগৰ মুখা-মুখি হৈ কেতিয়াবা আপোচ কৰিলেও সেয়া আছিল তেওঁৰ ভাষাত হাতত পৰা 'ক'লা তাচপাত'। তেওঁ হেলাৰঙে কষ্ট সহ্য কৰি মহাৰসিক মহামুখী ব্যক্তি এজনৰ সৰলতাক প্ৰতিনিধিত্ব কৰিছিল।

ব্যক্তিগত জীৱনত মই সদায় দাদা বুলি সম্বোধন কৰা এইজন ব্যক্তিৰ ৭৫ জন্ম দিৱসৰ পৰা প্ৰায় প্ৰতিটো জন্ম দিৱসতে মই সপত্নিক তেওঁৰ ওচৰত হাজিৰ হৈছিলোঁ। মই সদায় 'দাদা' বুলি গণ্য কৰা এইগৰাকী ব্যক্তিক যোৱা আঢ়ৈ বছৰ মই লগ কৰা নাই নিজৰ স্বাস্থ্যজনিত কাৰণত। আক্ষেপ থাকি গ'ল বহুতো— কথাও থাকি গ'ল বহুতো।

'অসম সাহিত্য সভা'কে ধৰি বহুতো চৰকাৰী সাহায্যপ্ৰাপ্ত আৰু বেচৰকাৰী সংস্থা, অসম চৰকাৰ তথা বিভিন্ন অকাডেমী আদিয়ে কথা-সাহিত্যৰ সম্ৰাটজনক কিন্তু কোনোদিনে নিচিনিলে। ৰাইজৰ মাজত ভীষণ জনপ্ৰিয় এইগৰাকী মহান ব্যক্তিক কিন্তু ৰাইজে ঠিকেই চিনিলে। ভবিষ্যতে নিশ্চয় ৰাইজৰ মাজত হৃদয়ৰ কাৰিকৰ হিচাপেই এইগৰাকী মহান কথাশিল্পী অমৰ হৈ থাকিব। শ্ৰদ্ধা যাচিছোঁ মোৰ এইগৰাকী দাদাক বিদায়ক্ষণত— যদিও মনে কয় তেওঁক বিদায় দিব পৰা নাযায়। ❑

(১৬ মাৰ্চ, ২০০৮ 'জনসাধাৰণ'ত প্ৰকাশিত)

( ২ )

# পদ্ম বৰকটকীৰ উপন্যাসৰ মূল্যায়ন ঃ এক প্ৰস্তাৱনা

পদ্ম বৰকটকীক এগৰাকী ব্যক্তি হিচাপে যিসকলে ওচৰৰ পৰা জানে, তেওঁলোকে এই কথাত কেতিয়াও সন্দেহ পোষণ নকৰে যে তেওঁ আছিল প্ৰচলিত দৃষ্টি-ভংগী, অবৈজ্ঞানিক ধ্যান-ধাৰণ, অন্ধবিশ্বাস তথা পুৰণি সংস্কাৰ আৰু আধ্যাত্মিকতাৰ নামত - ভাৰতীয় সমাজখনত গভীৰ ভাৱে শিপাই থকা অভিশাপ স্বৰূপ ৰক্ষণশীলতাৰ দুৰ্ঘোৰ বিৰোধী। জীৱন-জীৱিকাৰ বাবে যুঁজ কৰা ব্যক্তিজন আৰু সৃষ্টিৰ বাবে সংগ্ৰাম কৰা সাহিত্যিকজন - দুয়োজনৰ মাজত মোৰ ব্যক্তিগত বিচাৰত কোনো সংঘাত নাছিল। কাৰণ, জীৱিকাৰ সংগ্ৰামে সৃষ্টিৰ সংগ্ৰামক পৰাভূত কৰিবলৈ তেওঁ সুযোগ দিয়া নাছিল। বৰ্তমান সমাজখনত এজন লেখক হিচাপে জীয়াই থাকিবলৈ যি যুঁজখন কৰিব লাগে - সেইখন নিচেই সহজ নহয়। মই নিজে স্বাধীন লেখক হিচাপে জীয়াই থকাৰ বাবে যুঁজ কৰিবলগীয়া হৈছে। সেয়ে মোৰ এগৰাকী অগ্ৰজ হিচাপে তেওঁক যিদৰে পাইছিলোঁ সেয়া আছিল যথেষ্ট উদ্বেগৰ কাৰণ। এক অন্তবিহীন যুঁজ। হাতত সদায় ভাল তাচপাত নপৰে, তথাপি জীৱন-যুদ্ধৰ এই খেলখনৰ পৰা তেওঁ পলায়ন নকৰে। জীৱন-যুঁজৰ এই সংঘাতভৰা অৱস্থাটোলৈ লক্ষ্য ৰাখি মই প্ৰশ্ন কৰিছিলো - "দাদা, আপুনি কেনেকৈ পাৰিছে?" উত্তৰত তেওঁৰ সেই চতুৰ চকুহাল আৰু সমগ্ৰ মুখাৱয়বত ফুটি উঠা শ্লেষাত্মক হাঁহিটো। "হাতত যি ধৰণৰ তাচপাত পৰিছে সেই ধৰণে খেলিছো- আৰু কি কৰিবা?" ১৯৭৫ চনত কোৱা সেই কথাষাৰ আজি আঠত্ৰিছ বছৰ পিছত মূল্যায়ন কৰিবলৈ মই নিজে প্ৰয়াস কৰিছো। এই দশক কেইটাত জ্যেষ্ঠ উপন্যাসিক গৰাকীয়ে এটাৰ পিছত এটাকৈ যিদৰে জীৱিকাৰ বাবে ভিন ভিন বাতৰি কাকত, বাৰ্তালোচনী বা আলোচনীত কাম কৰিছে, সেইদৰে ময়ো কৰিবলগীয়া হৈছে। এনেবোৰ ক্ষেত্ৰত জীৱিকাৰ তাগিদাত বহু ৰচনা কৰা হৈছে, যিবোৰ জীৱিকাৰ তাড়নাত কৰা। সাহিত্য সৃষ্টিৰ বাবে এক মুক্ত আৰু যথাৰ্থভাৱে (বিত্তীয় সামৰ্থনসহ) উপায় থাকিলে সম্ভৱতঃ সেইবোৰ লিখা মই নিলিখিলোহেঁতেন। মোৰ নিজা মাপকাঠীৰে জুখি চাই মই ক'ব পাৰোঁ যে বৰকটকী ডাঙৰীয়াই যিটো অৰ্থত "হাতত ক'লা ক'লা তাচপাত পৰিলেও খেলিবই লাগিব"- বুলি খেদ কৰিছিল।

মই ভাবো, পূজা সংখ্যা, বিহু সংখ্যাৰ আলোচনীত কেৱল সম্পাদকৰ তাগিদাতে নহয়, নিজৰ সামান্য জীৱিকাৰ প্ৰয়োজনতো যিবোৰ ৰচনা প্ৰকাশ কৰা হয়, সেইবোৰত সৃষ্টিশীল ক্ষমতাৰ সকলোখিনি ঢালি দিয়াৰ অৱসৰ বহুতৰে নাথাকে। এইটো অৰ্থত বাতৰি কাকত, আলোচনী আদিত জীৱিকাৰ প্ৰয়োজনত লিখা হাজাৰ হাজাৰ প্ৰবন্ধ আৰু সম্পাদকীয়ত মই নিজৰ সৃষ্টি ক্ষমতা আৰু জ্ঞানৰ সকলোখিনি কেতিয়াও সুষম আৰু সুচিন্তিতভাৱে ব্যৱহাৰ কৰা নাই।

মোৰ ধাৰণা (আনৰ লগত হয়তো নিমিলিবও পাৰে), বৰকটকীদেৱৰ অজস্ৰ প্ৰবন্ধ, সাময়িক প্ৰসংগত ৰচনা কৰা শ্লেষাত্মক ৰচনা, আনকি প্ৰায় সমগ্ৰ জীৱন-কাল ধৰি কাকত-আলোচনীৰ পৃষ্ঠা ভৰাই ৰখা সৃষ্টিশীল ৰচনাবিলাকৰো সকলো বিলাকতে সমভাৱে নিজৰ সৃষ্টি প্ৰতিভাৰ সামৰ্থ উজাৰি দিয়াৰ সুযোগ লেখকগৰাকীৰ বাবে নাছিল। তেওঁৰ ৰচনা ৰাজিৰ মূল্যায়ন কৰিবলৈ যাওঁতে আমি এই দিশটো উলাই কৰিব নোৱাৰোঁ।

বৰকটকীদেৱৰ ৰচনাবিলাকৰ ঐতিহাসিক বিচাৰৰ প্ৰয়োজনত আমি সমূহ উপন্যাসিক যান্ত্ৰিক বা নগ্ন বাস্তৱবাদৰ কঠিয়াতলীত গঁজালি মেলি, সমালোচনাত্মক বাস্তৱবাদৰ জখলাবগাই সামাজিক বাস্তৱবাদৰ ধ্বজা তুলি ধৰা এগৰাকী প্ৰকৃততে স্বাধীন স্ৰষ্টাৰ অৱদান বুলি ক'ব পাৰোঁ। অৰ্থৎ তেওঁৰ নিজৰ জীৱনৰ ৰচনাৰাজিতে এই বিবৰ্তন ঘটিছে।

বৰকটকীদেৱে 'মনৰ দাপোন' (১৯৫৮) আৰু 'খবৰ বিচাৰি' (১৯৫৯) ৰচনাৰে অসমীয়া পাঠক সমাজৰ মাজত জীৱনৰ কথা আঁৰ-বেৰ মুক্ত বা সত্য ভাৱে উত্থাপন কৰাৰ অৰ্হতা থকা এগৰাকী ঔপন্যাসিক হিচাপে নিজকে প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হৈছিল। বেছি ভাগ সমালোচকেই মন্তব্য কৰিছে যে বৰকটকীদেৱৰ উপন্যাসত মানুহৰ যৌন-জীৱনৰ সম্পৰ্কবিলাকৰ প্ৰাচুৰ্য বেছি। এইটো প্ৰকৃতাৰ্থত দুটা কাৰণত হৈছে। প্ৰথম কাৰণ বৰকটকীদেৱ মূলতঃ বাস্তৱবাদৰ প্ৰবক্তা। এই বাস্তৱবাদে জীৱনৰ সম্পৰ্ক আৰু প্ৰেম আদি বিষয়ত তথাকথিত সামন্তীয় বিলাসৰ ৰমন্যাসিক কাব্যিকতাৰ পোষকতা কৰা নাই, বৰঞ্চ পোষকতা কৰিছে বাস্তৱানুগ আৰু আধুনিক দৈহিক সম্পৰ্কৰ। দ্বিতীয় কথা, বৰকটকীদেৱে মূলতঃ অৱক্ষয়িত মধ্য শ্ৰেণীৰ (শ্বিলং আৰু গুৱাহাটী তথা অসমৰ অন্যান্য সৰু-বৰ নগৰৰ) জীৱনৰ স্বাৰ্থন্ধতা, অৱক্ষয় আৰু যুগসাপেক্ষ বা বাস্তৱ সম্পৰ্ক বিলাক ওৰণি তলত লুকুৱাই ৰখা নাই। এই দুয়োটা কাৰণতে, বৰকটকীৰ সামাজিক উপন্যাসসমূহে পুৰণি চামৰ তথা পুৰণি দৃষ্টি-ভংগীৰ সমালোচকসকলক বিতুষ্ট কৰিছে।

বৰকটকীৰ উপন্যাসৰ কাহিনীবিলাক পৰ্যালোচনা কৰিলে আমাৰ চকুত পৰে যে

সঘনাই নিম্নোক্ত প্ৰকৃতিৰ বা শ্ৰেণীৰ কাহিনীবিলাকে উপন্যাসৰ পৃষ্ঠাবোৰ দখল কৰিছে ঃ (১) নগৰীয়া মধ্য শ্ৰেণীৰ সাহিত্যিক, শিল্পী, সাংবাদিক, চাকৰিজীৱী পুৰুষ-মহিলাৰ জীৱনৰ ব্যাভিচাৰ, অবক্ষয়, দুৰ্নীতি তথা সামগ্ৰিক অন্তঃসাৰশূন্য আৰু জৈৱিক সম্পৰ্ক প্ৰধান জীৱন। (২) মধ্য শ্ৰেণীৰ বুদ্ধিজীৱী, সম্পাদক, ৰাজনৈতিক নেতা আদিৰ গভীৰ ব্যভিচাৰ য'ত এক সমালোচনাত্মক বাস্তৱবাদী ধাৰাৰ চিন্তাৰপৰা দায়াবদ্ধ সামাজিক-বাস্তৱবাদী ধাৰাৰ বিকাশ ঘটিছে। উদাহৰণ 'পুতলাৰ নমস্কাৰ'। (৩) সামাজিক বাস্তৱবাদী দৃষ্টি-ভংগীৰ যুঁজ তথা জীৱন-দৰ্শনৰ অনুসন্ধান। উদাহৰণ 'ৰঙা ৰঙা ৰং' (৪) ইতিহাসৰ দৃষ্টি-ভংগীক নিজৰ দ্বন্দ্বমূলক চিন্তাৰ সাঁচত নতুনকৈ গঢ়াৰ প্ৰয়াস। উদাহৰণ 'কোনো খেদ নাই'।

পদ্ম বৰকটকীৰ উপন্যাসত যিটো নগৰীয়া মধ্য শ্ৰেণীৰ জীৱনৰ সত্যবোৰ সমালোচিত হৈছে নগ্ন আৰু তীব্ৰ ভাষাৰে- সেই নগৰীয়া সমাজখন অৱক্ষয়িত।

অসমীয়া সাহিত্যৰ সমালোচকসকলে পদ্ম বৰকটকীৰ উপন্যাসৰ প্ৰথম উপজীব্য বুলি গণ্য কৰিছে "মধ্যবিত্ত সমাজৰ দুৰ্বলতা, ইন্দ্ৰিয়পৰবশতা, সমাজবাদৰ প্ৰভাৱ, ফ্ৰয়েদীয় মনস্তত্বৰ প্ৰয়োগ, সংস্কাৰৰ আদৰ্শ আৰু ব্যগাত্মক দৃষ্টি" (**অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত**, *সত্যেন্দ্ৰ নাথ শৰ্মা*)। এই কথাত সন্দেহ নাই যে পঞ্চাশৰ দশকৰ শেষৰ ফালে 'মনৰ দাপোন' ৰচনাৰ জৰিয়তে মধ্যবিত্তৰ জীৱনৰ দুৰ্বলতা আৰু ইন্দ্ৰিয়পৰবশতাৰ জীৱন্ত দৃশ্য অংকনত অভিনৱত্ব প্ৰকাশ কৰা বৰকটকীক শুচিবায়ু গ্ৰস্ততাত ভোগা সামন্তযুগীয় নৈতিকতাবাদীসকলে দেখিলেই নাক কোচোৱা স্বাভাৱিক। কাৰণ পুৰণি সাহিত্যৰ নৈতিকতাৰ ধাৰণা মূলতঃ অবিকশিত সমাজৰ অনগ্ৰসৰ চিন্তাধাৰাৰ লক্ষণাক্ৰান্ত। পুৰুষতান্ত্ৰিক আৰু পিতৃতান্ত্ৰিক সমাজৰ ব্যভিচাৰক শালীন শব্দৰে ঢাকি ৰখাৰ কৌশল আধুনিক মনৰ বৰকটকীক নালাগে। নগ্ন বাস্তৱৰ দৰে চুমাৰ চুমা, দৈহিক সংসৰ্গক দৈহিক সংসৰ্গ আৰু কামনা-বাসনাক দৈহিক কামজ বুলি দেখুৱাত বৰকটকীৰ লেখক মনটো সম্পূৰ্ণ জড়তামুক্ত। সমালোচকসকলে পদ্ম বৰকটকীদেৱৰ উত্তৰণৰ গতিপথ বিশ্লেষণ কৰি, প্ৰথমৰ পৰা শেষলৈ তেওঁৰ বাস্তৱানুগ দৃষ্টি-ভংগীৰ বিৱৰ্তনৰ লক্ষণবোৰ সাৱধানে জুকিয়াই চালে দেখা পাব যে পঞ্চাশৰ দশকৰ শেষ ভাগত যান্ত্ৰিক বস্তুবাদী আধুনিক সাহিত্যিকজন ক্ৰমান্বয়ে প্ৰচলিত সমাজ-ব্যৱস্থাৰ প্ৰতি অতি সমালোচনামুখৰ হৈ পৰিছিল আৰু এই সমালোচনাত্মক বস্তুবাদী মনৰেই ইতিহাস আৰু সমাজৰ জটিল সমস্যাসমূহ পৰ্যালোচনা কৰাৰ সাহস দেখুৱাবলৈ সমৰ্থ হৈছিল। সমালোচনাত্মক বস্তুবাদী মনটোৰ প্ৰসাৰ ঘটিছিল ইতিহাস আৰু সমাজৰ গভীৰ সমস্যাসমূহৰ গভীৰতালৈ। সম্ভৱতঃ বৈপ্লৱিক গণ-অভ্যুত্থানৰ প্ৰতি থকা তেওঁৰ অধিষ্ঠানবিৰোধী সহমৰ্মীতাই সমগ্ৰ ইতিহাসৰ দ্বন্দ্বাত্মক বিশ্লেষণৰ প্ৰতি তেওঁকো অনুৰাগী

কৰি তুলিছিল। তেওঁৰ জীৱনৰ পূৰঠ বয়সৰ ৰচনাৰাজিৰ মাজত এই দ্বন্দ্বাত্মক সমাজ-বাস্তৱৰ, সমাজ বিকাশৰ বস্তুবাদী ঐতিহাসিক দৰ্শনৰ পৰিচয় পোৱা যায়। এই পৰ্বত কৰা ৰচনাৰ শ্ৰেষ্ঠতম নিদৰ্শন 'ৰঙা ৰঙা ৰং'। এইখন উপন্যাস ৰচনাকালত পদ্ম বৰকটকীৰ চকুৰ আগত আছিল ভাৰতীয় বস্তুবাদী দৰ্শনৰ তথা বস্তুবাদী ইতিহাসৰ প্ৰাচীন-পৰ্ব, যাক মষিমূৰ কৰি তথাকথিত আধ্যাত্মিকতাবাদী বা ভাববাদী দৰ্শনৰ বেদ্ধ ৰচনা কৰিবৰ বাবে ভাৰতীয় পণ্ডিতসকলে অহোৰাত্ৰি প্ৰয়াস কৰিছে। ভাৰতীয় ভাৱবাদী দৰ্শনৰ এনে প্ৰতিক্ৰিয়াধৰ্মী বৌদ্ধিক প্ৰচেষ্টাৰ বিৰুদ্ধে আটাইতকৈ প্ৰবল প্ৰতিৰোধ গঢ়ি তুলিছিল আদি পৰ্বৰে পৰা ভাৰতীয় বস্তুবাদী চিন্তাৰ কাৰিকৰ ঋষি-মুনিসকলে। আধুনিক যুগত ভাৰতীয় দৰ্শনৰ মহীৰুহসদৃশ পণ্ডিত দেৱীপ্ৰসাদ চট্টোপাধ্যায়ে 'লোকায়ত দৰ্শন' গ্ৰন্থত ভাৱবাদী দৰ্শনৰ সীমাবদ্ধতা আৰু একাদৰ্শিতাৰ বিৰুদ্ধে এক বহুলভিত্তিক বিতৰ্কৰ বুনিয়াদ ৰচনা কৰিছে। এই গৰাকী পণ্ডিতৰ সাধনাৰ অবিস্মৰণীয় স্বাক্ষৰ লিপিবদ্ধ আছে দেৱতাৰ উৎসৰ সন্ধানত নিবেদিত সুদীৰ্ঘ অধ্যায় কেইটাত। দেৱতাৰ পম খেদি ৰচনা কৰা অধ্যায় কেইটাৰ বিপুল প্ৰভাৱ আছে 'ৰঙা ৰঙা ৰং' উপন্যাসখনত।

বস্তুবাদী ইতিহাস চেতনাৰ শক্তিশালী স্বাক্ষৰ পদ্ম বৰকটকীৰ প্ৰথম পৰ্বৰ ৰচনা 'কোনো খেদ নাই' (১৯৬৩) উপন্যাসতো আছিল। 'কোনো খেদ নাই' ইতিহাসৰ তথ্য-ভিত্তিক বৰ্ণনা অৱশ্যে নহয়, উপন্যাসৰ আধাৰত ই এক বস্তুবাদী দৃষ্টি-ভংগীৰে কৰা বিশ্লেষণ। এই উপন্যাসখনৰ কাহিনীৰ মূল আধাৰ সোতৰ-ওঠৰ শতিকাৰ অসম। কাহিনীত পোনে পোনে যি দুটা প্ৰধান চৰিত্ৰই প্ৰাধান্য বিস্তাৰ কৰিছে, সেই দুটা চৰিত্ৰ হ'ল স্বৰ্গদেৱ শিৱসিংহ আৰু অসমৰ প্ৰথম গৰাকী মহাৰাণী ইতিহাস প্ৰসিদ্ধ বৰৰজা ফুলেশ্বৰী। আহোম বুৰঞ্জীসমূহ মহাৰাজ শিৱ সিংহ আৰু বৰৰজা ফুলেশ্বৰীৰ বিষয়ে বহু কথা কৈছে যদিও মহাৰাণী ফুলেশ্বৰীৰ জন্মৰ পৰা বিবাহৰ পূৰ্বৰ জীৱনৰ বিষয়ে কোনো অনুপুংখ বিৱৰণ নাই। বৰকটকীৰ উপন্যাসখন প্ৰকৃতাৰ্থত ঐতিহাসিক তথ্যৰ সংকলন নাইবা প্ৰচলিত ইতিহাসৰ ধাৰণাসমূহৰ লগত খাপখোৱা উপন্যাস নহয়। ইতিহাসসমূহৰ প্ৰচলিত ধাৰণা অনুসৰি বৰৰজা ফুলেশ্বৰী নৰ্তকী, শিৱ মন্দিৰৰ লগত জড়িত নট পৰিয়ালৰ ৰমণী। শিৱ সিংহই বিবাহ কৰাৰ পিছৰ পৰ্বৰ চেগা-চোৰোকা তথ্যৰ ভিত্তিত এই কথা সাধাৰণতে কোৱা হয় যে শিৱ সিংহৰ ৰাজভগনৰ বিপদ থকা বুলি দৈৱজ্ঞসকলে কোৱাত, ফুলেশ্বৰীক বৰৰজা পাতি শিৱ সিংহই নিজে ফুলেশ্বৰীৰ নামত ৰাজ্য শাসন কৰিছিল। দৈৱজ্ঞসকলৰ এনে কাৰ্যক কোনো কোনো সাহিত্যিকে শাক্ত ব্ৰাহ্মণ বৰ্গৰ ষড়যন্ত্ৰ হিচাপে দেখুৱাবলৈ প্ৰয়াস কৰিছে। বৰৰজা ফুলেশ্বৰীৰ দিনত বৈষ্ণৱ মহন্তসকলক দেৱী পূজা কৰিবলৈ বাধ্য কৰা হৈছিল বা বলিৰ ফোঁট দিয়া হৈছিল বুলি একাংশ আলোচকে কয় আৰু ইয়েই মহন্তসকলক ক্ষুণ্ণ কৰিছিল বুলিও

অনুমান কৰা হয়। বৰৰজা ফুলেশ্বৰী নৰ্তকী, শিৱভক্ত অথবা শাক্ত হোৱা বাবে মহন্তসকলৰ বিৰুদ্ধে কোনো ক্ষতিকাৰক ধাৰণা পোষণ কৰাত অস্বাভাৱিকতা নাই যদিও মহন্তসকলক বৰৰজাৰ ষড়যন্ত্ৰ বা নিৰ্দেশতে অৱমাননা কৰা হৈছিল বুলি কোৱাত যথেষ্ট প্ৰামাণ্য তথ্যৰ অভাৱ নথকাও নহয়। আনহাতে সন্তান জন্ম দিবলৈ গৈ ফুলেশ্বৰীৰ মৃত্যু হোৱা কাহিনীটোতো অস্বাভাৱিকতা নাই। পদ্ম বৰকটকীৰ উপন্যাসত কিন্তু এই প্ৰচলিত ইতিহাস নাই। বৰকটকীয়ে বৰৰজাক অংকন কৰিছে- নিপীড়িত প্ৰজাৰ প্ৰতিনিধি হিচাপে ইয়াৰ বিপৰীতে শিৱ সিংহক নিপীড়ক ৰাজশক্তিৰ প্ৰতিভূ হিচাপে। বৰৰজাৰ চৰিত্ৰৰ এটা কাল্পনিক মনোবৈজ্ঞানিক বিশ্লেষণ বৰকটকীয়ে দিবলৈ চেষ্টা কৰিছে। বৰকটকীৰ বিশ্লেষণ অনুসৰি বৰৰজাই মহন্তসকলক অত্যাচাৰ কৰাৰ মূলতে আছিল মহন্তসকলৰ জৰিয়তে এক ৰাজবিদ্ৰোহৰ সূচনা কৰোৱা। অৰ্থাৎ, শিৱ সিংহই বৰৰজা পতা গৰাকী উপন্যাসখনত এগৰাকী কাৰেং-ষড়যন্ত্ৰৰ নায়িকা, ইয়াত পূৰ্ব-প্ৰণয়ীৰ জৰিয়তে ৰাজবিদ্বেষ বিয়পোৱা তথা বিদ্ৰোহ সংঘটিত কৰোৱাৰ ষড়যন্ত্ৰ আছে। প্ৰকৃতি বুৰঞ্জীয়ে বৰৰজা ফুলেশ্বৰীক শক্তিশালী ৰাজৰাণী হিচাপেহে দেখুৱাইছে আৰু ফুলেশ্বৰীৰ দিনত নাইবা ফুলেশ্বৰী-শিৱ সিংহৰ ৰাজত্বকালত বিদ্ৰোহৰ উত্থানৰ কোনো তথ্যও নাই। পদ্ম বৰকটকীৰ ফুলেশ্বৰী কুঁৱৰীৰ ষড়যন্ত্ৰ সেয়ে এক ৰাজতন্ত্ৰৰ কাৰ্যকলাপৰ মনোবৈজ্ঞানিক বিশ্লেষণৰ প্ৰয়াস বুলিব পাৰি যি প্ৰয়াসে সুখপাঠ্য উপন্যাস এখন নিশ্চয় দিছে; কিন্তু এখন ঐতিহাসিক উপন্যাসৰ তথ্য-নিৰ্ভৰ চৰিত্ৰৰ চ্যুতি ঘটিছে। বৰকটকীৰ উপন্যাসত ফুলেশ্বৰী নিজেই বিদ্ৰোহৰ কাৰিকৰ। মহন্তসকলে ৰাজ-নিপীড়নৰ বিৰুদ্ধে বিদ্ৰোহ নকৰা বাবে তেওঁ মহন্তসকলৰ ওপৰত ক্ষুণ্ণ। এগৰাকী বিজ্ঞ সমালোচকে মন্তব্য কৰিছে যে 'কল্পনাৰ সহায়েৰে বুৰঞ্জীৰ ফাঁক পূৰণ কৰি ফুলেশ্বৰী কুঁৱৰীৰ চৰিত্ৰটো অন্য ধৰণে গঢ় দিয়া হৈছে।' বুৰঞ্জীৰ সমৰ্থিত মতৰ বিৰুদ্ধে বৰকটকীয়ে এক ধাৰণা গঢ় দিছে যে ফুলেশ্বৰীৰ ককায়েকৰ বিশ্বাসঘাতকতাৰ বাবেই শিৱ সিংহৰ দিনত বিদ্ৰোহ নহ'ল যদিও, বিদ্ৰোহৰ বীজ ফুলেশ্বৰীয়ে ৰোপন কৰি গ'ল তেওঁৰ দিনতে। বুৰঞ্জীৰ তথ্যই যিগৰাকী ফুলেশ্বৰীক দিছে, বৰকটকীৰ ফুলেশ্বৰী তেনে নহয়। ঔপন্যাসিকৰ উদ্দেশ্য ইয়াত দ্বন্দ্বাত্মক-ৰাজতন্ত্ৰৰ স্বেচ্ছাচাৰিতা আৰু মহাৰাজ শিৱ সিংহৰ ভোগ-লালসাত বিকৃত হৈ পৰা চৰিত্ৰৰ পৰিচয় দাঙি ধৰা। ইয়াৰ বিপৰীতে ফুলেশ্বৰীৰ অত্যাচাৰী চৰিত্ৰটোক এক মনোবৈজ্ঞানিক বিশ্লেষণেৰে ৰাজতন্ত্ৰৰ বিৰুদ্ধে প্ৰজাক জাগ্ৰত কৰাৰ মনোবৃত্তিৰে পৰিচালিত বুলি দেখওৱা হৈছে। আনকি, নিজ সন্তান গৰ্ভতে মৃত বুলি জানিও উপন্যাসৰ ফুলেশ্বৰীয়ে দুখ কৰা নাই, আনন্দিতহে হৈছে এই কথা ভাবি যে আৰু এগৰাকী অত্যাচাৰী ৰজাৰ মাতৃ হোৱাৰ দায়িত্বৰ পৰা তেওঁ মুক্তি পালে। বুৰঞ্জীৰ তথ্যৰ লগত সংগতি নথকা অন্য এক কাহিনী উপন্যাসত সংযোজিত হৈছে

গতিকে সুখপাঠ্য আৰু ৰাজতন্ত্ৰবিৰোধী হোৱা সত্বেও এইখন উপন্যাসে ঠায়ে ঠায়ে তথ্যই দিবপৰা স্বাধীনতাৰ সীমা অতিক্ৰমি যোৱা বুলি ড° শৈলেন ভৰালীয়ে মত প্ৰকাশ কৰিছে। (**অসমীয়া ঐতিহাসিক উপন্যাস**, *ড° শৈলেন ভৰালী*, ১৯৮৭, পৃঃ ১০৩) এইটো সহজবোধ্য যে উপন্যাসখনত মহাৰাণী ফুলেশ্বৰীয়ে উপন্যাসিকৰ ৰাজনৈতিক আদৰ্শবোধক প্ৰতিনিধিত্ব কৰিছে।

বৰকটকীৰ প্ৰথম পৰ্বৰ উপন্যাসবোৰত 'যৌন বিকৃতি তথা সম্ভোগ-বাসনাৰ বৰ্ণনাই ইয়াৰ নগ্ন-বাস্তৱধৰ্মীতাৰ বাবে যৌনগন্ধী আতিশয্যৰ অভিযোগেৰে অভিযুক্ত হ'লেও এই যৌনগন্ধীতা আধুনিক নগৰীয়া মধ্য শ্ৰেণীৰ জীৱন চৰ্যাৰ অনুগত বাস্তৱ সত্য। ইয়াক যৌন-বৰ্ণনাৰ আতিশয্য নুবুলি তথাকথিত যৌন-বিকৃতিত ভোগা সমাজৰ বাস্তৱ সত্যৰ প্ৰতিফলন বুলিব পাৰি। আধুনিক ভোগবাদী সমাজখনত ৰুচিবোধৰ যি দেখনিয়াৰ ওৰণি এখন তৰা থাকে, তাৰ তলত থকা সত্য কিন্তু ৰুচিসম্মত নহয়। ছিলং আৰু গুৱাহাটীৰ ভোগবাদী মধ্যশ্ৰেণীৰ জীৱন সম্পৰ্কে বৰকটকীয়ে অংকন কৰা সামাজিক চিত্ৰখনৰ বিষয়ে বিতং চৰ্চা কৰিবৰ থল আছে আৰু সামাজিক উপন্যাসসমূহৰ প্ৰায় সকলোবোৰেই আমাৰ সেই সত্যৰ মুখামুখি কৰে - যি সত্য নগ্ন, অৰুচিকৰ আৰু সম্ভৱ লজ্জাজনকো। ১৯৬৫-১৯৭০ চনৰ ভিতৰত হোৱা খাদ্য আন্দোলনৰ পটভূমিত 'শিয়ালৰ গাঁত' নামেৰে ৰচনা কৰা উপন্যাসখনত তথাকথিত যৌনগন্ধী অভিযোগৰ চিন-চাব নাই; কিন্তু বৌদ্ধিক সমাজৰ চৰিত্ৰহীনতা আৰু ক্লীৱতাৰ সেই চিত্ৰ আছে, যি চিত্ৰক আমাৰ বৌদ্ধিক সমাজৰ মেৰুদণ্ডহীনতাৰ এক নগ্ন দলিল বুলিব পাৰি। কিতাপ আকাৰে প্ৰকাশৰ সময়ত সম্ভৱতঃ নামটো সলনি কৰি দিয়া হৈছিল, বজাৰৰ কথা ভাবি, কিন্তু 'শিয়ালৰ গাঁত' নামটোৱেই অধিকতৰ সঠিক ভাৱে আমাৰ ধীমান লোকসকলোও শিয়ালৰ গাঁতত সোমোৱাৰ নগ্নতাৰ প্ৰকৃতি পৰিচয় বহন কৰে। পদ্ম বৰকটকীৰ কেবাখনো উপন্যাসত সুদৃশ্য, বলিষ্ঠ, পৌৰুষযুক্ত ব্যক্তি হিচাপে ভূমুকি মৰা অভয় নামৰ চৰিত্ৰটোৰ প্ৰসংগত অসমৰ এগৰাকী প্ৰথম শ্ৰেণীৰ চিত্ৰশিল্পী অভয়ানন্দ দুৱৰাই কৈছিল যে সম্ভৱতঃ ছিলঙত থকা কালত তেওঁৰ জীৱনৰ যি ব্যাপক অভিজ্ঞতা সেই অভিজ্ঞতাই মধ্যশ্ৰেণীৰ মানুহৰ নগ্নতা, ভেম, অন্তঃসাৰশূন্যতাৰ চিত্ৰ অঁকাত সহায় কৰিছিল। অভয়ানন্দ দুৱৰা চিত্ৰশিল্পৰ ক্ষেত্ৰত 'পাৰফেক্চনিষ্ট' বা পূৰ্ণতাবাদী। নৈতিক মহত্ববোধৰ অন্তৰ্নিহিত দৰ্শনে তেওঁৰ প্ৰতিখন চিত্ৰতে ৰেখা আৰু ৰঙৰ মাজেদি বাংময় ৰূপ গ্ৰহণ কৰিছিল। আনকি গঁগাৰ আৰ্হিত তেওঁ অংকন কৰা চিত্ৰৰ নগ্ন অংশটোৱেও বহন কৰিছে অন্তৰ্নিহিত আত্মিক সততাৰ। এই আত্মিক সততা বা আত্মিক সৌন্দৰ্য উপন্যাসৰ নগ্ন চৰিত্ৰবোৰৰ মাজেদিও বিমোচিত হয় নেকি? ৰুচিবোধৰ পোছাক মেলি নগ্ন যৌন-জীৱনৰ সত্যক ঢাকি ৰখাৰ আটাইতকৈ অৰুচিকৰ ভ্ৰষ্টাচাৰৰপৰা

মুক্তপ্ৰায় প্ৰকৃতিবাদী নগ্নতা সত্যৰ আধাৰ স্বৰূপ। সম্ভৱ বৰকটকীৰ আধুনিক মনটোৱে এই প্ৰকৃতিবাদী বিচাৰৰে নিকট অৱস্থান গ্ৰহণ কৰিছিল। সামাজিক উপন্যাসসমূহত গুৰুত্ব পোৱা আন এক দিশ হ'ল বৰকটকীৰ পৰিৱৰ্তনকামী বা বৈপ্লৱিক আদৰ্শ। গাঁৱৰ নিকা শান্ত পৰিবেশ শেষ হৈ ক'ত নগৰীয়া বজাৰমুখী কোলাহলৰ সূচনা হৈছে, জীৱনৰ ভিন্নমুখী স্বৰূপ ফুটি উঠিছে, সেই সম্পৰ্কে এই গৰাকী ঔপন্যাসিক গভীৰ ভাৱে সচেতন, সচেতন জীৱনৰ যৌনতাৰ সীমাৰেখাৰ যৱনিকা আৰু আধ্যাত্মিক আৰু ৰূপান্তৰকামী মনৰ জাগৰণী গীতৰ ক্ষেত্ৰতো। সম্ভৱ এই দ্বিতীয়টোৰ বাবেই প্ৰয়োজন ভাৰতীয় জীৱন-চৰ্যাৰ প্ৰতি ৰন্ধ্ৰে ৰন্ধ্ৰে লুকাই থকা আধ্যাত্মিকতাৰ ৰহস্যৰ ভেদ ভঙা। আধ্যাত্মিকতাৰ মেৰপাকে বাস্তৱ সত্যক কিদৰে আঁৰ কৰি ৰাখে, তাৰ খামোচৰপৰা কিদৰে সাধাৰণ আঁত এডাল বিচাৰি লৈও সত্যৰ পম খেদি সুদূৰ অতীতলৈও ঘূৰি যাব পাৰি- তাৰ সম্যক আভাস সম্ভৱতঃ দেৱীপ্ৰসাদৰ 'লোকায়ত দৰ্শন'ৰ জৰিয়তে পাব পাৰি। বৰকটকী ডাঙৰীয়া 'লোকায়ত দৰ্শন'ৰ বিপুলায়তন প্ৰয়াসৰ দ্বাৰা প্ৰভাৱান্বিত হোৱাৰ কাৰণো সম্ভৱতঃ এইটোৱেই। দেৱতাৰ পম খেদি বা দেৱতাৰ উৎসৰ সন্ধানত 'ৰঙা ৰঙা"ৰং' উপন্যাসৰ প্ৰয়াস দেৱীপ্ৰসাদ চট্টোপাধ্যায়ৰ দাৰ্শনিক প্ৰয়াসৰ আংশিক উপন্যাসিক ৰূপ বুলিব পাৰি।

বৰকটকী ডাঙৰীয়াৰ উপন্যাসসমূহৰ সম্যক পৰ্যালোচনাৰ বাবে আমাৰ এই ৰচনাক পাতনি বুলিব পাৰি। বিশালায়তন সৃষ্টিৰ আঁৰৰ সত্য আৰু সাহিত্য হিচাপে এইবোৰৰ সম্যক মূল্যায়ন কৰিবৰ বাবে বহল পৰিসৰত, প্ৰতিখন উপন্যাসৰ বিষয়ে সুকীয়া সুকীয়া ভাৱে ৰচনা কৰাৰ প্ৰয়োজন আছে। তেনে এক কৰ্ম হাতত ল'বৰ বাবেই আমাৰ এই প্ৰাৰম্ভিক প্ৰয়াস। আমি ভাবোঁ সামাজিক উপন্যাসসমূহৰ বিষয়ে ভৱিষ্যতে বহল ভিত্তিত আলোচনা নকৰিলে এই আধৰুৱা ৰচনাৰ জৰিয়তে উপন্যাসিক গৰাকীৰ প্ৰতি দুৰ্ঘোৰ অন্যায় কৰা হ'ব। তেনে ধৃষ্টতা আমাৰ নাই। সেয়ে ভৱিষ্যতে এই সামাজিক উপন্যাসবোৰৰ বিষয়ে অধিক বহল ভিত্তিত আলোচনা কৰাৰ পৰিসৰ ৰাখি আমি সদ্যহতে সামৰিছোঁ। ❑

# মহীৰুহ উভালিল

দিলীপ চন্দন

অসমৰ সমাজ-জীৱন নানান সংঘাতে ক্ষত-বিক্ষত কৰাৰ সময়তে আন কেতবোৰ অপূৰণীয় ক্ষতিয়ে জাতীয় প্ৰেক্ষাপট লেহুকা কৰি পেলাইছে। স্বাধীনোত্তৰ কালত যিসকল ব্যক্তিৰ আশাশুধীয়া প্ৰচেষ্টা আৰু যোগাত্মক পৰীক্ষা-নিৰীক্ষাই অসমীয়া জাতিক নানা দিশত চহকী আৰু স্বাৱলম্বী কৰিছিল সেইসকলৰ বেছিভাগৰেই মহাপ্ৰয়াণ ঘটিবলৈ ধৰিছে শেহতীয়াভাৱে। মৃত্যু অৱধাৰিত, ইয়াক প্ৰতিৰোধ কৰাৰ কাৰোৱেই সামৰ্থ্য নাই। প্ৰতিদিনে বহু মৃত্যু ঘটে। কিন্তু তাৰে মাজৰে উল্লিখিত কিছুসংখ্যক ব্যক্তিৰ অনুপস্থিতি এতিয়া অসমৰ ৰাইজে মৰ্মে মৰ্মে অনুভৱ কৰে। মাত্ৰ কেইটামান দিনৰ পূৰ্বে প্ৰয়াত শীলভদ্ৰ আৰু যোৱা মঙলবাৰে ঘটা পদ্ম বৰকটকীদেৱৰ মৃত্যুৱে দৰাচলতে অসমৰ জনজীৱনৰ ডাঙৰ এক ক্ষতি কৰিলে।

সাংবাদিকতা আৰু সাহিত্য জগতখনৰ চালুকীয়া অৱস্থাৰে পৰা যি অলপ কেইগৰাকীমান ব্যক্তিয়ে উভয় দিশতে অতুলনীয় অৰিহণাৰে অসমবাসীক অনুপ্ৰাণিত আৰু নতুন চিন্তাৰে উদ্বুদ্ধ কৰিছিল, সেইসকলৰ ভিতৰত পদ্ম বৰকটকী বাটকটীয়া আছিল বুলিলেও অত্যুক্তি কৰা নহ'ব। আজিৰ আধুনিক অসমীয়া সাহিত্য আৰু পেছাদাৰী সাংবাদিকতাৰ যি উত্তৰণ ঘটিছে তাৰ গুৰিয়ালসকলৰ ভিতৰত নানা দিশত বৰকটকীদেৱৰ বৰঙণি বহু। ৮৩ বছৰ বয়সলৈকে দুৰন্ত তৰুণৰ দৰে অসমৰ সমাজ জীৱনৰ সকলো সমস্যাতে আন্তৰিকতাৰে মূৰ সুমুওৱা প্ৰয়াত বৰকটকীয়ে সোঁতৰ বিপৰীতে কলম ধৰাই নহয়, বাস্তৱিক ক্ষেত্ৰখনতো অতিকে তৎপৰ আছিল। যি সময়ত লিখা-পঢ়া কৰাটো বা চিন্তা কৰাটো এটা চখৰ বাদে আন একোৱেই নাছিল, তেনে সময়তে বৰকটকীয়ে লেখা-পঢ়াকে জীৱিকা হিচাপে ল'বলৈ বা অসমৰ সাংবাদিকতাৰ জগতখনলৈ সাহসী-বুদ্ধিদীপ্ত তৰুণচামক আকৰ্ষিত কৰিবলৈ নিজে প্ৰত্যাহ্বান গ্ৰহণ কৰিছিল। অনুজসকলক পতিয়ন নিয়াব পৰাকৈ সংঘাতপূৰ্ণ জীৱনকে আঁকোৱালি লৈ লেখা-পঢ়াক অধিক 'প্ৰফেচনেল' কৰি তোলাত সক্ষম হৈছিল। বৰকটকীৰ দৰে কেইগৰাকীমান মহৎ ব্যক্তিৰ প্ৰচেষ্টাতেই আজিৰ অসমীয়া সাংবাদিকতাই হওক বা আধুনিক সাহিত্যই হওক অথবা বৌদ্ধিক কচৰতেই হওক— সকলোবোৰ এটা নিৰ্দিষ্ট পৰিক্ৰমাৰ মাজেৰে আগবাঢ়ি আহি আজিৰ ৰূপ পৰিগ্ৰহণ কৰিছে। এইসকল ব্যক্তিৰ নিঃস্বাৰ্থ চিন্তা, ত্যাগ আৰু বেছিভাগ ক্ষেত্ৰতে যশস্যা-খ্যাতিৰ প্ৰতি উদাসীন যি মনোভাব সেয়া আজিৰ বিক্ষিপ্ত সমাজ-ব্যৱস্থাৰ মাজত

বিচাৰি পাবলৈ সঁচাই টান যেন লাগে। পুৰস্কাৰ, বঁটা-বাহনৰ প্ৰতি নিৰ্লোভ এনে চৰিত্ৰ অনেকৰে বাবে হয়তো কল্পনাৰো অগোচৰ। পদ্ম বৰকটকীৰ যি জীৱন-বীক্ষা সি এনে এটা পৰ্যায়ৰ যে তাক আজিৰ সমাজ-ব্যৱস্থাত হয়হো বহুতৰে আচহুৱা যেনেই লাগিব। অথচ ইয়ে সত্য। বৰকটকীৰ দৰে এমুঠিমান মানুহ একো একোটা অনুষ্ঠানৰ দৰেই বুলি অগ্ৰজসকলৰ বেছিভাগে একেমুখে স্বীকাৰ কৰে। আনহাতে, অনুজসকলৰো অৰ্থাৎ নতুন চামৰো যিসকলে এই বিষয়ে চৰ্চা বা অনুসন্ধান কৰিব, তেওঁলোকেও বিনাদ্বিধাই এই কথা স্বীকাৰ কৰি ল'ব যেন লাগে। হয়তো তেওঁক জানিবলৈ অধিক আগ্ৰহান্বিত হ'ব। জীৱিত অৱস্থাত এইসকল ব্যক্তিৰ কোনোজনেই প্ৰশংসা, সা-সুবিধা বা তথাকথিত স্বীকৃতিৰ পিছত দৌৰা নাছিল। কেৱল কাম কৰি যোৱাটোকেই ধৰ্মৰ দৰে মানি চলিছিল। লুকুৱাবলৈ একোকে নৰখা স্ফটিকৰ দৰেই স্বচ্ছ আছিল তেওঁলোকৰ জীৱন। নানা ঘাত-প্ৰতিঘাত পাৰ হওঁতেও ভাগি নপৰা পদ্ম বৰকটকীয়ে নামমাত্ৰ সংখ্যক অসমীয়া কাকত বৰ্তি থকা সময়ত 'অসম বাণী'ৰ পাততো অগতানুগতিক চিন্তা-চৰ্চাৰে অসমীয়া জনজীৱনত ব্যাপক প্ৰভাৱ পেলাইছিল। কৰ্মোদ্যম আৰু আত্মবিশ্লেষণ কৰাৰ বাবে নিজৰ কলমেৰে প্ৰেৰণা যোগাইছিল বৰকটকীদেৱে। ৰাজনীতি, সমাজনীতি, সাংবাদিকতা, সাহিত্য— য'তে-ত'তে পদ্ম বৰকটকীৰ খোজৰ চিন অসমীয়া সমাজ বৰ্তি থকালৈ থাকি যাব। এইক্ষেত্ৰত অসমৰ সংবাদ জগতৰ কৰ্মী আৰু সাহিত্যকৰ্মীসকলেও পদ্ম বৰকটকীৰ জীৱনৰ উচিত মূল্যায়নৰ জৰিয়তে নানা ধৰণে লাভাৱান্বিত হৈ নিজ নিজ কৰ্মত অধিক কুশলী হোৱাৰ সুযোগ আছে যেন লাগে।

শেহতীয়াভাৱে অসমৰ প্ৰেক্ষাপটত পিছে যোগ্যজনক স্বীকৃতি নিদিয়া আৰু স্বাৰ্থান্বেষী চক্ৰৰ কব্জাত পৰি অযোগ্যজনকো বৰমানুহ সজোৱাৰ এটা অশুভ পৰম্পৰা বেছ গা কৰি উঠিছে। এইক্ষেত্ৰত সাহিত্যৰ নাম লৈ জী থকা বা তিষ্ঠি থকা অসম সাহিত্য সভাৰ দৰে বিয়াগোম অনুষ্ঠানে পদ্ম বৰকটকীক স্বীকৃতি বা সন্মান নিদিয়াটো অতিকে দৃষ্টিকটু হৈ পৰিছিল। আকাশলংঘী কৃতিত্বৰে মহীয়ান পদ্ম বৰকটকীক সন্মান জনাবলৈ সভাই আৰুনো অধিক কি বিচাৰিছিল? ইফালে ৰাজ্যখনত চাহ লবীকে ধৰি একাধিক বহুজাতিক গোষ্ঠীৰ নেতৃত্বত অসমত সৃষ্টিশীল সাহিত্যিকক বঁটা প্ৰদান কৰা হৈ আছে। তেখেতসকলেও পদ্ম বৰকটকীক দেখিকে নাপালে কিয় সেয়া অবুজ সাঁথৰ। বোধহয় কাৰো মুখলৈ নোচোৱাকৈ অন্যায়-দুৰ্নীতি আৰু অনীতিৰ বিৰুদ্ধে নিৰ্মোহ বিশ্লেষণ কৰা বা যিটো সত্য বুলি ভাবে তাকে লিখা বৰকটকীৰ দৰে লোকসকলৰ নাম এনে তালিকালৈ নাহে। যোগ্যজনক সন্মান আৰু স্বীকৃতি নিদিয়া এই অশুভ পৰম্পৰা আৰু কূট-কৌশল এনেদৰে বৃদ্ধি

পাই থাকিলে সংশ্লিষ্টসকলৰ প্ৰতি ৰাইজৰ ক্ষোভে কি ৰূপ ধাৰণ কৰে সেয়া নিশ্চয় ভাবিবলগীয়া হৈ পৰিব পাৰে। বৰকটকীৰ মৃত্যুৱে এনে আন বহু কথাকে আঙুলিয়াই দিছে যেন লাগে। অসমৰ বৌদ্ধিক নেতৃত্ব, সাহিত্যিক-সাংবাদিকসকল আৰু ভাল মানুহ, ভাল কাম, ভাল কথা ভালপোৱা ৰাইজেও বিষয়টো লৈ পুনৰ বিশ্লেষণ কৰাৰ অৱকাশ নিশ্চয় আছে। অসম আৰু অসমীয়া সমাজ-ভাষা-সংস্কৃতি আৰু সাহিত্যৰ ৰক্ষণাবেক্ষণ পৰ্যন্ত দিবলগীয়া পৰিবেশ যেতিয়া হৈছেই তাক অস্বীকাৰ কৰি লাভ নাই। বৰঞ্চ জাতীয় জীৱন অধিক উজ্জ্বল আৰু মজবুত কৰি ৰখাৰ স্বাৰ্থত অসমৰ যোগ্য গুণীসকলক সন্মান, সমৰ্থন আৰু আদৰ-যতন লোৱাটোৱেই এই মুহূৰ্তত সময়ৰ দাবী।

(১৪ মাৰ্চ, ২০০৮ 'অসম বাণী'ত প্ৰকাশিত)

## ( ২ )

## পদ্ম বৰকটকীৰ খোজৰ শব্দ

অসমৰ যি কেইগৰাকীমান ব্যক্তিৰ চেষ্টা আৰু দৃঢ়তাৰ জোৰত কেৱল লিখি-পঢ়িয়েই জীৱন নিবাহ কৰিব পৰা এটা পৰিবেশ তৈয়াৰ হৈছে, সেই সকলৰ ভিতৰত পদ্ম বৰকটকীৰ নামটো তৎক্ষণাত মনলৈ আহে। বৰকটকীদেৱৰ আগতেও লিখি-পঢ়ি খোৱা লোক নিশ্চয় আছিল। কিন্তু তেখেতেই বোধহয় একমাত্ৰ ব্যক্তি যিয়ে জীৱনকালত লিখা-পঢ়া এৰি মাজতে অ'ত-ত'ত বেলেগ কাম বা চাকৰি কৰা নাছিল। নানা বাধা আৰু দুৰ্দশাৰ মাজতো কেৱল কলমটোকেই সাৰথি কৰি ৮২ বছৰ অতিক্ৰম কৰা ব্যক্তিজনৰ অকাল বিয়োগত অসমৰ জাতীয় জীৱনৰ কিমান ক্ষতি হ'ল-সেয়া অসমৰ ৰাইজে বাৰুকৈয়ে অনুভৱ কৰিছে। অকাল বিয়োগ বুলি এই কাৰণেই ক'ব পাৰি যে মৃত্যুৰ দুমাহ আগতেও তেখেতক গাড়ী চলোৱা দেখিলো আমি। বিশেষ বেমাৰ-আজাৰ তেনেকৈ একো নাছিল। লিখা-মেলাত সামান্যতম শিথিলতাও দেখা নাছিলোঁ। কৰ্ম-উদ্যম, উৎসাহ একেই আছিল, হাঁহি কমা নাছিল। অথবা বৃদ্ধাৱস্থাৰ উপসৰ্গ বা কেতবোৰ পীড়া, যেনে— কাণেৰে কম শুনা, চকুৰ অসুবিধা অথবাখোজ থৰক-বৰক হোৱা আদি একোৱেই তেখেতক কাবু কৰিব পৰা নাছিল। ২৬ ফেব্ৰুৱাৰীৰ পুৱতি নিশা বাথৰুমত পৰি মুৰত দুখ নোপোৱাহেঁতেন

আৰু অত্যাধিক ৰক্তক্ষৰণ নোহোৱাহেঁতেন হয়তো তেখেতৰ কলম আৰু কিছুবছৰ চলিলেহেঁতেন। শক্তিশালী বিষয়বাছনি, বুদ্ধিদীপ্ততা বা সমস্যা সমাধানৰ পথ নির্দেশনা দিয়াৰ সমানে সমানে ক্ষুৰধাৰ সমালোচনাও পঢ়িবলৈ পোৱা গ'লহেঁতেন। মৃত্যুৰ কিছুদিন আগতে প্ৰথমবাৰ হস্পিটেলৰ পৰা আহি ঘৰত জিৰণি লোৱা বৰকটকী ডাঙৰীয়াক দেখা কৰিবলৈ গৈছিলো জ্যেষ্ঠ সাংবাদিক সমুদ্ৰগুপ্ত কাশ্যপৰ সৈতে। মুখত সদায় দেখা হাঁহিটো বিৰিঙাই শুই শুই তেখেতে কৈছিল, 'বুজিছা, মই ভাবিছিলোঁ ৮৫/৯০ মানলৈ কোবাম চাগে। পিছে নহ'ব যেন পাইছোঁ; বোধহয় সোনকালেই যাবগৈ লাগিব।'

পদ্ম বৰকটকীৰ কর্মযোগী চৰিত্ৰৰ বৈশিষ্ট্য আৰু নানা দিশৰ সফলতালৈ চালে বহু সময়ত এনে এক ব্যক্তিত্ব অসমত গঠন কৰা সম্ভৱ নহয় যেনহে লাগে। সাংবাদিকতাৰ পৰা সাহিত্যলৈকে দুয়োটা বিষয়ৰ প্ৰায় প্ৰতিটো সৰু-বৰ শাখাতে পদ্ম বৰকটকীয়ে সমান দক্ষতাৰে নিজৰ চিহ্ন ৰাখি থৈ গৈছে। য'তেই হাত দিছে তাতেই তেওঁ নতুন কিবা এটা কৰিহে এৰিছে। যাৰ ফলত কম সময়ৰ ভিতৰতে বিষয়টো জনসাধাৰণৰ দৃষ্টিগোচৰো হৈছে।

সোঁতৰ বিপৰীতে বুলি কলম লিখি মৃত্যু পর্যন্ত জনপ্ৰিয়তাৰ ওখ স্থানত ৰৈ যোৱা বৰকটকীদেৱে বাস্তৱ জীৱনতো নিজৰ চিন্তা-চর্চা বা বৌদ্ধিক কচৰৎ কৰোঁতে সোঁতৰ বিপৰীতে সঁচাকৈ থিয় দিছিল।গণতন্ত্ৰৰ পক্ষত থাকি সমাজবাদী চিন্তা-চেতনাৰে সাংবাদিকতাত ভালেমান এনে কাম কৰিছিল, যিবোৰৰ জৰিয়তে চতুর্থ স্তম্ভ বুলি পৰিচিত সাংবাদিকতাৰ জগতখনৰ মর্যাদাও ঊৰ্ধ্বগামী হৈছিল। সাংবাদিক হিচাপে সততে নিৰপেক্ষতা বজাই ৰাখিছিল যদিও অসমৰ জাতীয় জীৱনৰ দুর্যোগ বা ধুমুহাবোৰৰ সময়ত বৰকটকীৰ কলমে বহু প্ৰশ্নৰ সমাধান দিয়াৰ লগতে নতুনকৈ ভাবিবলগীয়া অন্য কেতবোৰ দিশৰ কথাও আঙুলিয়াই দিছিল। '৪৮ত 'আসাম ট্ৰিবুন'ৰ জৰিয়তে সাংবাদিকতাত যোগ দি হিন্দুস্তান ষ্টেণ্ডার্ডতো সংবাদসেৱা। সেই তেতিয়াৰ পৰাই সংবাদ জগতখনৰ চুক-কোণ মাৰি অধ্যয়ন আৰু বহু সময়তে সংস্কাৰ আদিত নেতৃত্ব দিবও পাৰিছিল পদ্ম বৰকটকীয়ে। বিশেষকৈ তেওঁৰ সাংবাদিকতাই নিৰপেক্ষতাৰ নামত আদর্শহীন বা যুক্তিহীনতাৰ পক্ষত কেতিয়াও শাৰী পূৰাবলৈ যোৱা নাছিল। বৰঞ্চ কোনো ৰাজনৈতিক শিবিৰৰ সদস্য নোহোৱাকৈও লেখাবোৰত বৰকটকীদেৱে প্ৰগতিশীল আৰু সমাজবাদী আদর্শ যুক্ত কৰি অসমৰ সাংবাদিকতাত নতুন দায়বদ্ধতা সংযোগেৰে বাটকটীয়াৰ ভূমিকা পালন কৰিছিল। বিগত সময়বোৰত নতুন প্ৰজন্মৰ সাংবাদিকতা কৰিবলৈ অহাসকলৰ অনেকেই তেখেতৰ দ্বাৰা উদ্বুদ্ধ হোৱা আমি দেখিছোঁ আৰু নিজেও তেখেতৰ দৰে বাট বুলাৰ

প্ৰচেষ্টা চলাইছোঁ। ব্যক্তিগতভাৱে পদ্ম বৰকটকীক লগ নোপোৱা বহু তৰুণ সাংবাদিকে তেখেতৰ নতুন নতুন লেখাৰ প্ৰৱল প্ৰশংসা কৰিছে মৃত্যুৰ আগদিনালৈকে।

ইফালে সাহিত্য ক্ষেত্ৰখনত বৰকটকীয়ে ষাঠিৰ দশকত যি নব্য চিন্তা আৰু আধুনিকতাৰ পুৰোহিতৰ ভূমিকাত অৱতীৰ্ণ হৈছিল তাকে লৈ প্ৰথমতে বিতৰ্ক হৈছিল ঠিকেই। কিন্তু সেই বিতৰ্কৰ জৰিয়তে পৰম্পৰাগত অসমীয়া সাহিত্যৰ নিৰ্দিষ্ট জোখৰ গণ্ডীটো ভাঙি দি বৰকটকীদেৱে অসমীয়া গদ্য সাহিত্য জগতলৈ নতুন উদ্দীপনা কঢ়িয়াই আনিছিল। তেখেতৰ মনৰ দাপোন, খবৰ বিচাৰি, কোনো খেদ নাই, ৰঙা ৰঙা ৰং আদি গ্ৰন্থ অসমীয়া গদ্য-সাহিত্য জগতখনত নতুন পৰীক্ষা-নিৰীক্ষা চলাবৰ বাবে পূজাত আগবঢ়োৱা ফুলৰ দৰে। পৰৱৰ্তী কালত নানা বাটেৰে বিশ্ব সাহিত্যৰ পোহৰৰ আগমন ঘটিবলৈ ধৰাত অনেকেই গৈ বৰকটকীৰ সতীৰ্থ হৈছিল। বৰকটকীয়ে তেখেতকৈ বয়সত যথেষ্ট সৰু, আমাৰ দৰে বন্ধুসকলক সততে অসমীয়া ভাষাৰ উচিত প্ৰয়োগেৰে অতি উচ্চ মানৰ সাহিত্য সৃষ্টি সম্ভৱ হ'ব পাৰে বুলি প্ৰায়ে জোৰ দি কৈছিল। 'শব্দ যদি ব্ৰহ্মাও হয় তেন্তে মোৰ বাবে শব্দ আৰু আখৰ হ'ল খেলৰ সামগ্ৰী। কোনোবাই যদি শব্দবোৰ উচিত ধৰণে সজাই পৰাই খেলিব জানে তেন্তে তেৱেঁ ভাল লেখক/লেখিকা হ'ব পাৰে' এনেদৰে তেখেতেই ব্যাখ্যা কৰিছিল।

বৰকটকীদেৱৰ সাংবাদিকতাৰ যেনেদৰে নিৰ্দিষ্ট লক্ষ্য আছিল, ঠিক তেনে ধৰণে উপন্যাস, গল্প, কবিতা, গীত, নাটক আৰু অন্যান্য গদ্যৰো মূল লক্ষ্য সম্পৰ্কে সততে সজাগ আছিল তেখেত। জাতীয় জীৱন বা পৰিবৰ্তনশীল সমাজখনক জাগ্ৰত কৰা তথা নব্য চেতনাৰে উজ্জীৱিত কৰি অধিক কৰ্মোদ্যমী কৰি তোলাটোৱেই তেখেতৰ সাহিত্যৰ মূল বিষয়বস্তু আছিল যেন লাগে। যদিও বহু সময়ত কেতবোৰ জটিল, উত্তৰবিহীন সামাজিক, মানবীয় আৰু মনোবৈজ্ঞানিক প্ৰশ্ন জড়িত বিষয়ত তেখেতে মন্তব্য নকৰাকৈ মাথোঁ বিষয়টোহে ডাঙি ধৰিছিল।

নিৰহংকাৰী, প্ৰাণৱন্ত আৰু সদাচাৰী পদ্ম বৰকটকীৰ ব্যক্তিত্বৰ অজস্ৰ এনে দিশ আছে যিবোৰৰ বেছিভাগেৰে আজিৰ সমাজৰ সাহিত্যিক-সাংবাদিক সকলৰ মাজত দুষ্প্ৰাপ্যৰ দৰে হৈ পৰিছে। যিকোনো পৰিৱেশতে মুখত অনবৰতে হাঁহি এটা ৰাখি লিখি যাব পৰা আৰু নানা অভাৱত পৰিলেও বিচলিত নোহোৱা তেখেতৰ জীৱনৰ বহু দিশ ওচৰৰ পৰা নিৰীক্ষণ কৰাৰ কিঞ্চিৎ সুযোগ হৈছে। তেখেতৰ কথাবোৰ শুনি আৰু জানি প্ৰতিবাৰেই অধিক বিস্মিত হৈছোঁ। ১৯৮৫ চনত তেখেতৰ মুখ্য সম্পাদনাত প্ৰকাশ পোৱা অধুনালুপ্ত 'আজিৰ সময়' নামৰ পত্ৰিকাখনত অন্যতম

সহকাৰী সম্পাদক হিচাপে কেইবছৰমান কাম কৰোঁতে যিগৰাকী সমাজ সচেতন, তীক্ষ্ণধী পদ্ম বৰকটকীক পাইছিলোঁ, সেই একেজনকে পাইছোঁ যোৱা মাহত তেখেতে 'অসমবাণী'ৰ বাবে লিখা অন্তিম লেখাত। বৰকটকীদেৱৰ লেখাবোৰ বা আটাইবোৰ গ্ৰন্থ সম্পূৰ্ণ সংৰক্ষিত হ'ব পৰা নাই। আনকি নিজৰ কিতাপৰ একমাত্ৰ কপিটো কোনোবাই পঢ়িবলৈ খুজিলে নিঃসংকোচে দি পেলাইছিল। নিওঁতাজনে অৱশ্যে ঘূৰাই নিদিলে। তেখেতৰ সমগ্ৰ ৰচনাৰাজি বিচাৰি-খুঁচৰি যুগুতাই প্ৰকাশ কৰাৰ ক্ষেত্ৰত কোনে কি কৰিব খুজিছে সেই সম্পৰ্কে জানিব পৰা হোৱা নাই। মৃত্যুৰ পাছত সকলোৱে একেমুখে আক্ষেপ কৰিছে যে জীৱিতকালত যি সন্মান পাব লাগিছিল সেইখিনিৰ পৰা তেখেতক বঞ্চিত কৰা হ'ল। বহুতেই তেখেতক বঞ্চিত কৰিলে। মোচাহেবৰ দল বা চাতুকাৰৰ ভূমিকাত ভৰ্তি নোহোৱাটোৱেই যেন তেখেতৰ অপৰাধ আছিল। সাহিত্য সভা, সাহিত্য অকাডেমী, প্ৰকাশন পৰিষদ অথবা বঁটা দিয়া বহুজাতিক কোম্পানীসমূহে পদ্ম বৰকটকীক যোগ্যতা থকা বুলি নাভাবিলে। কি পৰিহাস! অথচ এইগৰাকী ব্যক্তিক বঁটা বা সন্মান যাচি নিজেহে ধন্য হোৱা যায়। অৱশ্যে বঁটা-বাহনক তেখেতে নিজে কাহানিও তিলমানো গুৰুত্ব দিয়া নাছিল। এয়া আমি নিজে ওচৰৰ পৰা বুজা সঁচা কথা। অসম নাট্য সন্মিলনৰ সন্মান আৰু অসম চৰকাৰৰ 'চুকাফা বঁটা' এই বৰেণ্য ব্যক্তিজনক প্ৰদান কৰি নিশ্চয় আদৰণীয় কাম কৰিছে। চুকাফা প্ৰথম অসমীয়া বুলি প্ৰতিষ্ঠা কৰি ১৯৮৬ চনতে বৰকটকীদেৱে বিষয়টো ইছ্যু হিচাপে লৈ এটা সময়ত অসম চৰকাৰকো চুকাফা দিৱসৰ স্বীকৃতি ঘোষণা কৰিবলৈ বাধ্য কৰালে। এই কাৰ্যত তেখেতৰ ঘনিষ্ঠ সহযোগী আছিল 'আজিৰ সময়'ৰ তেতিয়াৰ সম্পাদক ডাঃ ধ্ৰুৱজ্যোতি বৰা।

পদ্ম বৰকটকীৰ জীৱন আৰু সাধনা— যি দুয়োটা বিষয়কে তেখেতে অতি সাধাৰণভাবে গ্ৰহণ কৰিছিল। অথচ নানা বৈচিত্ৰ্যৰে তেখেতে অসমক কেৱল দিছিল আৰু দি গৈছিল। আমি হয়তো বিনিময়ত একোকে দিয়াত ব্যৰ্থ হলোঁ। কিন্তু মৃত্যুৰ পাছৰ যোৱা দিনকেইটাত অসম জুৰি তেখেতক শ্ৰদ্ধা কৰা বা ভালপোৱাৰ যি প্ৰকাশ ঘটিছে ই নিশ্চয়কৈ লেখত ধৰিব লগীয়া কথা। ইয়াৰ মাজত তেখেতক ভাল পাই চিৰদিনলৈ জীয়াই ৰাখিব খোজাৰ কথাও কোনো কোনোৱে উল্লেখ কৰিছে। অসমীয়া জাতি অসময়ত শোৱে আৰু আবেগত জাগে বুলি বদনাম থাকিলেও পদ্ম বৰকটকীৰ বিষয়টোত তেনে একে বদনামকে হয়তো অসমীয়াই এইবাৰ নল'ব। অৱশ্যে কি হ'ব— সেয়া সময়েহে ক'ব'। ❑

(২১ মাৰ্চ, ২০০৮ 'দৈনিক জনমভূমি'ত প্ৰকাশিত)

# পদ্মদাই আমাক দুখীয়া কৰি গ'ল

নিত্য বৰা

পদ্ম বৰকটকীৰ মৃত্যুৰে অসমীয়া সাহিত্য জগতক নিছলীয়া কৰি থৈ গ'ল। এই ক্ষতি সহজে পূৰাব পৰা নহ'ব। প্ৰায় পাঁচটা দশকৰ উমাল সান্নিধ্যৰে আমাৰ মনবোৰ ৰঙিয়াল কৰি ৰখা এই অশীতিপৰ সাহিত্য কাণ্ডাৰী আছিল আমাৰ বহুতৰ বাবে গুৰুস্থানীয়। স্কুলীয়া ছাত্ৰ হৈ থাকোতে গাৰুৰ তলত লুকুৱাই লৈ পদ্মদাৰ উপন্যাস পঢ়িছিলো— যেন নিষিদ্ধ গ্ৰন্থহে আছিল সেইবোৰ! অবাক বিস্ময়েৰে ভাবিছিলো এইদৰেও উপন্যাস লিখিব পাৰিনে? অকল উপন্যাসৰে নহয়, সাহিত্যৰ বিচিত্ৰ জগতত বৈপ্লৱিক পৰিৱৰ্তন আনিছিল পদ্মদাই। বিষ্ণু ৰাভা, জ্যোতিপ্ৰসাদ, চুকাফা— আধুনিক অসমীয়া জাতি নিৰ্মাতাসকলক আজিৰ অসমীয়াই যিটো ৰূপত স্মৰণ কৰিব পাৰিছে তাৰ ৰূপকাৰ আছিল পদ্ম বৰকটকী। আধুনিক অসমীয়া প্ৰগতিশীল সাহিত্যৰ কঠীয়াতলী যদি চহোৱা হৈছিল জয়ন্তী যুগত, সেই কঠীয়া পাৰি, বুটলি আনি সঁজাৰ ধৰা শস্যলৈ ৰূপান্তৰৰ কাম কৰিছিল ষাঠি আৰু সত্তৰৰ দশকত পদ্ম বৰকটকীয়ে। সেয়ে স্থিতাৱস্থাৰ প্ৰহৰীসকলে ভীষণ ভয় কৰিছিল এইজন মানুহক। তেওঁ সিহঁতক সকলো সময়তে ভীত-সন্ত্ৰস্ত কৰি ৰাখিছিল আৰু নিজে আছিল এক নিৰ্ভিক অৱস্থানত। এটা চুকাফা বঁটাৰে নিচুকাব পৰা মানুহ নাছিল পদ্মদা। প্ৰায় বাধ্যত পৰিহে এই বঁটা অসম চৰকাৰে এইবাৰ তেওঁক প্ৰদান কৰিছিল। পদ্মদাই সকলোধৰণৰ বঁটা-বাহনক তৃণৱৎ জ্ঞান কৰিছিল। তেওঁৰ বিচৰণস্থলী আছিল এইবোৰ পাৰ্থিব ধাৰণাৰ বহু উৰ্ধত । অসম সাহিত্য সভাই সভাপতি পদটোৰে পদ্ম বৰকটকীক সন্মানিত কৰিব নোৱাৰি নিজেই অসন্মানিত হ'ল। সঁচাকৈয়ে বহুত দুখীয়া কৰি গ'ল আমাক এইজন মানুহৰ মৃত্যুৱে। ❑

(১২ মাৰ্চ, ২০০৮ 'অসমীয়া প্ৰতিদিন'ত প্ৰকাশিত)

# অনন্য আৰু অনুকৰণীয় ব্যতিক্রম

হীৰেন গগৈ

**পু**ৱাই বাতৰি কাকতত পোৱা পদ্ম(দা) বৰকটকীৰ মৃত্যুৰ খবৰটোৱে মোক বিষাদৰ তীব্ৰ জোকাৰণি এটা দি গ'ল। এই ক্ষন্তেকৰ বাবে বিচলিত হৈ পৰিছিলো। তেওঁৰ অসুস্থতাৰ খবৰ বাতৰি কাকতেই পাইছিলো। অহা মাহত তেওঁক যেনে-তেনে দেখা এটা দিয়াৰ গোপন আশা এটাও মনত পুহি ৰাখিছিলো। কিন্তু মোৰ বাবে তেওঁৰ যাত্ৰা থমকি ৰ'বইবা কিয়?

সত্তৰ আৰু আশীৰ দশকত দুটাত অপাৰ কৌতূহল আৰু গভীৰ অনুৰাগেৰে মোৰ মনৰ আকাশ ভৰাই ৰখা সাহিত্যিক-সাংবাদিক যোদ্ধাজন আছিল পদ্ম বৰকটকী। অসমৰ যি দুজনমান যশস্বী সাহিত্যিকৰ লগত মোৰ সামান্য পৰিচয় বা ঘনিষ্ঠতা গঢ়ি উঠিছিল সেইসকলৰ ভিতৰত পদ্মদাও আছিল এজন। ১৯৭২ নে' ৭৩ চনত আছাম ট্ৰিবিউন কাকতৰ প্ৰচাৰ-ব্যৱস্থাপক, সাহিত্যিক, ঔপন্যাসিক আৰু তীক্ষ্ণধী সমালোচক অমূল্যদা (বৰুৱা)ৰ জু-ৰোডৰ ঘৰত পদ্মদাক প্ৰথম লগ পাইছিলো। অমূল্যদাৰ ঘৰত প্ৰগতিশীল ৰাজনীতি আৰু সাহিত্যৰ চিন্তা-চৰ্চা কৰা কেইজনমান লোকৰ এটা নিয়মীয়া আড্ডা বহিছিল। কিবা সূত্ৰে ময়ো সেই আড্ডাৰ লগত যুক্ত হৈ পৰিছিলো। পদ্ম বৰকটীও আড্ডাটোত মাজে সময়ে আহিছিল। নিয়মীয়াকৈ অহাসকলৰ ভিতৰত উল্লেখযোগ্য আছিল অনিলদা (বৰুৱা), পবিত্ৰদা (ডেকা) আৰু অৱনী চক্ৰৱৰ্তী (কবি)। তেওঁলোকৰ সৈতে মোৰ একধৰণৰ ঘনিষ্ঠতা গঢ়ি উঠিছিল। এটা সময়ত সেই আড্ডালৈ মোৰ যোৱা বন্ধ হৈছিল। পিচৰ কোনোবা এটা সময়ত কবি অৱনী চক্ৰৱৰ্তী নিখোজো হৈছিল। কিন্তু চক্ৰৱৰ্তী মানুহজন মোৰ মনত আজিও জীৱন্ত হৈ আছে। এটা সময়ত পদ্মদাৰ সৈতেও মোৰ যোগাযোগ নোহোৱা হৈ গৈছিল। কিন্তু মানুহজন মোৰ মনত জীৱন্ত হৈ বৈ গৈছিল।

পদ্মদাৰ নিভাঁজ, নিৰ্ভীক আৰু প্ৰখৰ বুদ্ধিদীপ্ত সমালোচনাত্মক ৰচনাবোৰৰ প্ৰতি ডেকা বয়সত মোৰ এক গভীৰ, বিস্ময়মিশ্ৰিত আকৰ্ষণ গঢ়ি উঠিছিল। ব্যক্তিগত স্বাৰ্থপূৰণৰ গোপন আকাংক্ষা বা বঁটা-বাহনৰ লোভ তেওঁৰ একেবাৰে নাছিল। নাছিল কোনো ভণ্ডামি, জটিলতা, অহংকাৰ বা আত্মৰতি। অনিলদাই (বৰুৱা) 'প্ৰতিদিন'ত সঠিক কথাই লিখিছে, পদ্মদাৰ মৃত্যুত তেওঁৰ বিষয়ে কিছুমান মিছা কথা সজাই-পৰাই লৈ নক'লেও চলে। পবিত্ৰ (ডেকা) দায়ো জনাইছে যে কোনো বঁটা-বাহনৰ আশা কৰি পদ্মদাই লিখা-মেলা কৰা নাছিল। জীৱিকাৰ বাবেই তেওঁ লিখিছিল,

কিন্তু আপোচহীনভাৱে আৰু যুঁজাৰু মানসিকতাৰে। অনিল বৰুৱা-পৱিত্ৰ ডেকাতকৈ পদ্মদাক ভালকৈ জনা মানুহ অসমত বোধকৰো নোলাব। মোৰ সামান্য ব্যক্তিগত অভিজ্ঞতাৰেও ক'ব পাৰো, পদ্মদাৰ মনত কোনোধৰণৰ ব্যক্তিগত অভিযোগ, অভিমান বা খেদ নাছিল। সেয়ে 'অভিমান কৰিয়েই গুচি গ'ল পদ্ম বৰকটকী' বুলি এখন দৈনিকত প্ৰকাশ পোৱা কথা সঁচা নহয় যেনহে লাগে। পদ্মদাৰ ভুল' ব্যাখ্যা হ'লে বা তেওঁৰ ভাবমূৰ্তিৰ বিকৃতি ঘটিলে সঁচাকৈ বেয়া কথা হ'ব।

শাসক শ্ৰেণীৰ অনীতি, দুষ্কাৰ্য আৰু চল-চাতুৰীবোৰক আৰু লগতে শিক্ষিত মধ্যশ্ৰেণীটোৰ ভণ্ডামি, মানসিক দাস্যবৃত্তি আৰু কুসংস্কাৰবোৰক শাণিত ভাষাৰে ধিক্কাৰ দিয়াৰ সাহস আৰু সততা পদ্মদাৰ বোলা অনাই আছিল। সেয়ে তেওঁ আমাৰ বাবে সঁচা অৰ্থত প্ৰখৰ আৰু তেজোদ্দীপ্ত বিদ্ৰোহী বৌদ্ধিকতাৰ প্ৰতীক হৈ পৰিছিল। ভাত-কাপোৰৰ জোৰা মাৰিবলৈ তেওঁ লিখাৰ উপৰি দুই হাতে কঠোৰ কায়িক পৰিশ্ৰমো কৰিছিল। সেই সময়ত দিছপুৰত নতুনকৈ নিৰ্মীয়মাণ বিধায়ক নিবাসবোৰৰ ফাৰ্নিচাৰ যোগানৰ কামো তেওঁ কৰিছিল। এদিন এজন বন্ধুৰ সৈতে তেওঁক লগ কৰিবলৈ যাওঁতে ঘৰত কাঠমিস্ত্ৰিৰ সৈতে সমানে ৰেন্দা মাৰি থকা অৱস্থাতে পাইছিলো। শ্ৰমজীৱী সাহিত্যিক আছিল পদ্মদা। অসমত লিখি আৰু দুই হাতে কাম কৰি পেট প্ৰৱৰ্তোৱা যশস্বী সাহিত্যিক বোধকৰো এজনেই আছিল— পদ্ম বৰকটকী। শ্ৰমিকৰ জীৱনযাপন কৰি শ্ৰমজীৱী জনগণৰ জয়গানকেই তেওঁ গাই গ'ল নিজৰ অক্ষয় সাহিত্যকৃতি আৰু সাংবাদিকতাৰ মাজেদি। সেয়ে পদ্মদা অনন্য আৰু অননুকৰণীয় ব্যতিক্ৰম। তেওঁৰ মৃত্যুত দুটোপাল চকুপানীৰেই শ্ৰদ্ধাঞ্জলি যাচিলো। ❑

(১৩ মাৰ্চ ২০০৮ 'অসমীয়া প্ৰতিদিন'ত প্ৰকাশিত)

# পদ্ম বৰকটকী ঃ 'আমাৰ প্ৰতিনিধি'ৰ পৰা 'নতুন প্ৰতিনিধি'লৈ

**পৰমানন্দ মজুমদাৰ**

কথাশিল্পী পদ্ম বৰকটকীয়েও জীৱন সামৰিলে। পদ্ম বৰকটকীৰ লেখাই আমাৰ যৌৱনৰ কালছোৱাক নানাভাৱে আলোড়িত কৰিছিল। মনত পৰে তেওঁৰ 'ৰঙা ৰঙা ৰং' উপন্যাসখন আমি একাধিকবাৰ পঢ়িছিলো। আমাৰ কৈশোৰ আৰু যৌৱনৰ অতিকে চিনাকি মানুহ হৈ পৰিছিল তেওঁ। কিয়নো, এই সময়ছোৱাত আমি উৰা-ঘূৰাই পঢ়িছিলো 'আমাৰ প্ৰতিনিধি' আৰু 'নতুন প্ৰতিনিধি'। ১৯৬০ চনত পদ্ম বৰকটকীৰ সম্পাদনাত শ্ৰীভূমিয়ে যেতিয়া 'আমাৰ প্ৰতিনিধি' প্ৰকাশ কৰে তেতিয়া আমি তেনেই সৰু। 'নতুন প্ৰতিনিধি' প্ৰকাশ হৈছিল ১৯৬৫ চনত। তেতিয়াও আমি পাঠশালাৰ ডেওনা পাৰ হোৱা নাই। আমাৰ জ্যেষ্ঠ ভ্ৰাতৃ আছিল দুয়োখন আলোচনীৰে নিয়মীয়া গ্ৰাহক আৰু তেওঁ এটা সংখ্যাও নষ্ট নোহোৱাকৈ আলমাৰিত সুমুৱাই ৰাখিছিল। হাইস্কুলৰ ওপৰ শ্ৰেণীত পঢ়াৰ সময়ত আমি সেই আলমাৰিটো প্ৰায়েই খুঁচৰি আনন্দ পাইছিলো। মনত পৰে পদ্ম বৰকটকী আৰু ভূপেন হাজৰিকাৰ আকৰ্ষণীয় চহী দুটা আমি নকল কৰিবলৈও শিকিছিলো। তাকে দেখি লগৰীয়াসকলে আমাৰ হতুৱাই দুয়োগৰাকীৰ নামত অটোগ্ৰাফ লিখাই আনক দেখুৱাইছিলগৈ। সেই দিনবোৰৰ কথা আজি মনলৈ আহিছে।

'আমাৰ প্ৰতিনিধি'ৰ বহু ৰচনাই আমাৰ মনত ছাপ বহুৱাইছিল। জ্যোতিপ্ৰসাদৰ চৰ্চাৰ ক্ষেত্ৰত আলোচনীখনে উল্লেখযোগ্য ভূমিকা লৈছিল। একাধিক বিশেষ সংখ্যা প্ৰকাশ কৰি আলোচনীখনে শিল্পীগৰাকীলৈ শ্ৰদ্ধা নিবেদন কৰিছিল। হেমাংগ বিশ্বাসে জ্যোতিপ্ৰসাদৰ বিষয়ে বহুকেইখন অবিস্মৰণীয় ৰচনা ইয়াত প্ৰকাশ কৰিছিল। ভূপেন হাজৰিকাৰ 'শিল্পীৰ পৃথিৱী' শিতানত সকলো কথা আমি সেই সময়ত গোগ্ৰাসে গিলিছিলো। পদ্ম বৰকটকীৰ সম্পাদকীয় স্তম্ভৰ আৰম্ভণিতে এটি বিহুকলিৰ উদ্ধৃতি দিছিল। সেয়া হ'ল—

*প্ৰথমে প্ৰণামো সমূহ ৰাইজক*
*দ্বিতীয় লখিমী আই,*
*তৃতীয় প্ৰণামো ৰাইজৰ শকতিক*
*(যাৰ) তুলনা পাবলৈ নাই।*

এই বিহু কলিটিৰ তাৎপৰ্য তেওঁৰ সম্পাদকীয় কলমত সততে প্ৰকাশিত হৈছিল। সাহিত্যৰ দৃষ্টিভংগীৰ ব্যাখ্যা কৰিবলৈ গৈ (চতুৰ্থ বছৰ, আগষ্ট, ১৯৬৪) এবাৰ তেওঁ জাঁ পল ছাৰ্ত্ৰেৰ এটা উদ্ধৃতি দিলে— 'সাহিত্যই হতাশ কৰিছে। সাহিত্য আজি এটা minor issue। পৃথিৱীত বিশ কোটি মানুহে ভোকৰ ভাতমুঠি পোৱা নাই বুলি জনাৰ পিছত, খাবলৈ নাপাই শিশুৰ মৃত্যু হোৱাৰ পিছত, সাহিত্যক এলেহুৱাৰ অৱসৰ বিনোদনৰ সামগ্ৰী যেন লাগিছে। এইবোৰ দেখাৰ পিছত existentialismৰ কোনো অৰ্থ নাই যেন লাগে।' বৰকটকীয়ে ইয়াতে ভেজা দি লিখিছে— 'এনেকুৱা অৱস্থাত নিজে বেলেগ এক শ্ৰেণীৰ জীৱ হৈ জ্ঞানৰ গৰ্বত সাহিত্যৰ ফুলজাৰি ছটিয়াই সাহিত্যৰ উচ্চ আদৰ্শৰ নামত বৰ্তমানৰ এইবোৰ আৱৰ্জনাক সাহিত্যৰ সীমাৰ ভিতৰত সোমাবলৈ নিদিয়া সাহিত্যিকবৃন্দক ক্ষমা কৰিব পাৰিনে?' সম্পাদকীয়টোত তেওঁ এইখিনি কথাও লিখিছিল— 'আমি জানো যে আগেয়েও আমাৰ এনেধৰণৰ মন্তব্যক ৰক্ষণশীল সাহিত্যিক আৰু সমালোচক এদলে 'মাৰ্ক্সবাদী অৰ্ধসত্য' বুলি নামকৰণ কৰি আহিছে। অতীতক আক্ৰোশেৰে সাবটি ধৰি থাকি, বৰ্তমানক আৰ্টৰ নামত মানুহক অৱজ্ঞা কৰাৰ সাহ কৰা এইসকলক চৰম উপেক্ষাৰে নিশকতীয়া কৰাৰ দিন আহি পৰিছে। আজি আমি যুদ্ধকালীন তৎপৰতাৰে আমাৰ সমাজৰ সকলো শক্তিক ৰাইজৰ হৈ থিয় কৰাবলৈ সাজু কৰাব লাগে— আহ্বান কৰিব লাগে। সাহিত্যতকৈ আমাৰ জীৱন ডাঙৰ, সকলোতকৈ ডাঙৰ সত্য মানুহহে আৰু তাৰ ওপৰত নাই।'

'আমাৰ প্ৰতিনিধি'ৰ চাৰিটা বছৰ পূৰ্ণ হোৱাৰ পিছত পদ্ম বৰকটকী ১৯৬৫ চনত 'নতুন প্ৰতিনিধি'ৰ প্ৰতিষ্ঠাপক সম্পাদক হয়গৈ। এই আলোচনীখনো কলকাতাৰ পৰাই প্ৰকাশিত। ব্যৱসায়-ব্যৱস্থাপক হ'ল অৰুণ চন্দ্ৰ গুহ। 'আমাৰ প্ৰতিনিধি'ৰ নিয়মীয়া দুই-এটা শিতানো এই আলোচনীলৈ আহিল। বেণুধৰ শৰ্মাৰ নিয়মীয়া শিতান 'টোকোৰা বাহৰ কুটা', 'নতুন প্ৰতিনিধি'ত প্ৰকাশ পাবলৈ ল'লে। প্ৰথমটো বছৰত হেমাংগ বিশ্বাসৰ সেই বিখ্যাত ৰচনাখন 'অসমৰ সংস্কৃতিৰ বিবেক য'ত গৰজি উঠে— মঘাই ওজাৰ ঢোল' প্ৰকাশ পালে— যি ৰচনাই মঘাই ওজাৰ দৰে নিৰক্ষৰ শিল্পীক বৰ্হিজগতত প্ৰতিষ্ঠা কৰে। এঞ্জেলছৰ নন্দনতত্ত্ব সম্পৰ্কীয় দুই গুৰুত্বপূৰ্ণ চিঠি প্ৰকাশ পালে। তেনেদৰে নাজিম হিকমত আদিৰ কবিতা প্ৰকাশ কৰি সাহিত্যৰ প্ৰগতিশীল ধাৰাটোৰ সৈতে 'নতুন প্ৰতিনিধি'য়ে পৰিচয় কৰাই দিলে। বৰকটকীৰ সম্পাদকীয় ষ্টাইলটিও আগৰ দৰেই থাকিল। বিহুকলিটো ইয়াত অক্ষত ৰূপত প্ৰকাশ পাই থাকিল। এটা সংখ্যাত তাৰ ব্যাখ্যা দিলে তেওঁ এনেদৰে— 'সাহিত্যৰ আলোচনী এখনিৰ প্ৰথম পৃষ্ঠাতে এহ সাধাৰণ ৰাইজ, এই সাধাৰণ চাউল-দাইলক প্ৰাধান্য

দিয়া কথাফাঁকি দেখি ভালেসকল ভেম থকা সাহিত্যিকে এঙাইছিল। হালোৱা-চহুৱাক লৈ চাউল-দাইলৰ কথা পতাকে 'সাহিত্য কৰা' বুলি কৈছিল। তেতিয়াও আমাৰ উত্তৰ আছিল যে আমাৰ কাৰণে সাহিত্য এমুঠি বুদ্ধিজীৱীৰ খোৰাক নহয়; আমাৰ ৰাইজ আছে কাৰণেহে সাহিত্য আছে; সেই ৰাইজক বাদ দি আমি এঘৰায়ী হৈ থাকিব নোৱাৰো; তাকে কৰিলে যদি আমাৰ ভাষাত বিশ্ব-সাহিত্যৰ সৃষ্টি নহয়, তেন্তে নালাগে হ'ব। এতিয়াও আমি সেই উত্তৰকে দোহাৰি কওঁ, শিল্প-সাহিত্যই যদি ৰাইজৰ আজিৰ দুৰ্দিনত ৰাইজৰ লগত থিয় নিদিয়ে, তেন্তে সেই শিল্প-সাহিত্যই ৰাইজদ্ৰোহিতা অপৰাধৰ ফল অচিৰেই ভোগ কৰিব লাগিব।

আৰু এটা সম্পাদকীয়ত অসমীয়া ভাষা সম্পৰ্কত পদ্ম বৰকটকীয়ে (এপ্ৰিল, ১৯৬৬) অতি তাৎপৰ্যপূৰ্ণ কথা কেইটামান সেই সময়তে কৈ গৈছে— 'আমাৰ ভাষাক মূল সংস্কৃত বুলি কৈ আমাৰ ভাষাৰ লগত বঙালী, হিন্দী আদি ভাষাৰ মিল দেখুৱাবলৈ আমি যিমান চেষ্টা কৰো, আমাৰ পৰ্বতীয়া অসমীয়াসকলৰ কথিত বা লিখিত ভাষাৰ লগত আমাৰ ভাষাৰ মিল দেখুৱাবলৈ আমি তাৰ এশ ভাগৰ এভাগো চেষ্টা কৰিছোনে? তেওঁবিলাকে আমাক এৰি গৈছে নে তেওঁলোকক আমি সদায়ে এৰি এৰি আঁতৰলৈ আহিছো? আনকি বৰপেটা, নলবাৰীত কোৱা শব্দ, খণ্ডবাক্য, কথা কোৱাৰ ঠাচ, আমাৰ সাহিত্য-ব্যাকৰণ-অভিধানত সুমুওৱাবলৈ আমাৰ লাজ লাগে— কিজানি আমাৰ সংস্কৃতিৰ মূল বিচাৰি পোৱা শব্দতকৈ সেইবোৰ শব্দ বেছি হয়গৈ। সংহতিৰ বক্তৃতা দিয়াসকলক কওঁ অসমৰ পৰ্বতবোৰ আঁতৰি যোৱাৰ পিছত ভৈয়ামৰ অসমখনো কেইবাভাগতো বিভক্ত হ'লেও নিয়ম মতে, আমাৰ আচৰিত হ'বলগীয়া একো নাই— যদি আমি এইদৰেই নিজৰ ঐতিহ্য এৰি সভ্য হোৱাৰ চেষ্টা নেৰো।' সোঁতৰ বিপৰীতে কথা কোৱা এইগৰাকী শিল্পীলৈ আমাৰ শ্ৰদ্ধাৰ অঞ্জলি যাচিলো। ❑

(১৭ মাৰ্চ, ২০০৮ 'জনসাধাৰণ'ত প্ৰকাশিত)

# অতিশয় জনপ্ৰিয় অথচ উপেক্ষিত

অৰুণ গোস্বামী

পদ্ম বৰকটকীৰ সাহিত্য প্ৰতিভা আৰু গুণাৱলীৰ বিস্তৃত আলোচনা বহুজনে তেওঁৰ মৃত্যুৰ পাচত কৰিছে যদিও এজন অনুগত অনুজ লেখক হিচাপে আমাৰ মনৰ ক্ষোভ প্ৰকাশ কৰিব খুজিছো যিটো কাম ইতিমধ্যে ময়েই নহয় নিত্য বৰায়ো এই কাকতত কৰিছে। গাখীৰক গাখীৰ বুলি আৰু গোবৰক গোবৰ বুলি ক'ব পৰাৰ· সাহস পদ্ম বৰকটকীৰ আছিল বাবে অসম সাহিত্য সভাৰ স্থিতাৱস্থা ৰক্ষাকাৰী ধৰণীধৰসকলে বহু নিলগাই সভাৰ চাৰিসীমাৰ পৰা আঁতৰাই ৰাখিলে।

মৃত্যুৰ পাচত কিছুমান কাম কৰিবলৈ ভাল যেনে শোক প্ৰস্তাৱ ল'বলৈ, গুণানুকীৰ্তন কৰিবলৈ বা নাম স্মৰণীয় কৰিবৰ বাবে কিছুমান প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ। দেখা গৈছে পদ্ম বৰকটকীৰ মৃত্যুৰ পাচতো এতিয়া সেই কাম চিৰাচৰিতভাবে কৰিছে। অৰাজনৈতিক সাহিত্য-সংস্কৃতিৰ বৃহৎ জাতীয় অনুষ্ঠান বুলি স্বীকৃত অসম সাহিত্য সভা। এনে কিছুমান সভাপতি হ'ল যে যাৰ সাহিত্য সৃষ্টিনো কি বুলি বিচাৰ কৰিলে হয়তো প্ৰবেশিকা স্তৰৰ ৰচনা কিতাপ এখন পোৱা যাব বা কাৰোবাৰ লোকৰ পৰা হুবহু নকল এখন সাহিত্যৰ বুৰঞ্জী পোৱা যাব। কিন্তু নতুন নতুন দিশ, নতুন নতুন চিন্তা দৰ্শন, নতুন নতুন জনপ্ৰিয় জনগ্ৰাহ্য কৌশলেৰে সাহিত্যত আটাইকেইটা দিশ যেনে গল্প, উপন্যাস, নাটক, কবিতা, গীত, প্ৰবন্ধত প্ৰভৃত অৰিহণা যোগোৱা আৰু আজীৱন কলমকে সাৰথি কৰি ব্যৱহাৰ কৰি থকা, এশখনৰ ওচৰত উল্লেখযোগ্য গ্ৰন্থ ৰচনা আৰু প্ৰকাশ হোৱা পদ্ম বৰকটকীক সাহিত্য সভাৰ সভাপতি পতাতো দূৰৰে কথা আমন্ত্ৰিত সদস্য কৰিও কাহানিও সামৰি নল'লে।

কেৱল পঁচিশটা গল্প লিখিছো বুলি গৌৰৱ কৰাজনেও সাহিত্য অকাডেমীৰ বঁটা যোগাৰ কৰে, চেমনীয়াৰ উপযোগীকৈ লিখা সাধাৰণ স্তৰৰ উপন্যাস লিখাজনেও অকাডেমী বঁটা পায়, মানুহে বুজক নুবুজক পাঠকে পঢ়ক নপঢ়ক কেৱল এখন কবিতা কিতাপ লিখাজনেও অকাডেমীৰ বঁটা পায়। কিন্তু নাপায় অতিশয় জনপ্ৰিয় অতিশয় বাস্তৱবাদী সামাজিকভাবে দায়বদ্ধ প্ৰচুৰ সাহিত্যিক সাৰ্থক অৱদান আগবঢ়োৱা পদ্ম বৰকটকীয়ে, নাপায় এসময়ৰ পাঠকৰ 'হাৰ্টথ্ৰ'ব' লেখক-সাংবাদিক নিৰোদ চৌধুৰীয়ে। কাৰণ তেওঁলোকৰ ঢুলীয়া নাই, তেওঁলোকৰ লবী নাই আৰু বিশেষতঃ তেওঁলোকক অৰাজনৈতিক অসম সাহিত্য সভাই ব্ৰাত্য কৰি এৰৰীয়া

কৰি থৈছে। সিদিনা কোনোবা এখন কাকতত দেখিলো যে তেওঁ মৰণোত্তৰভাবে অকাডেমীৰ বঁটা দিবলৈ প্ৰস্তাৱ দিছে কোনোবাই। খবৰদাৰ, বৰকটকীক অপমান নকৰিব, তেওঁৰ নিজস্ব অহংকাৰক লঘু নকৰিব। প্ৰস্তাৱ ল'বলৈ ভাল বিশেষকৈ মৃত্যুৰ পাচত। কিন্তু যিখন ক্ষেত্ৰৰ পৰা এই প্ৰস্তাৱ এতিয়া দিছে সেইখন ক্ষেত্ৰৰ পৰা কিন্তু বৰকটকীৰ জীৱিত কালত কাহানিও এনে প্ৰস্তাৱ দিয়া নাছিল বা সাহিত্য সভাৰ সভাপতিৰ বাছনিৰ প্ৰাথমিক তালিকাতো সেইখন ক্ষেত্ৰই বৰকটকীৰ নামটো সন্নিৱিষ্ট নকৰিছিল। যি দেখিছো এতিয়া বৰকটকীৰ আৱেগত উটি-ভাহি গৈ সেইসকলে পদ্ম বৰকটকীক মৰণোত্তৰভাৱে অসম সাহিত্য সভাৰ সভাপতি পাতিবলৈও প্ৰস্তাৱ দিব পাৰে। অসমত এনেয়েও সোঁতৰ বিপৰীতে যোৱা লিখক-বুদ্ধিজীৱী নিচেই তাকৰ আৰু তাৰে এজন গৰ্বৰে আঁতৰি গ'ল। আমি অকলশৰীয়া অনুভৱ কৰিছো কিছুমানে।

**(২১ মাৰ্চ, ২০০৮ 'অসমীয়া প্ৰতিদিন'ত প্ৰকাশিত)**

( ২ )

# পদ্ম বৰকটকী আৰু মৰাঘৰীয়াত মাত লগোৱা

**স**দ্য প্ৰয়াত পদ্ম বৰকটকীৰ বিষয়ে মই ইয়াত ক'ব খোজা নাই। ক'ব খোজা নাই তেওঁৰ বহুমুখী সাহিত্য প্ৰতিভাৰ কথা বা সাহিত্য কলাৰ সকলোবোৰ ক্ষেত্ৰতেই তেওঁৰ বলিষ্ঠ পদচিহ্ন ৰখাৰ কথাও অথবা সাহিত্যৰ সকলো দিশতেই তেওঁৰ দখলৰ কথাও ইয়াত বখানিব খোজা নাই এইবাবেই যে সাহিত্যিক পদ্ম বৰকটকী এজন স্বয়ংসম্পূৰ্ণ স্বয়ংখ্যাত লেখক যাৰ পৰিচয় দিবলৈ অন্যৰ ব্যাখ্যাৰ প্ৰয়োজন নাই যেনেকৈ জ্বলি থকা লেম্প এটাক সেইটো লেম্প বুলি পৰিচয় দিয়াৰ দৰকাৰ নাই বৰঞ্চ কোন কেতিয়াবাই ঢিমিক ঢামাক পোহৰ দি নুমাই থকা লেম্প এটাকহে বিচাৰি উলিয়াব লাগে বা এইটো লেম্প আৰু এসময়ত ই জ্বলিছিল বুলি নতুন পৰিচয়ৰ প্ৰয়োজন হয়। বৰকটকীৰ দেহান্ত ঘটালৈকে অসমীয়া সাহিত্য শিল্পৰ বৰকোঠাত উজ্জ্বল আলোকস্তম্ভ হৈ আছিল আৰু নিসন্দেহে ক'ব পাৰি যে তেওঁৰ মৃত্যুৰ পাছতো পূৰ্বৰ বিকিৰিত আভাৰে তেওঁ উদ্ভাসিত হৈ থাকিব। সেয়েহে তেওঁৰ ওপৰত নতুন পৰিচয়, নতুন ব্যাখ্যাৰ কোনো প্ৰয়োজন নাই বাবে বৰকটকীৰ ওপৰত মই ক'ব খোজা নাই মাত্ৰ ক'ব খুজিছো অসমীয়া সাহিত্যিকসকলৰ কপটালি,

পক্ষপাতিত্ব আৰু খেলা-খেলি, ঠেলা-ঠেলিৰ কিছুমান নিকৃষ্ট কৌশল আৰু আত্মপ্ৰচাৰৰ নিলাজ আচৰণ।

দুজন গল্পকাৰক সাহিত্য একাডেমীৰ বঁটা দিয়া হ'ল। তাতে এজন আছিল সেই সময়তে অসম সাহিত্য সভাৰ স্বয়ং সভাপতি আৰু তেওঁৰ যিখন গল্প পুথিত একাডেমীৰ বঁটা দিয়া হ'ল সেইখনৰ প্ৰকাশ কাল তেতিয়া সাত বছৰ হ'ল যদিও একাডেমীৰ নিয়মাৱলী মতে প্ৰকাশৰ সময় তিনি বছৰ পাৰ হ'লে সেইখন গ্ৰন্থক বঁটাৰ বাবে বিবেচনা কৰিব নোৱাৰে। কিন্তু সভাপতিয়ে সেইটো বঁটা পালে। বঁটাটো ঘোষণা কৰাৰ পিছদিনা গুৱাহাটীৰ এটা পুৰণি প্ৰকাশন প্ৰতিষ্ঠানলৈ গৈছিলো কিতাপ বিচাৰি। তাত সম্ভ্ৰান্ত প্ৰকাশকজনৰ ওচৰত তেওঁৰ বিশিষ্ট বন্ধু তথা বাঙালী ভাষা-সাহিত্যৰ এজন জ্যেষ্ঠ অধ্যাপক বহি আছিল। মোক দেখি সেইজন অধ্যাপকে জাঙুৰ খাই উঠি (মোক তেওঁ সহোদৰৰ দৰে ভাল পায়) মোলৈ আঙুলি টোঁৱাই টোঁৱাই এনেদৰে উচ্চস্বৰে 'চাৰ্জ' কৰিবলৈ ধৰিলে যেন কোনেও নপঢ়া আৰু সাত বছৰৰ আগতে প্ৰকাশ হোৱা কিতাপখনত সাহিত্য একাডেমীৰ বঁটাটো দিয়াৰ প্ৰধান মানুহটো মই আৰু তাৰ বাবে ময়েই আটাইতকৈ জগৰীয়া। মই আকস্মিক আক্ৰমণত হতভম্ব হ'লো। তেওঁ কিন্তু মোৰ কথালৈ কাণ নিদি সেইজন লেখকৰ গল্প যে কোনেও নপঢ়ে আৰু নুবুজে তাৰ ওপৰত জোৰ দি দি মোলৈ আঙুলি টোঁৱাই চাৰ্জ কৰিয়েই থাকিল। ইমানপৰে গহীন হৈ বহি চুৰট হুপি থকা বিশিষ্ট প্ৰকাশকজনে গহীনাই মাত লগালে— "তই অৰুণক 'চাৰ্জ' কৰিলে কি হ'ব, অৰুণেতো দিয়া নাই সাত বছৰৰ আগতে প্ৰকাশ হোৱা গল্প কিতাপখনত নিয়ম ভংগ কৰি একাডেমী বঁটাটো। দ্বিতীয়তে তই এটা ভুল কথা কৈছ যে সেইখন কিতাপ কোনেও পঢ়া নাই বুলি। পঢ়িছে, কিয় পঢ়া নাই, ডিটিপিত কম্প'জ কৰাজনে আৰু প্ৰুফ ৰিডাৰজনে পঢ়িবলৈ বাধ্য। এতেকে লেখকে নিজেও নিজৰ কিতাপখন নপঢ়িলেও সেই দুজনে পঢ়িছে, পঢ়িবলৈ বাধ্য............।"

তাৰ পাছত আৰু এজন একাডেমীৰ বঁটা পোৱা গল্প লেখকৰ বিষয়ে শুনক। সেইজন গল্পকাৰলৈ সাহিত্য একাডেমীৰ বঁটাটো ঘোষণা কৰাৰ দিনা দুৰ্ভাগ্যবশতঃ মই দুখন জনপ্ৰিয় বাতৰি কাকত প্ৰকাশ হোৱা প্ৰতিষ্ঠানত বহি আছিলো। এতিয়া একাডেমীৰ বেয়া পোৱা গল্পকাৰজনৰ বিষয়ে পিছদিনাৰ কাকতত প্ৰকাশ হ'ব লাগে কিন্তু বয়োজ্যেষ্ঠ সম্পাদককে ধৰি বাতৰি কাকত দুখনৰ কোনো সহকাৰী সম্পাদক বা 'ডেস্ক'ত কাম কৰা কোনোজন ডেকা সাংবাদিকে তেওঁৰ নামেই শুনা নাই। হাঁহাকাৰ লাগিল। অলপ মইহে বচালো। বোলো এই ডেকাসকলৰ দোষ নাই তেওঁৰ নামটো নুশুনাৰ বাবে কাৰণ তেওঁৰ গল্প যোৱা কুৰি বছৰমানৰ ভিতৰত খুব বেছি

সম্ভৱতঃ চাৰিটা বা পাঁচটাহে প্ৰকাশ হৈছে। গতিকে এই প্ৰজন্মৰ লোকে তেওঁক ক'ত চিনি পাব আৰু একালত তেওঁ যি দুখনমান আলোচনীত গল্প কেইটামান লিখিছিল সেইকেইখন আলোচনীৰ কেতিয়াবাই মৃত্যু হ'ল। একাডেমী বঁটা পোৱা সেই গল্পকাৰৰ পিছদিনা কোনোবা কোনোবা কাকতত সাক্ষাৎকাৰ প্ৰকাশ হ'ল য'ত তেওঁ নিজেই কৈছে যে তেওঁ মাত্ৰ ২৫ টা মানহে গল্প লিখিছে। ইত্যাদি।

কিন্তু গল্প, উপন্যাস, নাটক, গীত, প্ৰবন্ধ, সাংবাদিকতা আৰু বাতৰি কাকতৰ নিয়মীয়া স্তম্ভ লেখোতা (মৃত্যুৰ আগৰ সপ্তাহলৈকে লিখিলে) গাঁৱে-ভূএঞে, নগৰে-চহৰে সকলো স্তৰৰ মানুহৰ সুপৰিচিত নামেই যাৰ পৰিচয় তেনে লেখক পদ্ম বৰকটকীয়ে সাহিত্য একাডেমীৰ বঁটাকে ধৰি একো চৰকাৰী-বেচৰকাৰী বঁটা নাপালে, কোনো ৰাজহুৱা দেখনিয়াৰ লেখৰ সন্মান নাপালে। অথচ নিৰক্ষৰ গএগা ৰাইজৰ মাজতো লেখক পদ্ম বৰকটকী জনপ্ৰিয় আৰু পৰিচিত কাৰণ তেওঁ অসমৰ যুগান্তৰ ঘটোৱা যুগনায়ক সকলো অসমীয়াৰে প্ৰাণৰ আৰু হেঁপাহৰ শ্ৰীমন্ত শংকৰদেৱৰ ওপৰত নাটক লিখি জনপ্ৰিয় ভ্ৰাম্যমান নাট্যদলক অৰ্পণ কৰিছিল যি ভ্ৰাম্যমাণ দলটোৱে অসমৰ উধৰ পৰা মূধলৈকে সেই নাটকৰ প্ৰদৰ্শনেৰে অদ্ভুত জনপ্ৰিয়তা অৰ্জন কৰিছিল। তাৰ যোগেদিয়েই নিৰক্ষৰ মানুহেও পদ্ম বৰকটকীক চিনি পাইছিল। অথচ যিজন লেখকে শংকৰদেৱক পুনৰবাৰ জনতাৰ মাজত সজীৱ আৰু স্মৰণ কৰাই দিলে সেইজন লেখকক অসমখন সোণৰ কৰিবলৈ প্ৰতিজ্ঞা লৈ অসমৰ ৰাইজক ভেড়া বনাই চৰকাৰ পতা প্ৰফুল্ল মহন্তৰ নেতৃত্বৰ অসম গণ পৰিষদে এনে এজন মানুহক শংকৰদেৱৰ বঁটাটো ঘৰতে অৰ্পণ কৰিলেগৈ যিজনে বঁটাটো লৈ 'শংকৰদেৱ কে? আমি শঁকৰদেৱক জানিনা..........' বুলিহে অকপটে স্বীকাৰ কৰিছিল আৰু তেওঁকনো এই বিশেষ বঁটাটো কিহৰ বাবে দিয়া হ'ল প্ৰশ্ন কৰিছিল। আমাৰ ৰাজ্যৰ মুখ্য মন্ত্ৰীজনাই তেতিয়া বোলে 'এমনেই আৰু দিয়া হ'ল' বুলিহে সন্তুষ্টি লভিছিল।

অসমত ইমানবোৰ চৰকাৰী-বেচৰকাৰী বঁটা আছে, লোৱাই লৈ আছে, দিয়াই দি আছে, পোৱাই পাই আছে, কিন্তু পদ্মই নাপালে কিয়? ৫০ টা গল্প লিখি সকলোবোৰ বঁটা যোগাৰ কৰা, ২৫ টা গল্প লিখি সাহিত্য একাডেমীৰ বঁটা পোৱা, মাত্ৰ এখন উপন্যাস লিখি তাতে সাহিত্য একাডেমী, অসম উপত্যকা আদি বঁটা পোৱা লেখকো অসমত থাকোতেনো শই শই গল্প লিখি, কুৰিয়ে কুৰিয়ে সাৰ্থক বহুচৰ্চিত, বহুপঠিত উপন্যাস লিখি, নাটক-প্ৰবন্ধ, গীত লিখি নিৰন্তৰে কলমকে চলাই এশখনৰ ওচৰ কিতাপ প্ৰকাশ হোৱা পদ্ম বৰকটকীয়ে কিয় বঁটা নাপালে? এই প্ৰশ্নটো সিদিনা বৰকটকীৰ মৃত্যুৰ পাছত এগৰাকী বি এ প্ৰথম বাৰ্ষিকৰ

পৰীক্ষাৰ্থীয়ে প্ৰশ্ন কৰিলে মোক। মই এতিয়া সেই নিষ্কলুষ বৰ্তমানৰ কপটালি নজনা সেই নিৰীহ কিতাপৰ পোক ছোৱালীজনীক মই কেনেকৈ কওঁ যে পদ্ম বৰকটকীৰ ডাঙৰ দোষ বা Disqualification হ'ল যে তেওঁ সদায় সোঁতৰ বিপৰীতে গৈছিল, তেওঁ বাস্তৱবাদী লেখক আছিল, তেওঁৰ কোনো 'লবী' নাছিল, তেওঁৰ কোনো ঢুলীয়া নাছিল, তেওঁতো বঁটা-বাহন পাবলৈ হ'লে যাৰ যাৰ লগত হাত মিলাব লাগে নিমিলাইছিল বাবেই তেওঁ বঁটাৰ পৰা বঞ্চিত হ'ব বুলি? কেনেকৈ কওঁ?

কিন্তু আটাইতকৈ লাজৰ আৰু হাস্যকৰ কথাটো হ'ল যে এতিয়া পদ্ম বৰকটকীৰ মৃত্যুৰ পাছত মৰাঘৰীয়াক মাত লগাবলৈ অহাৰ দৰে সেই লাঠুৱা মতলবী সাহিত্যিক কেইজনৰ কে'বাজনেও হুৱাওৱাৰে বিনাইছে; বৰকটকীক আদৰ্শবান বুলি কৈছে; বৰকটকী ক্ষোভ লৈ গ'ল বুলি আক্ষেপ কৰিছে। ক'বলৈ গ'লে বৰকটকীয়ে এটা নিজস্ব অহংকাৰ লৈ বলিষ্ঠ পদচিহ্ন ৰাখি, সেই ঘনচিৰিকাই হলাব নোৱাৰা শিলৰ স্তম্ভ পুতি থৈ গ'ল। আমোদজনক কথাটো কি কোনো কোনোৱে আকৌ মৰণোত্তৰভাৱে পদ্ম বৰকটকীক সাহিত্য একাডেমীৰ বঁটা দিব লাগে বুলি বৰতীয়া দিবলৈ আহিছে। পুতৌজনক। ভাগ্যে সেইসকলে পদ্ম বৰকটকীক মৰণোত্তৰভাৱে অসম সাহিত্য সভাৰ সভাপতি পাতিব লাগে বুলি যে কোৱা নাই? ❑

(দৈনিক অগ্ৰদূত, ২৭ মাৰ্চ, ২০০৮)

# বিপৰীত সোঁতৰ যাত্ৰী পদ্ম বৰকটকী

**তোষেশ্বৰ চেতিয়া**

**মই** ৰোগশয্যাত পৰি থাকোঁতেই মোৰ অতি প্ৰিয় আৰু জেল জীৱনতো প্ৰেৰণা যোগোৱা প্ৰথিতযশা কথাশিল্পী শীলভদ্ৰৰ মৃত্যুত শ্ৰদ্ধা জনোৱাৰ বাবে এশাৰীও লেখিব নোৱাৰা বেদনাত পৰম ব্যথিত হৈ থকাৰ সময়তেই মোৰ প্ৰগতিশীল সাহিত্যাদৰ্শৰ অন্যতম পথিকৃৎ পদ্ম বৰকটকীৰ মৃত্যুৰ বাতৰিয়ে মোক অধিক ব্যথিত কৰি তুলিলে। আচলতে ডেকা বয়সত, সেই ষাঠিৰ দশকতে বাওঁপন্থী আদৰ্শৰ সৃষ্টিশীল সাহিত্য ৰচনাৰ বাবে পদ্ম বৰকটকীৰ গল্প-উপন্যাস-কবিতাই মোক উদ্বুদ্ধ কৰি তুলিছিল। কেৱল লেখিয়েই জীৱন নিৰ্বাহ কৰা এই ব্যতিক্ৰম লেখকজনৰ প্ৰতি মই অতিশয় বিস্ময়-বিমুগ্ধতাৰে আকৰ্ষিত হৈছিলো। অথচ খনচেৰেক সভাত তলৰ দৰ্শক-শ্ৰোতাৰ শাৰীৰ পৰা ওখ মঞ্চত দূৰৰ পৰা দেখাৰ বাহিৰে মোৰ পৰম শ্ৰদ্ধেয় লেখকজনৰ লগত মোৰ কোনোদিনেই চিনা-পৰিচয় হোৱা নহ'ল, বাৰ্তালাপ দূৰৰেই কথা। খুব সম্ভৱ অত্যাধিক শ্ৰদ্ধা-ভক্তি আৰু সম্ভ্ৰমৰ বাবেই মানুহজনৰ দৈহিকভাবে ওচৰ চাপিবলৈ কিবা এক সমীহ ভাব থাকি গ'ল। অথচ মনেৰে পদ্ম বৰকটকীৰ মই অতি ওচৰৰ মানুহ আছিলো। গতিকে তেওঁৰ দ্বাৰা সম্পাদিত 'আমাৰ প্ৰতিনিধি'তেই পোন প্ৰথমে মই গল্প লিখিবলৈ লৈছিলো। মোৰ আদৰ্শ লেখকজনৰ প্ৰতিটো কবিতা-গল্প আৰু আটাইবোৰ উপন্যাস সেই সময়ত যাতায়ত আৰু যোগাযোগৰ ফালৰ পৰা একলেখীয়া পাণ্ডৱবৰ্জিত ঠাই ঘিলামৰাত থাকিও অতি কষ্টেৰে যোগাৰ কৰি খৰচি মাৰি পঢ়িছিলো, বিশেষকৈ পদ্ম বৰকটকীৰ উপন্যাসবোৰ। একেবাৰে মনৰ দাপোন, কোনো খেদ নাই, খবৰ বিচাৰি, জীৱন এষণা, ইঙ্গিত-ইলোৰাৰ পৰা ৰঙা ৰঙা ৰঙলৈকে তেওঁৰ উপন্যাসবোৰ গোগ্ৰাসে গিলি পেলাবলৈ আন্তৰিক প্ৰয়াস কৰিছিলো। পদ্ম বৰকটকীৰ 'ৰঙা ৰঙা ৰং' নামৰ উপন্যাসখনে বস্তুবাদী দৰ্শনৰ সৃষ্টিশীল আদৰ্শৰ প্ৰেৰণাৰে মোক ভীষণভাবে উদ্দীপিত কৰি তুলিছিল। কাৰণ দেৱীপ্ৰসাদ চট্টোপাধ্যায়-ৰাহুল সাংস্কৃতায়ন আৰু মাৰ্ক্স এঙ্গেলছ্‌ৰ বস্তুবাদী দৰ্শন ইতিমধ্যেই অধ্যয়ন কৰিলেও কাহিনীৰ ৰূপত তেনে দৰ্শনৰ প্ৰকাশ মোৰ বাবে সেয়া পথিকৃৎ আছিল। পদ্ম বৰকটকীৰ উপন্যাসত সমাজ জীৱনৰ মুক্ত প্ৰকাশক আৰু তেওঁৰ অভিনৱ আংগিকেৰে ৰূপায়ন কৰা উপন্যাসবোৰক তেতিয়াৰ উৎকট পৰম্পৰাবাদী ৰক্ষণশীল সকলে কঠোৰ

সমালোচনা কৰি আনকি 'অশ্লীল' আখ্যা দিব খুজিলেও সেইবোৰে কাহিনী সাহিত্যৰ নতুন বাটকটীয়াৰ ভূমিকা পালন কৰিছিল। পদ্ম বৰকটকীৰ গল্প-উপন্যাস-কবিতাক মই ইমানেই ভাল পাইছিলো যে অধুনালিপ্ত অথচ তেতিয়াৰ জনপ্রিয় 'পাদপাদপ' নামৰ কাব্যালোচনীখনত তেওঁৰ কবিতাৰ সন্দৰ্ভত এটা দীঘল আলোচনা লেখি কবিজনাকে ধৰি অনেকৰেই প্ৰশংসা লাভ কৰিব পাৰিছিলো। তদনুৰূপ সেই কালৰ অতি জনপ্রিয় 'মোৰ দেশ' নামৰ গদ্যালোচনীখনত পদ্ম বৰকটকীৰ গল্পৰ সম্পৰ্কে এটা সুদীৰ্ঘ আলোচনা আৰু তেওঁৰ সমগ্ৰ উপন্যাসৰে এক বিতং মূল্যায়ন কৰিছিলো। সম্ভৱতঃ সেয়াই আছিল বৰকটকীৰ গল্প-উপন্যাসৰ নিৰ্ভৰযোগ্য মূল্যায়ন। তাৰ নিদৰ্শন ৰূপে যোৱা ডেৰবছৰমানৰ আগতে শিৱসাগৰৰ উদীয়মান লেখক চামচুৰ বাৰীকে তেওঁৰ ঘৰত পদ্ম বৰকটকীৰ সাহিত্য মূল্যায়নৰ এখন বৃহৎ কলেৱৰৰ গ্ৰন্থত তেওঁৰ উপন্যাসৰ সম্পৰ্কে মই 'মোৰ দেশ'ত লেখা প্ৰবন্ধটোও সম্পূৰ্ণভাবে অন্তৰ্ভুক্ত কৰা দেখিবলৈ পালো। মই ভালেকেইটা প্ৰবন্ধতেই গভীৰ খেদ প্ৰকাশ কৰি আহিছো যে অসমৰ দুজন অসাধাৰণ প্ৰতিভা ড° প্ৰফুল্ল দত্ত গোস্বামী আৰু পদ্ম বৰকটকীক কোনোধৰণৰ বঁটা-বাহনেৰে স্বীকৃতি দিয়া নহ'ল বুলি। অৱশ্যে বৰ পলমকৈ হ'লেও চাওলং চ্যুকাফাক অসমীয়া জাতিৰ পিতৃ, প্ৰথম অসমীয়া বুলি উদাত্ত কণ্ঠেৰে স্বীকৃতি দিয়া পদ্ম বৰকটকীক চ্যুকাফা বঁটা প্ৰদান কৰাটো সময়োচিত কাৰ্য কৰা হ'ল। গতিকে পদ্ম বৰকটকীৰ সমগ্ৰ ৰচনা একত্ৰ কৰি তেওঁৰ সৃষ্টিৰাজিক যুগমীয়া কৰি ৰখা উচিত। মোৰ প্ৰিয় পথিকৃৎজনৰ প্ৰতি পৰিশেষত আন্তৰিক শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিলো। ❑

(দৈনিক জনসাধাৰণ, ২৩ মাৰ্চ, ২০০৮)

# ‘পদ্মদা’— আমাৰ পদ্মদা

## জিতেন শৰ্মা

হয়, পদ্ম দা— আমাৰ সকলোৰে। আমি মানে তেওঁ ষাঠিৰ ডেওনা পাৰ হোৱা বিশিষ্ট লেখক ৰত্ন ওজা, সাংবাদিক অনিল বৰুৱা, অসমৰ সাংস্কৃতিক সাংবাদিকতা আৰু ব্যংগ ৰচনাৰ মাইলৰ খুঁটিস্বৰূপ পৱিত্ৰ কুমাৰ ডেকা, ষাঠিৰ ঘৰ চুবলৈ ভৰি দাঙি থকা আমাৰ অগ্ৰজ লেখক দেৱ বৰা বা আমি কেইজনমান বা আমাৰ অনুজ বিদ্যুৎ কুমাৰ ভূঞা এই সকলোবোৰৰে বাবে তেওঁ ‘আমাৰ পদ্ম দা’। একক আৰু অনন্য ৰচনা শৈলীৰে, বোধহয় ছৈয়দ আব্দুল মালিকৰ পিছতে অসমীয়া সাহিত্যৰ বেদীলৈ নিৰবচ্ছিন্ন বৰঙণিৰে স্ব-মহিমাৰে মহীয়ান হৈ উঠা সেইজন আমাৰ আটাইৰে পৰম আদৰ আৰু শ্ৰদ্ধাৰ ‘বন্ধু’ গৰাকী এই লেখা যুগুত কৰাৰ পৰত গুৱাহাটীৰ জি এন আৰ চিৰ ইনটেনছিভ কেয়াৰ ইউনিটত কৃত্ৰিম শ্বাস-প্ৰশ্বাস প্ৰদায়ক যন্ত্ৰৰে আবৃত্ত হৈ মৃত্যুৰ সৈতে তয়াময়া যুঁজত অৱতীৰ্ণ অৱস্থাত শায়িত। তেওঁৰ শয্যাৰ চাৰিওকাষে যমদণ্ড হাতত লৈ যমদূত দণ্ডায়মান। কিন্তু হ’লে হ’ব কি? পদ্ম বৰকটকীৰ গাত সহজে হাত দিয়াৰ সাহস যমদূতৰো নাই। পদ্ম দাৰ মনৰ দৃঢ়তা, কোনো পৰিৱেশতে হাৰ নমনা দুৰ্দমনীয় মনোবল, কাৰো ওচৰত বশ্যতা স্বীকাৰ নকৰাৰ জেদ এইবোৰ ভেদি তেওঁৰ গাত হাত দিব— ইমান সহজতে? দূত কিয়, স্বয়ং যমৰাজ আহিও যদি তেওঁৰ মূৰ শিতানত থিয় হৈছে তেৰোঁ দুবাৰ ভাবিব এই আপোচহীন মানুহজনক শিকলি লগোৱা ইমান সহজনে? ‘অসম বাণী’ৰ সম্পাদকৰ সৈতে চুক্তি হৈছিল অহা মাহত প্ৰকাশ পাবলগীয়া বিহু সংখ্যাৰ আলোচনীখনত পদ্ম দাৰ এটা দীঘলীয়া সাক্ষাৎকাৰ ল’ব লাগিব। তাৰ বাবে যো-জা চলাওঁতেই হঠাতে খবৰ পালো দাদা বাথৰুমত পিছলি পৰি গুৰুতৰভাৱে অসুস্থ হৈ জি এন আৰ চিত ভৰ্ত্তি হৈছেহি। ভৰ্ত্তি হ’ল কিন্তু ওলোৱাৰ বাটটো মুকলি নহৈ হ’ল আই চি ইউ মুৱা। পদ্ম দাক এতিয়া কাঁচৰ জলঙাৰে চাব পাৰি, ওচৰলৈ যোৱা নিষেধ। কথা-বতৰা...(?)। কেইদিনমান আগতেও তেওঁ শয্যাশায়ী অৱস্থাত আছিল। তেওঁৰ ওচৰতে গৈ যেতিয়া বহিলো তেওঁ সহজাত সেই প্ৰাণখোলা হাঁহিটোৰেই অভিযোগ কৰিলে— ‘মই অকলে বিছনাত পৰি আছো। খবৰ কৰিবলৈ কোনো নাহা, দুষাৰ কথা পাতিলে মনটো পাতল লাগে। নে মোক তোমালোকে একেবাৰে বিদায়ে দিলা?’ হয়তো, সদায় মানুহৰ মাজতে সময় কটোৱা,

মানুহেৰেই ঘেৰি থকা তেওঁৰ দৰে আড্ডাবাজ মানুহ এজন নিঃসংগতাৰ কষ্ট কেনেকৈ সহ্য কৰে? কিন্তু চিকিৎসকৰ কঠোৰ নির্দেশ— বেছিকৈ কথা কোৱা তেওঁৰ বাবে সম্পূর্ণ নিষেধ। ওচৰৰ কোনোবাজনক পালেই তেওঁ মনখুলি, আগৰ দৰে কথা পাতিব খোজে, অথচ তেওঁক দেখা কৰিবলৈ যোৱাজনে জানে তেওঁ কথা কোৱা নিষেধ— এই অস্বস্তিকৰ পৰিস্থিতিটো এৰাবৰ বাবেই পদ্মদাৰ ওচৰলৈ ইচ্ছা থাকিলেও যাব পৰা হোৱা নাছিল, তাৰ পিছতে নাৰ্ছিং হোমৰ আইনাৰ মাজেৰে এতিয়া জুমি জুমি চাইছো সেইজন আমাৰ পদ্মদা— মূৰ শিতানত এটা বিয়াগোম মন্ত্র, তাৰ পৰা নিসৃত কেইবাডালো পাইপ পদ্মদাৰ মুখত, গাত। এখন মুখাৰ সহায়ত পদ্মদাই কৃত্রিমভাবে উশাহ-নিশাহ লৈ আছে। মনত পৰিল মাত্র কেইদিনমান আগতে পদ্মদাই কোৱা কথাষাৰ— 'বৰ কষ্ট পাই আছো। কোনেও নুবুজে। দেহাৰ কষ্টতকৈও এই যে লিখিব নোৱাৰাৰ কষ্ট। যদি লিখিবই নোৱাৰা জীয়াই থাকি কি লাভ কোৱাচোন।'

হয়, আমাৰ স্মৰণ কালত বোধহয় পদ্ম বৰকটকীয়েই একমাত্র অসমীয়া লেখক যি প্ৰথমৰ পৰাই একমাত্র লিখাটোকে জীৱনৰ একমাত্র বৃত্তি হিচাপে গ্ৰহণ কৰিছিল। লিখাত বাহিৰে তেওঁৰ অন্য একো পেছা নাই। কলমেৰেই তেওঁ আৰম্ভ কৰিছিল, হয়তো কলমেৰেই সামৰিবও। কিন্তু পদ্ম বৰকটকী লেখক হোৱাৰ কাহিনীও এক সুখপাঠ্য গল্পৰ দৰেই; অৱশ্যে হোৱাৰ কথাও। তেওঁৰ সৃষ্টিয়েই যে উপন্যাস, গল্প, নাটক, কবিতা, প্ৰবন্ধ, ৰস ৰচনাৰ বাবেই। সাংবাদিক হোৱাৰ বাসনাৰে কলিকতালৈ যোৱা পদ্মদাই এদিন ডাবৰ পানী খাবৰ বাবে গিলাচ বিচাৰি কাষতে থকা কিতাপৰ দোকান এখনত সোমাল। দোকানখনৰ মালিকজনৰ নাম আছিল সতীশ ভট্টাচার্য। কথা-বতৰা কওঁতে পদ্মদাক অসমীয়া বুলি জানিব পাৰি ভট্টাচাৰ্যই এটা প্ৰস্তাৱ দিলে— তেখেতে প্ৰকাশ কৰি উলিয়াব খোজা এম ই স্কুলৰ পাঠ্যক্ৰমৰ সহায়িকা পুথিৰ অসমীয়া বিষয়টো পদ্মদাই লিখি দিব লাগে। সেই সময়ত অৰ্থৰ সন্ধানত থকা পদ্ম দাই প্ৰস্তাৱটো লগে লগে গ্ৰহণ কৰিলে। পাঁচশ টকাৰ বিনিময়ত তেওঁ তিনিদিনতে কামখিনি সম্পূর্ণ কৰি দিলে। সেই সময়তে আন এগৰাকী গ্ৰন্থ ব্যৱসায়ী হৰিসাধন ৰয়ৰ লগত তেওঁৰ চিনাকি হ'ল। সেয়া ১৯৫৭ চন মানৰ কথা। যেতিয়া দাদাই ABC গুডলাক ছিৰিজৰ প্ৰৱেশিকা পৰীক্ষাৰ নোট বুক লিখাত ব্যস্ত। সেই সময়তে হৰিসাধন বাবুৱে তেওঁক প্ৰস্তাৱ দিলে— 'পদ্মবাবু একটা উপন্যাস লেখা যায় না'? তেওঁ উত্তৰত ক'লে— 'আপুনি নোটৰ কিতাপ লিখাৰ বাবে মোক টকা দিছে, উপন্যাস লিখিলেতো পইচা নাপাম।' হৰিসাধন বাবুৱে লগে লগেই টকা দুহাজাৰ উলিয়াই তেওঁৰ হাতত গুজি দিলে—'আপুনি লিখিবলৈ আৰম্ভ কৰক।'

তেতিয়া পদ্ম বা ভৱানীপুৰৰ যদুবাবু বজাৰৰ ৰাণাঘাট মিষ্টান্ন ভাণ্ডাৰৰ ওপৰৰ সৰু কোঠা এটাত ভাৰা লৈ থাকে। তাত এখন খাট আৰু মাত্ৰ এখন চকী। খৰচী আৰু অত্যন্ত চৌখিন পদ্ম বৰকটকীক তেতিয়া হাত খৰচ বহুত লাগে। খৰচৰ বেহা মাৰিবলৈ তেওঁ নথকা সময়খিনি খাটখন ভাৰালৈ দিয়ে দিনে দহ টকাকৈ। গতিকে উপন্যাস লিখে ক'ত? সেয়ে চাৰি চপৰা ইটা পাৰি লৈ তাতে তেওঁ বহে, চকীখনত কাগজ লৈ আৰম্ভ কৰিলে প্ৰথম উপন্যাসৰ ৰচনা। কাষৰ খাটখনত পুৰা খেলা চলি থাকে, ওচৰতে তেওঁ এডভান্সৰ পইচাৰে কিনি অনা কাগজ দহদিস্তা লৈ উপন্যাস লিখাত ব্যস্ত হয়। তেনেকৈয়ে তেওঁ তিনি মাহৰ ভিতৰত লিখি উলিয়ালে প্ৰথমখন উপন্যাস 'মনৰ দাপোণ'। সেই যে অসমীয়া সাহিত্যৰ আকাশত এটা নক্ষত্ৰৰ উদয় হ'ল ক'লা ক'লাকৈ বৃদ্ধি হৈ হৈ সি এদিন পূৰ্ণিমাৰ জোনবাইটোৰ দৰে হ'লগৈ। সৃষ্টি হ'ল সাহিত্যিক পদ্ম বৰকটকীৰ। সৰু-বৰ মিলি তেওঁৰ কিতাপৰ সংখ্যা চাৰিকুৰিৰো অধিক আৰু আলোচনী, বাতৰিকাকতত বিভিন্ন লিখা... নাই, হিচাপৰ বাহিৰত। কোনোবাজন অসমীয়া লেখকে বিশ্বাস কৰিবনে পদ্মদাৰ কেৱল 'মনৰ দাপোণ' উপন্যাসৰে ১৭টা তাঙৰণ প্ৰকাশ হৈ গৈছে।...

সেই যে আৰম্ভ হ'ল, পদ্মদাৰ কলম থমকি নৰ'ল। হাস্পটাললৈ আহিবলগীয়া হোৱাৰ মাত্ৰ দুদিন আগতেও তেওঁ 'অসম বাণী'ৰ কাৰণে লিখিছে, তেওঁৰ নিৰ্দিষ্ট স্তম্ভৰ লেখা। মনৰ দাপোণ, খবৰ বিচাৰি, বিচাৰৰ বাবে, কোনো খেদ নাই, ৰঙা ৰঙা ৰং, জীৱন এষনাৰ পৰা আৰম্ভ কৰি নজলা ধূপৰ ইতিকথা, আয়ুবটলৈকে পঁইত্ৰিশখন উপন্যাস, অশ্লীলকে ধৰি ছয়খন গল্প সংকলন, যুগে যুগে দ্ৰৌপদীকে ধৰি কেইবাখনো নাটক, শুনা প্ৰিয়া মোৰ পৰিচয় নামৰ কবিতাকে ধৰি আন এখন গীতৰ পুথি, বিশ্বৰ চাৰিখন প্ৰখ্যাত ইংৰাজী উপন্যাসৰ অনুবাদ... মুঠতে আশীখনৰো অধিক কিতাপ, তাকো পঞ্চাশ বছৰৰ ভিতৰত ধেমালিৰ কথা নেকি? কি বিষয়ৰ লিখাত হাত পকোৱা নাছিল পদ্মদাই? আনকি ভ্ৰাম্যমাণ থিয়েটাৰৰ বাবেও তেওঁ নাটক লিখিছিল, অসমীয়া ছবি শ্ৰীমান মাইমন'ৰ কাহিনী ৰচিছিল। অসমৰ নাট্যমঞ্চত 'শ্ৰীশংকৰদেৱ' নামেৰে মহাপুৰুষ শংকৰদেৱৰ ওপৰত লিখা তেওঁৰ অনবদ্য নাটকখনিৰ বাবেই পদ্ম বৰকটকী নাট্যকাৰ হিচাপেও চিৰকাল নমস্য হৈ ৰ'ব। ইবছেনৰ 'ডলছ হাউছ' নামৰ পৃথিৱী বিখ্যাত নাটকখনিৰ অনুবাদ 'পুতলা ঘৰ' তেওঁৰ অন্য এক নাট্যকৃতী। সিঁছা পুখুৰীৰ মাছ, আমাৰ আশাৰ আছে ইতিহাস, অৰণ্যত গণতন্ত্ৰ, দৈয়াঙৰ ৰচৈ, পৰজনমৰ শুভ লগনত, প্ৰিয় ফুল শেৱালি, বালিঘৰ, মেঘবোৰ আকাশ নহয় আদি কেইখনমান তেওঁৰ অতি জনপ্ৰিয় অনাতাঁৰ নাটক। আৰু সাংবাদিক পদ্ম বৰকটকী। কলিকতাৰ পৰা প্ৰকাশিত অতি জনপ্ৰিয় আলোচনী

আমাৰ প্ৰতিনিধি, নতুন প্ৰতিনিধিৰ পিছত সাপ্তাহিক মাতৃভূমি, ইস্তাহাৰ, পথেকীয়া আজিৰ সময়কে ধৰি কেইবাখনো সৰু-বৰ আলোচনীৰ সম্পাদক আছিল তেওঁ। স্থানীয় সংবাদদাতা হিচাপে লেখক জীৱন আৰম্ভ কৰা পদ্মদাই পিছলৈ ইংৰাজী দৈনিক— নৰ্থ-ইষ্ট ডেইলী, অসমীয়া দৈনিক বাতৰিকাকত— নতুন দৈনিক, নতুন দিনৰো সম্পাদনা কৰিছিল। আজিৰ প্ৰজন্মই হয়তো নাজানে পদ্ম বৰকটকীয়েই প্ৰথমগৰাকী সম্পাদক, যাৰ প্ৰচেষ্টাত আৰম্ভ হৈছিল অসমীয়া আলোচনীৰ প্ৰথম পূজা সংখ্যা, বিহু সংখ্যাৰ প্ৰকাশ। তেওঁৰ প্ৰচেষ্টাতে 'আজিৰ অসম' আলোচনীয়ে '৮৬ চুকাফা সংখ্যা প্ৰকাশ কৰি চৰকাৰক দাবী জনোৱাৰ পিছতে 'চুকাফা দিৱস'ৰ প্ৰৱৰ্তন হ'ল অসমত। আমাৰ প্ৰতিনিধি, নতুন প্ৰতিনিধি আদিৰ ইতিহাসতো বাদেই।

এইজন পদ্মদা— আমাৰ পদ্মদা মোৰ বাবে সদায় এক পৰম বিস্ময় হৈয়েই থাকিল। যিকোনো পৰিস্থিতিকে তেওঁ হাঁহি হাঁহি হজম কৰে, কোনো অনুযোগ, অভিযোগ নকৰাকৈ, মুখখন কণমানো বিকৃত নকৰাকৈ সকলো হলাহল হজম কৰি নীলকণ্ঠ হৈ থাকিব পৰাটো সঁচাকৈয়ে— বিস্ময়ৰ কথা নহ'বা কি? পদ্ম বৰকটকীক তথাকথিত কোনো এক অনুষ্ঠানে কোনো বঁটা-বাহন প্ৰদান নকৰিলে। সাহিত্য সভাৰ বাবেও তেওঁ চিৰদিন অস্পৃশ্য হৈয়েই ৰ'ল। সাহিত্য একাডেমীৰ দৰে সংগঠনে হয়তো পুৰস্কাৰ দিবলৈ তেওঁৰ কিতাপেই বিচাৰি নাপালে। পাবই বা কিয়? নিৰ্ভীক, স্পষ্টবাদী, কোনোদিনেই হিপ'ক্ৰেচী নকৰা পদ্ম বৰকটকীয়ে এফালৰ পৰা তুলাধুনা দি থৈছে সাহিত্য সভা, সাহিত্য অকাডেমীৰ কৰ্মকৰ্তাসকলক। প্ৰত্যেককে তেওঁ যিদৰে সমালোচনা কৰিছে তাৰ পিছত তেওঁক বঁটা-বাহন দিয়া মানে তেওঁৰ নিজৰ ভাষাতে, 'মোক স্বীকৃতি দিয়া মানেই মই আঙুলিয়াই দিয়া তেওঁলোকৰ দোষবোৰ সঁচা বুলি গ্ৰহণ কৰা যেন নহ'ব জানো? তেনেকুৱা সাহিত্য-গান্ধী অসমত নাই।' —পদ্মদাৰ নিজৰ ভাষাতে 'বৰঞ্চ মোৰ এটা লাভ হৈছে, মানুহে গম পাইছে যে কোনো বঁটা-বাহনে কিনিব নোৱাৰা মানুহজন নিশ্চয় তেওঁলোক পক্ষত থকা এজন হ'ব। সেই গৰ্বৰে এতিয়াও আনন্দত আছো। ৰাইজে যেতিয়ালৈকে মোৰ কিতাপ কিনিব, মোৰ লেখা পঢ়িব, মই বঁটা-বাহনৰ বাবে আক্ষেপ কিয় কৰিম, লালায়িত কিয় হ'ম?'

এইজনেই আমাৰ পদ্মদা। অনিলদা, পবিত্ৰদাৰো পদ্মদা, দিলীপ চন্দন, আমাৰো পদ্মদা, বিদ্যুৎ ভূঞা, অনুপহঁতৰো পদ্মদা... তেওঁ আমাৰ সকলোৰে। পদ্মদা বয়সত বৃদ্ধ হ'লে কি হ'ব মনেৰে তেওঁ কৰুণতকৈও তৰুণ, জোৰ কদমত গৈ থকা এক তেজাল ঘোঁৰা। তেওঁৰ কাকো পৰোৱাই নকৰা স্বভাব, আঁৰবেৰ নৰখাকৈ প্ৰকাশ কৰাৰ ক্ষমতা এইবোৰেইতো তেওঁক কৰি ৰাখিব চিৰ ভাস্বত। তেওঁক দমন

কৰিব পাৰে এই শক্তি কাৰ।

(—এই লেখাটো প্ৰেছলৈ পঠিওৱা হৈছিল সোমবাৰৰ আবেলি। কিন্তু মঙলবাৰে বিয়লি বেলাই আমাৰ পদ্মদাই অৱশেষত নিয়তিৰ সৈতে হোৱা যুঁজখনত হাৰ মানিল। পদ্মদাই আমাক সকলোকে এৰি এখন নজনা ঠাইলৈ গতি কৰিলে। পদ্মদা হাস্পতালৰ পৰা ঘৰলৈ হ'ব নোৱাৰিলে, সাঙি কৰি তেওঁক নৱগ্ৰহ শ্মশানলৈ লৈ যোৱা হ'ল। পদ্মদাই চকু দুটা মুদি চিতাত উঠিল। হয়তো অকৃতজ্ঞ জাতিটোৰ কিছুমান ভণ্ড চাতুকৰক তেওঁ অন্তিম যাত্ৰাত চাব নিবিচাৰিলে। পদ্ম দাৰ অভিমান হয়তো নাছিল কিন্তু প্ৰচণ্ড আত্মসন্মান আছিল। সেয়ে কাৰো ওচৰত সৰু নোহোৱাকৈ তেওঁ আঁতৰি গ'ল। দাদা— আপুনি মানুহজন কায়িকভাৱে নোহোৱা হ'ল কিন্তু আপুনি অন্ততঃ আমি কেইজনমানৰ কাৰণে হ'লেও হাড়ৰ মজাই মজাই সোমাই থাকিল— চিৰদিন, চিৰকাল। যতীন্দ্ৰ নাথ দুৱৰাৰ ভাষাতে কওঁ পদ্মদা— 'পৰি থাকা পুৰণি সংসাৰ/তুমি মোৰ নহ'লা আপোন/চাই থাকা নিজৰ মুখকে/মেলি লৈ পুৰণা দাপোণ। ❑

**(১৪ মাৰ্চ, ২০০৮ 'অসম বাণী'ত প্ৰকাশিত)**

# বৰেণ্যমূৰ্তি-প্ৰভা

ড° ভূপেন শৰ্মা

আপেক্ষিকভাৱে হ'লেও অনুমেয় যে পদ্ম বৰকটকী ডাঙৰীয়াই এক সফল দীৰ্ঘায়ুসান্বিত জীৱন-যাপন কৰি আমাৰ পৰা মেলানি মাগিলে। এইটোও বোধহয় সম্পূৰ্ণ অনৃত নহয় যে তেওঁৰ জীৱনত সংগ্ৰামৰ এক কৌলিন্য আছিল— বৃত্তি আৰু কৃতি-অৰ্জনৰ ক্ষেত্ৰত। নানান ছেদ-বিচ্ছেদ, হেঙাৰ-হেঙ্গাম, স্ৰোত-ব্যতক্ৰ্মতা তেওঁ কাতি কৰি আগুৱাইছিল নিজস্ব বিমৃশ্যকবিত্তাৰে। লেখক হিচাপেও তেওঁ বহুজনাদৃত এটা স্থিতি থাকি গ'ল, তেওঁৰ সাংবাদিক জীৱনো নানা ঘটনাবহুলতাৰে চিহ্নিত, নন্দিত। তেওঁৰ এগৰাকী গুণমুগ্ধ বৈতালিক নোহোৱাকৈও প্ৰত্যয়েৰে ক'ব পাৰি যে অসমৰ সংবাদ আৰু সাহিত্যৰ জগতখনত তেওঁৰ অনুপস্থিতিজনিত শূন্যতা আগন্তুক বহুকাললৈ আন্তৰিকভাৱে অনুভূত হৈ থাকিব। মানুহ হিচাপেও তেওঁৰ কেতবোৰ বিশেষ বৈশিষ্ট্য শ্লাঘ্য আৰু আদৰণীয় বুলি অকপটে স্বীকৃতি দিয়া গুণী মানুহৰ সংখ্যা আমাৰ সমাজত বৰ কম নহ'ব যেন লাগে। ব্যক্তিগত অভিজ্ঞতা আৰু তেওঁক ওতঃপ্ৰোতভাৱে জানি-বুজি পোৱা কেইবাগৰাকী বিশিষ্ট ব্যক্তিয়ে দিয়া মন্তব্যৰ আধাৰত ক'ব পৰা যায় যে তেওঁ এগৰাকী অধ্যয়নশীল, অনুসন্ধিৎসু, তেজস্বী আৰু স্পষ্টবাদী মননবিশিষ্ট নিৰ্ভীক ব্যক্তিত্বৰ আভাৰে স্বয়ংপ্ৰভা হৈ জিলিকি থকা মানুহ আছিল, তেওঁৰ মাজত আছিল মানৱবিৰোধী অৱস্থানৰ লগত আপোচ নকৰা এক তাৎপৰ্যপূৰ্ণ স্বাভিমান। ষাঠি ('৫০-৬০), সত্তৰ ('৬০-৭০) আৰু আশীৰ দশকত তিনিটাত যিকেইগৰাকী মুষ্টিমেয় ঔপন্যাসিক অসমীয়া সাহিত্যৰ অগ্ৰগামী পথিকৃত হিচাপে নমস্যাদৃত আসনত অধিষ্ঠিত হৈছে, তাৰ ভিতৰত পদ্ম বৰকটকীৰ স্থান আগশাৰীত। এই স্থানৰ পৰা অন্ততঃ তেওঁৰ লেখাৰ বিৰূপ সমালোচকেও তেওঁক তললৈ নমাব নোৱাৰিব। বাস্তৱগ্ৰাহ্য, ৰোমাণ্টিক, চোক থকা গদ্যধাৰা এটা তেওঁ প্ৰায় সকলো উপন্যাসতে, আনকি নাটক বা প্ৰবন্ধাৱলীতো বিকীৰ্ণ কৰিছিল। এই চোক, শাণ আৰু নিৰ্মিতিৰ অভিনৱত্বৰ বাবেও তেওঁক এগৰাকী বাটকটীয়া লেখক বুলি ক'ব পাৰি, বহুতে আক্ষেপ কৰা স্বত্বেও, ক'ৰবাত ক'ৰবাত তেওঁৰ ৰচনাই একধৰণৰ Erotic vulgarismক উৎসাহিত কৰা বুলি উত্থাপিত অভিযোগৰ বিপৰীতে তেওঁৰ সাহসী কণ্ঠই ইয়াক বাস্তৱবাদৰে অবিচ্ছেদ্য অংগ বুলিহে ঘোষণা কৰিছিল। 'ৰঙা ৰঙা ৰং' উপন্যাসখনৰ বিতৰ্ক মাৰ নগ'লেও 'মনৰ

দাপোন', 'খবৰ বিচাৰি', 'বিচাৰৰ বাবে', 'কোনো খেদ নাই', 'অৱন্ধনা', 'জীৱন এষণা'কে আদি কৰি বহু উপন্যাসৰ স্রষ্টা পদ্ম বৰকটকীগৰাকী যে ধানখেৰৰ জুইৰ দৰে নিমিত্তস্ফুলিংগ বা প্ৰাতিভাসিক জগতৰ ধনশুলৈস্বৰূপ তুচ্ছ কথাশিল্পী নহয় তাক অদ্ব্যৰ্থক প্ৰৱণতাৰে স্বীকাৰ কৰি লোৱাই ভাল। বহু অসমীয়াৰ মাজত আত্ম-অহমিকা বা মন্যতাৰ বাবেই হওক— সতীৰ্থৰ কৃতী ফুতে উৰাই নস্যাৎ কৰাৰ এটা অপপ্ৰবৃত্তি আছে। আশা কৰা যায় যে উপন্যাস-কবিতা-নাটক-প্ৰবন্ধ-অনুবাদ আদিৰ যাঠিখনতকৈও অধিক গ্ৰন্থৰে অসমীয়া সাহিত্যক মেটমৰা সম্পদেৰে চহকী কৰা, 'আমাৰ প্ৰতিনিধি', 'নতুন প্ৰতিনিধি'ৰ পৰা 'ইস্তাহাৰ'লৈকে বহু আলোচনীৰ সম্পাদনা কৰাৰ উপৰি ১৯৪৮ চনৰে পৰা মৃত্যুৰ কিছুকাল আগলৈকেও সাংবাদিকৰ কাপ-মৈলামৰ সংলিপ্ততা ত্যাগ নকৰা, বহু প্ৰবন্ধ-নিবন্ধ সময়োপযোগীভাৱে অসমীয়া কাকতে-পত্ৰে ক্ষুৰধাৰ শব্দৰে লিখি মানুহৰ চেতনাত সুৰসুৰলনি তুলিব পৰা ক্ষমতাৰ অধিকাৰী পদ্ম বৰকটকীৰ জীৱন, বৃত্তিগত লিপ্ততা আৰু সংবেদী ব্যক্তিত্ব আমাৰ বাবে চমকপ্ৰদ দৃষ্টান্ত হৈ থাকিব।

পদ্ম বৰকটকীৰ উপন্যাসসমূহৰ বহুকেইখনৰে চৰিত্ৰ কিন্তু নগৰীয়া মধ্যবিত্তীয় সমাজখনৰ পৰা বুটলি লোৱা, আহৃত, তেওঁ এনে জীৱন-শ্ৰাদ্ধৰে ঋত্বিজ; গাঁও তেওঁৰ ৰচনাৰ উপলক্ষিত উৎসায়তন কিয় নহ'ল, এই লৈ ভবাৰ অৱকাশ আছে। বোধহয় গ্ৰাম্য জীৱনৰ লগত তেওঁ সম্পৰ্কৰহিত আছিল। সেইবাবেই গাঁৱৰ কথা আত্মভণ্ডামিৰে তেওঁ ক'বলৈ নগ'লেই। তেওঁৰ সৃষ্টিৰ প্ৰতি চিৰকালেই আমাৰ শ্ৰদ্ধাশীল মনোভাব থাকিব। ❑

(৬ এপ্ৰিল, ২০০৮ 'সম্ভাৰ'ত প্ৰকাশিত)

# সোঁতৰ বিপৰীতে যোৱা এজন মানুহ

**হেমন্ত কুমাৰ ভৰালী**

পদ্মদা, পদ্ম বৰকটকী (১৯২৭-২০০৮) যে কেতিয়াবা অসুস্থ হ'ব, তেওঁ যে কোনোবা হাস্পতালত পৰি থাকিব আৰু এদিন তেওঁৰ মৃত্যু হ'ব— এনেধৰণৰ সম্পূৰ্ণ বাস্তৱ দৃশ্য এটাৰ বিষয়ে কল্পনা কৰিবলৈকো মোৰ সমূলি ইচ্ছা নাছিল। সেইবাবেই চিৰতৰুণ, মনেপ্ৰাণে সম্পূৰ্ণ আধুনিক এই মানুহজনক ৰোগশয্যাত চাবলৈ যাবলৈ সাহস কৰিব নোৱাৰিলো। দুবাৰকৈ জি এন আৰ চিত ভৰ্তি হ'ল তেওঁ। মৃত্যুৰ ঠিক দুদিনমানৰ আগৰে পৰা মোলৈ বিভিন্নজনৰ ফোন আহিব ধৰিলে অবিৰামভাৱে— 'কেনে আছে পদ্ম বৰকটকী।' কোনেও ভাবিবই পৰা নাছিল যে ৰোগগ্ৰস্ত বৰকটকীদাৰ ওচৰত মই নাই। কোনেও কল্পনাও কৰিব পৰা নাছিল যে যোৱা চাৰিমাহে মই তেওঁক এবাৰো লগ পোৱা নাই। অথচ কিমান ঘনিষ্ঠ আমি। ....হায় হায়, নিজকে কিমান দুৰ্বল ৰূপত আবিষ্কাৰ কৰিলো মই যে পদ্ম বৰকটকীৰ ৰোগগ্ৰস্ত ৰূপ চোৱাৰ সাহসেই কৰিব নোৱাৰিলো। ইন্দিৰা বৌৰ ওচৰলৈ গৈ এবাৰো ক'ব নোৱাৰিলো— চিন্তা নকৰিব বৌ, সকলো ঠিকঠাক হৈ যাব।

স্বাৰ্থপৰৰ অভিধা পালেও মই একান্ত মুহূৰ্তত এই স্বীকাৰোক্তি দিব বিচাৰো— পদ্ম বৰকটকী যে এদিন ৰোগগ্ৰস্ত শৰীৰ লৈ হাস্পতালৰ বিছনাত পৰি আছিল। বাক্ শক্তিহীন, ক্ৰমশঃ অথৰ্ব হৈ পৰা শৰীৰ...। তাৰ পিছত তেওঁৰ মৃত্যু। দীঘলীয়া শোভাযাত্ৰা... পদ্ম বৰকটকী অমৰ হওক। ...এইবোৰ ঘটনা মোৰ চকুৰ আগেৰে পাৰ হৈ যোৱাটো মই বিচৰা নাছিলো। ইমান বেছি শক্তিশালী মানুহ, ইমান বেছি ডেকা তেজৰ আধুনিক মানুহৰ মৃত্যু মোৰ বাবে ভাবিব নোৱৰা কথা। বয়সত কেইবা দশকৰ পাৰ্থক্য অথচ যিজন মানুহক মই সবাতোকৈ ভাল বন্ধু বুলি ভাবিব পাৰিছিলো— তেওঁ পদ্ম বৰকটকী। নিৰহংকাৰী প্ৰচণ্ড ব্যক্তিত্ব, বিশাল প্ৰজ্ঞা আৰু আপোচহীন সাহস। কি কোৱা যায় পদ্ম বৰকটকীৰ ক্ষেত্ৰত। ... সংজ্ঞাৰ বাহিৰৰ এজন মানুহ, যিজনে সম্পূৰ্ণ স্বাধীন মানুহৰ দৰে ওপৰলৈ মূৰ তুলি, নিজৰ ইচ্ছা-আকাংক্ষা, আনকি দুৰ্বলতাবোৰকো পোহ-পাল দি, অটল-অবিচল সিদ্ধান্তৰ পৰা লৰচৰ নকৰাকৈ জীয়াই থাকিব পাৰিছিল। এনে এজন মানুহৰ বৃদ্ধত্ব, ৰোগগ্ৰস্ততা আৰু শেষত মৃত্যু— মানি লও কেনেকৈ? এইবোৰ নেদেখিলেতো অন্ততঃ তেওঁৰ 'তেজাল' ৰূপটোৱেই মোৰ মনত ভাহি থাকিব।

পদ্ম বৰকটকীৰ সৈতে আমাৰ 'অগ্ৰদূত' পৰিয়ালৰ সম্পৰ্ক আছিল অতি নিবিড়। 'সোঁতৰ বিপৰীতে' নামৰ শিতান তেওঁ কেইবছৰমান পূৰ্বে 'অগ্ৰদূত'ত নিয়মীয়াকৈ লিখিছিল। এজন লেখক হিচাপে নহয়, মানুহ হিচাপেহে তেওঁ অগ্ৰদূত প্ৰতিষ্ঠানৰ সৈতে জড়িত আছিল। আমি যিসকল আছিলো তেওঁৰ ঘনিষ্ঠ, সেইসকলৰ সৈতে ক্ষণিক আড্ডা মাৰিবলৈকে হওক বা কোনোবা মিটিঙলৈ আমাৰ সৈতে যাত্ৰা কৰিবলৈকে হওক, তেওঁ 'অগ্ৰদূত ভৱন'ত ভৰি দিয়াৰ লগে লগে যেন আমি সকলো সজীৱ হৈ উঠিছিলো। তেওঁৰ ঘৰলৈকো মোৰ আছিল অবাধ অহা-যোৱা। তেওঁৰ সংগ মোৰ বাবে আছিল আচহুৱা নিদ্ৰাৰ দৰে, য'ত মোৰ নিজস্বতা হেৰাই গৈছিল। আনকি তেওঁৰ ভুকি থকা কুকুৰটো অথবা বনকৰা ল'ৰা ডিম্বেও মোৰ বাবে হৈ পৰিছিল অতি আপোন।

কলম চলায়েই কেনেকৈ আৰ্থিকভাৱে স্বাৱলম্বী হোৱাৰ চেলেঞ্জ ল'ব পাৰি, তাৰ পৰা আৰম্ভ কৰি একোটা পাণত কিমান পৰিমাণৰ জৰ্দা আৰু চূণ দিলে তাৰ উত্তম টেষ্ট পোৱা যায়— ধৰণৰ সকলো কথাৰে এডভাইচ্ লৈছিলো পদ্ম বৰকটকীৰ পৰা। সৌ সিদিনালৈকে তেওঁ গাড়ী চলাইছিল আৰু ড্ৰাইভাৰৰ একে লাইনৰ আগৰ ছিটটোত বহি আমি গুৱাহাটী ভ্ৰমি ফুৰিছিলো। সভাত যোগ দিবলৈ দুবাৰ একেলগে গৈছিলো তেজপুৰ, যোৰহাট, নলবাৰী, বেলশৰ...। বিভিন্ন কথা, বিভিন্ন কৌতুক, বিভিন্ন প্ৰজ্ঞা, দেশ-কাল-জাতি সম্পৰ্কীয় আলোচনা আৰু তাৰ মাজতে হঠাতে পদ্মদাৰ ড্ৰাইভাৰক নিৰ্দেশ— হেৰা 'কাঁটা লাগা' গানটো আকৌ এবাৰ লগোৱাচোন। আকৌ এবাৰ শুনো, ইমানকৈ কিয় জনপ্ৰিয় হৈছে সেই পুৰণি গীতটো।...

বহু উপন্যাস, গল্প, নাটক, কবিতাৰ স্ৰষ্টা, আমাৰ প্ৰতিনিধি, নতুন প্ৰতিনিধি, সমকালীন, আজিৰ সময় আদি বহু প্ৰচলিত সাৰ্থক আলোচনীৰ সম্পাদক; পূজা, বিহু সংখ্যা আদি আলোচনীৰ বিশেষ সংখ্যাবোৰ, চুকাফা, শংকৰদেৱ, জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা আদিক লৈ প্ৰকাশ কৰা বিশেষ সংখ্যাবোৰৰ জন্মদাতা আছিল পদ্ম বৰকটকী। চুকাফা প্ৰথম অসম সোমোৱা দিনটো 'অসম দিৱস' হিচাপে পালন কৰা হওঁক বা জ্যোতিপ্ৰসাদৰ মৃত্যু দিনটো শিল্পী দিৱস হিচাপে পালন কৰাই হওক, তাৰ নেপথ্যত আছিল এইজনা সাহিত্যিক। ভগবান আৰু ধৰ্মৰ প্ৰতি মৃত্যুপৰ্যন্ত কোনো ধৰণৰ বিশ্বাস নৰখা বৰকটকীৰ মতে প্ৰকৃত সুখ আছিল আজৰি নোপোৱাকৈ ব্যস্ত হৈ থাকিব পৰাটো। কৰ্ম ব্যস্ততাত থকাটোৱেই জীৱনৰ প্ৰকৃত সুখ।

কোনো লুক-ঢাক নকৰাকৈ, কাহিনীৰ প্ৰয়োজনত যৌনতাৰ বৰ্ণনাৰ লগতে চূড়ান্ত অশ্লীল কথাও বৰকটকীদাই লিখিছিল। এই সম্পৰ্কত এক সাক্ষাৎকাৰত তেওঁ

মোক কৈছিল— 'দাৰ্শনিক ৰুছোৰ 'জবানবন্দী' পঢ়াৰ পাছত যৌনতাৰ বিষয়ে কিবা লুকুৱাবলগীয়া আছে বুলি ভাবিব নোৱাৰি। বিখ্যাত 'জবানবন্দী' কাহানিবাই লিখা হৈ গ'ল। আনবোৰ ভাষাৰ বহু শ্ৰেষ্ঠ সাহিত্যতো প্ৰেম আৰু যৌনতাৰ কথা প্ৰায় খোলাখুলিভাৱেই প্ৰকাশ কৰিলে সাহিত্যিকসকলে। কিন্তু অসমীয়া সাহিত্যত কিবা এক অদ্ভুত ৰক্ষণশীলতাৰে সেই দিশটোক সদায়েই আঁৰ বেৰ দি ওৰণিৰ তলত ৰখা হৈছিল। যেতিয়া দেখিলোঁ যে ওৰণি টানি লওঁতে সিফালে গোটেই উদং হৈ যোৱা কাৰবাৰটো বেছি লজ্জাজনক, তেতিয়া ওৰণিখনকে গুচাই পেলাই সত্য, বাস্তৱসম্মত কথাবোৰ প্ৰকাশ কৰিবলৈ যত্ন কৰিলোঁ। সেই চেষ্টাৰেই মোৰ প্ৰথমখন উপন্যাস 'মনৰ দাপোণ' লিখি পেলালোঁ। প্ৰশ্ন হ'ল সেই সাহস আৰু প্ৰেৰণা ক'ৰ পৰা পালোঁ। শ্বিলঙত উচ্চস্তৰৰ অভিজাত সমাজত, ক্লাবলৈ যোৱা সমাজত, যিবোৰ তথাকথিত অশ্লীলতা দেখিছিলোঁ, সেইবোৰেই মনৰ দাপোণৰ উপাদান। মই তাত কল্পনাৰ ৰহন সনা নাছিলোঁ; অৰ্থাৎ মই তেতিয়াই বাস্তৱক স্বীকাৰ কৰি লৈছিলোঁ, যিটো চল্লিছ বছৰৰ মূৰত আজি সকলোৱে লৈছে। মোৰ অপৰাধ যদি আছে, তেন্তে সময়তকৈ চল্লিছ বছৰ আগবাঢ়ি যোৱাটোৱেই হ'ব পাৰে। এনেবোৰ সাহিত্যৰ উপাদানেৰে মই বুজাব বিচাৰিছো যে ইয়াত অশ্লীলতা বুলিবলৈ আচলতে একো নাই। এয়া খুব স্বাভাৱিক কথা। প্ৰতিজন সুস্থ-সবল মানুহৰ মন আৰু শৰীৰত যৌনতাৰ ভাৱ আছে। প্ৰতিজন সুস্থ মানুহৰ জীৱনতে এনে ধৰণৰ ঘটনা ঘটে। মানুহৰ জীৱনত যি ঘটে, সেয়াই সাহিত্যৰ উপাদান।'

কোনো দিনেই কোনো ক্ষেত্ৰতেই আপোচ নকৰা এইগৰাকী লেখকে আন এবাৰ এই প্ৰসংগত মোক কৈছিল— আপোচ কৰা মানেই নিজত্ব হেৰুওৱা। আপোচ কৰা মানেই নিজৰ জ্ঞান-বিবেক সকলো ত্যাগ কৰি আনৰ ওচৰত আত্মসমৰ্পণ কৰা। সেয়া লাগে সাহিত্য ৰচনাৰ ক্ষেত্ৰই হওক বা যুদ্ধক্ষেত্ৰই হওক। যুদ্ধক্ষেত্ৰত আপোচ বিচাৰে পৰাজয় নিশ্চিত হোৱা পক্ষই। মই জীৱনত কেতিয়াও পৰাজিত পক্ষত থাকিবলৈ শিকা নাই।

তেওঁ আৰু কৈছিল— মই সদায়েই সোঁতৰ বিপৰীতে থাকিবলৈ চেষ্টা কৰোঁ। কাৰণ এটা কথা সদায়েই উপলব্ধি কৰোঁ যে চকুৰ দৃষ্টিগোচৰ হোৱা প্ৰতিটো বস্তুৱেই শুদ্ধ হ'ব নোৱাৰে, শুনি থকা সকলোবোৰ কথাই সঁচা হ'ব নোৱাৰে। সেইবাবেই প্ৰকৃত শুদ্ধ আৰু সঁচাটো উদ্ধাৰ কৰিবলৈ বেছিভাগ ক্ষেত্ৰতেই সোঁতৰ বিপৰীতে গতি কৰে। ওৰেতো জীৱন সাহিত্য চৰ্চা আৰু সাংবাদিকতাই কৰিলোঁ। সাংবাদিকসকলে সদায় 'সোঁতৰ বিপৰীতে' গতি কৰিব লাগে। সোঁতত উটি নগৈ প্ৰকৃত তথ্য উন্মোচন কৰিব লাগে; নহ'লে প্ৰকৃত সঁচা কথাটো কেতিয়াও উদ্‌ঘাটন

কৰিব নোৱাৰি।

এই প্ৰসংগত এটা উদাহৰণ দি বৰকটকীয়ে কৈছিল— ১৯৬২ত হোৱা ভাৰত-চীনৰ যুদ্ধৰ বাবে সদায় চীনকে দোষ দিয়া হয়। কোৱা হয় যে চীনেই প্ৰথমে নিজৰ সৈন্যবাহিনীক ভাৰতত প্ৰৱেশ কৰাৰ নিৰ্দেশ দিছিল। সাংবাদিক নেভিল মেক্সৱেলে সোঁতৰ বিপৰীতে গৈ চীন-ভাৰত যুদ্ধৰ প্ৰকৃত তথ্য উন্মোচন কৰি 'India's China War' নামৰ গ্ৰন্থখনত সেই ধাৰণা ভুল বুলি প্ৰমাণ কৰিছিল। আৰু তাৰ একো বিশ্বাসযোগ্য প্ৰতিবাদ কোনেও কৰিব পৰা নাছিল।

এনে ধৰণৰেই মানুহ পদ্ম বৰকটকী। যাক লৈ আছে বহু কাহিনী। এজন মানুহৰ জীৱনত তেনেকুৱা ঘটনা যে ঘটিব পাৰে ভাবিবই নোৱাৰি। নতুন প্ৰজন্মক কি ক'ব বিচাৰিছিল তেওঁ? কিবা উপদেশ? নাই নাই কৈ মূৰ জোকাৰিছিল তেওঁ। কৈছিল— খলিল জিব্ৰানে বয়স্থসকলক কৈছিল যে নিজে ধনুৰ বাঁওছটাৰ দৰে বেঁকা হৈ, তাত গুণ গাই ভৱিষ্যতলৈ কাঁড় যোৱাদি যাবলৈ নতুন প্ৰজন্মক এৰি দিব লাগে। কাৰণ সেই কাঁড় যিমান ভৱিষ্যতলৈ যাব পাৰিব, সিমানলৈ বয়সস্থসকল কল্পনাতো যাব নোৱাৰে। মই জিব্ৰানৰ সেই উপদেশ মানো। গতিকে নতুন প্ৰজন্মক কোনো উপদেশ নিদিওঁ।

ভৱিষ্যৎ পৃথিৱীয়ে তেওঁক কি হিচাপে মনত ৰাখিলে বৰকটকীয়ে ভাল পাব? এই প্ৰশ্নৰ উত্তৰত তেওঁ মাথোঁ কৈছিল— মোৰ সকলো কৃতকৰ্মই মোৰ যি চিনাকি দিয়ে, সেই চিনাকিৰে। পদ্ম বৰকটকী হিচাপে। ❑

(১৬ মাৰ্চ ২০০৮ 'অগ্ৰদূত'ত প্ৰকাশিত)

# মানুহৰ প্ৰেমিক, তাপস আৰু যোদ্ধা পদ্ম বৰকটকী

অৰূপা বৰুৱা

ওচৰা-ওচৰিকৈ অসমীয়া সাহিত্য আৰু বৌদ্ধিক জগতৰ দুজনকৈ মহাৰথীয়ে পৃথিৱীৰ মায়া এৰি অন্য এক যাত্ৰাৰ বাবে গুছি গ'লগৈ। এজন শীলভদ্ৰ, আনজন পদ্ম বৰকটকী। এওঁলোকৰ কথা স্মৰণ কৰিলেই মনলৈ আহে কবি হীৰেন ভট্টৰ 'স্বদেশ স্বকাল' কবিতাটিৰ স্তৱক এটি—

'মই কবি, কৃতিত্বৰে পাৰ হৈ আহিছো বুৰঞ্জীৰ বহু
ভয়ংকৰ দিন......................
শব্দ মোৰ অবিবেকী যুদ্ধ, মহামাৰী বসন্ত, শব্দ মোৰ
চিৰাচৰিত প্ৰতিকূলতাত আয়ত্তাধীন নিপণতাৰ গুৰুত্বপূৰ্ণ
অকপট তৰোৱাল। মোৰ কোনো আন সত্তা নাই,
শব্দৰ স'তে মোৰ অভিন্ন সংসাৰ; যাৰে, খণ্ড খণ্ড কৰি
তুলি ধৰো ৰক্তাক্ত স্বদেশ স্বকাল;
স্বপ্নৰ নিটোল দেহেৰে গঢ়া অসম্ভৱ ভৱিষ্যত।'

হয়, শব্দ তেওঁলোকৰ বাবে আছিল গুৰুত্বপূৰ্ণ অকপট তৰোৱাল। 'শুভঙ্কৰ সংগীত কিম্বা উচ্চতৰ গণিত।' লেখাৰ শৈলী বা ষ্টাইল, আৰু মনন চিন্তনৰ ধাৰাৰ ফালৰ পৰা কোনো দুজন লেখক অবিকল একে হ'ব নোৱাৰে। আদৰ্শগতভাৱে একে ধাৰাৰ অনুগামী হ'লেও প্ৰতিজন লেখকৰে নিজস্ব চিন্তাধাৰা, প্ৰকাশভংগী, বিশ্বদৃষ্টি আৰু জীৱন অনুভৱ সুকীয়া গুণ-বৈশিষ্টপূৰ্ণ হয়। শীলভদ্ৰ আৰু পদ্ম বৰকটকীও এনে গুণ-বৈশিষ্টসম্পন্ন, একে দৃষ্টিভংগীৰ লেখক নহয়, কিন্তু দুটা কথাত তেওঁলোক দুজন একেধৰণৰ আছিল— প্ৰথমটো, দুয়ো আছিল স্বভাৱজাত লেখক, যি বঁটা-বাহন লাভৰ বাবে, যশ-খ্যাতি আহৰণৰ আশাত লেখা নাছিল। লিখিছিল তেওঁলোকে নিলিখি থাকিব নোৱাৰা কাৰণে। দুয়ো আছিল অতিশয় প্ৰতিভাধৰ সুদক্ষ শব্দ শিল্পী। যাৰ বাবে সৃষ্টিৰ তাড়নাই আছিল তেওঁলোকৰ সাহিত্য ৰচনাৰ অন্যতম মুখ্য কাৰণ। দ্বিতীয়তে, শীলভদ্ৰ আৰু পদ্ম বৰকটকী দুয়োজনেই আছিল তেজ-মঙহৰ জীয়া মানুহ আৰু পৃথিৱীৰ প্ৰেমত গভীৰভাৱে আবদ্ধ, সমৰ্পিত আৰু অকুতোভয় লেখক। কোনে কি দিব, কেনেদৰে ল'ব, কিমান খ্যাতি আহিব

নাহিব এইবোৰৰ হিচাপ কৰি তেওঁলোকে লেখা নাছিল। জীৱনৰ বাটে বাটে আহৰণ কৰা সুখ-দুখৰ অভিজ্ঞতা আৰু অনুভৱক হুবহু চিত্ৰায়িত কৰি গৈছিল দুয়োজনে। দুয়ো আছিল আপোচবিহীনভাৱে মানৱতাবাদী সাহিত্যিক।

পদ্ম বৰকটকীক মই 'মামা' বুলি মাতিছিলো। সৰুৰে পৰা ঘনিষ্ঠভাৱে, পাৰিবাৰিক ঘৰুৱা পৰিবেশত তেখেতৰ সান্নিধ্যলৈ আহিছিলো। তেখেত মোৰ দেউতা ডাঃ জনাৰ্দন বেজবৰুৱাৰ অতিশয় ঘনিষ্ঠ বন্ধু আছিল। নতুন কিতাপ প্ৰকাশ হ'লেই আমি পঢ়িবলৈ পাইছিলো। সৰুৰে পৰা কিতাপ পঢ়ি ভাল পাইছিলো কাৰণে মোক বৰ মৰম কৰিছিল। অসমীয়া সাহিত্যৰ ছাত্ৰী হিচাপে মই বহু নুবুজা বা খোকোজা লগা বিষয় পদ্ম মামাৰ পৰা বুজি লৈছিলো। এইবোৰ বহুদিন আগৰ কথা।

বাতৰি কাকতৰ সম্পৰ্কলৈ আহি অলপ অচৰপ লিখিবলৈ লোৱা পৰত পদ্ম মামাৰ সাক্ষাৎকাৰ লৈছিলো এবাৰ। বহু সময় বহি তেখেতৰ লগত কথা পাতি মোৰ বিশ্বাস দৃঢ়তৰ হৈছিল যে পদ্ম বৰকটকী জীৱন যুদ্ধৰ এক আপোচহীন সাহসী যোদ্ধা। কলম তেওঁৰ শাণিত অস্ত্ৰ আৰু তেওঁ এই অস্ত্ৰেৰেই অকলশৰে অন্যায়-অবিচাৰৰ বিৰুদ্ধে, অমানৱীয় বিধি-ব্যৱস্থাৰ বিৰুদ্ধে আৰু আনকি লিংগ বৈষম্যৰ বিৰুদ্ধেও এক দুৰ্বাৰ, নিৰলস, আপোচহীন আৰু কঠিন যুঁজত অৱতীৰ্ণ হৈছিল। নানা ঘাত-প্ৰতিঘাতৰ মাজতো পদ্ম মামাই বিৰুদ্ধ পৰিস্থিতি, অন্যায়-অনীতিৰ ওচৰত হাৰ মনা নাছিল। আপোচ কৰা নাছিল।

মুখত চিৰাচৰিত সদা প্ৰসন্ন হাঁহিটো আৰু বিশেষ ৰংচঙীয়া টুপীটোৰ সৈতে মৰম লগাকৈ স্নিগ্ধ ব্যক্তিত্বৰ পদ্ম বৰকটকী মানুহজনক দেখিলে কোনেও সহজে বুজিব নোৱাৰিব মানুহজনৰ বুকুৰ ভিতৰখন কিমান গভীৰ ঘাত-প্ৰতিঘাতেৰে ৰাঙলী; কিমান বিৰুদ্ধ প্ৰতিকূল পৰিস্থিতিৰ মাজত মানুহজনে সকলো দুখ বেদনা সহ্য কৰি কৰিও ভাগৰি নপৰাকৈ হাঁহিমুখে মানবীয় প্ৰমূল্যক, অসমীয়া ভাষা-সাহিত্যক বিকশিত, দোষমুক্ত, সুৰক্ষিত কৰাৰ কঠোৰ নিৰলস তপস্যাত মগ্ন হৈ আছে।

পদ্ম বৰকটকীৰ সাহিত্যত, প্ৰবন্ধত, নাটকত, গীতত এই পৃথিৱীত থকা সকলো আছে। প্ৰেম আছে; সুগভীৰ নিঃস্বাৰ্থ প্ৰেমৰ অনাবিল সৌন্দৰ্য, মাধুৰ্য আছে; বিৰহ, প্ৰবঞ্চনা, ত্যাগ তিতিক্ষা আছে; প্ৰেমৰ নামত কেৱল দেহজ বাসনাৰ বল্গাহীন আদিম খেলাৰ চিত্ৰায়ণ আছে; আছে জীৱন-জীবিকাৰ বাবে মানুহে কৰিবলগীয়া হোৱা তীব্ৰ কঠোৰ সংগ্ৰাম; গণবিৰোধী ৰাজনীতি-অৰ্থনীতিৰ স্বৰূপ উদ্‌ঘাটন আৰু প্ৰচ্ছন্ন বিদ্ৰোহ; এক মানবীয় বৈপ্লবিক জীৱন-দৰ্শন; নাৰী আৰু পুৰুষৰ সহজাত মানবীয়

সম্পৰ্কক বীভৎস কৰি তোলা নাৰীবিদ্বেষী পুৰুষতন্ত্ৰৰ মধ্যযুগীয় ভণ্ডামি আৰু শঠতা; মানুহে মানুহক কৰা ভয়াবহ শোষণ-নির্যাতন আৰু তাৰ বিৰুদ্ধে মানুহৰ প্ৰতিবাদ; মানবীয় সম্পৰ্কবোৰৰ মাজত থকা সততা আৰু ভণ্ডামি; আছে শোষণপুষ্ট, ভোগবাদী, অমানবীয় হৈ পৰা সমাজ ব্যৱস্থাৰ বিশাল নির্মম চকাৰ তলত পিষ্ট অগণন মানুহৰ যন্ত্ৰণাজৰ্জৰ অৱস্থা আৰু আৰ্তনাদ—এই সকলোবোৰ।

কিন্তু গুৰুত্বপূর্ণ কথাটো হ'ল নির্মোহভাবে সকলো মানুহ, বস্তু আৰু ঘটনা-পৰিঘটনাৰ স্বৰূপ অনাবৃত কৰি কেতিয়াবা কলাসম্মতভাবে আৰু কেতিয়াবা হুবহু দাঙি ধৰাৰ যি অভিযান তেওঁ আৰম্ভ কৰিছিল তাৰ মাজত তিলমানো নএৰ্থক বা নিগেটিভ চিন্তা পাববলৈ নাই। জীৱনৰ কঠোৰতাই, বাস্তৱৰ নির্মমতাই পদ্ম বৰকটকীৰ চিন্তা-চেতনাৰ পৰা তিলমানো মাধুৰ্য আৰু আস্থা কাঢ়ি নিব পৰা নাছিল।

পদ্ম বৰকটকী মানে যোগাত্মক চিন্তা-চেতনা; পদ্ম বৰকটকী মানে সোঁতৰ বিপৰীতে সাঁতুৰিও ন্যায়, মানবীয়তা আৰু সত্যৰ পথত থকাৰ অচল-অটল সিদ্ধান্ত; পদ্ম বৰকটকী মানে ফলৰ ভঁৰত দোঁ খাই পৰা ফলৱতী বৃক্ষৰ দৰে অনুদ্ধত, বিনীত অথচ আপোচহীনভাবে দৃঢ় কঠোৰ সংগ্ৰামী জ্ঞানী ব্যক্তিত্ব, পদ্ম বৰকটকী মানে মানুহক লৈ মানুহৰ বাবে লেখা এজন অনন্য প্ৰতিভাশালী সমাজচিন্তক, গৱেষক, সাংবাদিক, সাহিত্যিক।

পদ্ম মামাৰ শেষ যাত্ৰাত চামিল হোৱা নাছিলো, কাৰণ অতি কম সময়ৰ ভিতৰতে মা, শাহু-শহুৰ, স্বামীৰ অকাল মৃত্যুৰ পিছত শবদেহ প্ৰত্যক্ষ কৰা আৰু শ্মশান যাত্ৰাত চামিল হোৱাৰ সাহস আৰু দৃঢ়তা মই এতিয়াও অৰ্জন কৰিব পৰা নাই। হয়তো সময়ে মোক মোৰ ব্যক্তিগত দুখ-বেদনা, আঘাত-প্ৰতিআঘাটৰ তীব্ৰতাৰ পৰা মুক্ত হ'বলৈ সহায় কৰিব। Time is the best healer. সময়ে গভীৰ আঘাত আৰু বেদনাকো সহ্যকৰ কৰি তোলে। বেদনা সহ্য কৰাটো অভ্যাস হৈ পৰে। তেনেকুৱা এটা আশাই পুহি ৰাখিছো। কিন্তু মন আৰু আত্মাৰে পদ্ম মামাৰ শেষযাত্ৰাত চামিল হৈছিলো, প্ৰণিপাত জনাইছিলো। মন এতিয়াও গধুৰ হৈ আছে আৰু যিমানেই ভাবিছো সিমানেই মোৰ এই বিশ্বাস দৃঢ়তৰ হৈ গৈ আছে যে পদ্ম মামাৰ দৰে মানুহক আৰু বিশ্ব মানবীয়তাক, স্বদেশ-স্বজাতিক, ভাষা-সাহিত্যক, জনমভূমিক গভীৰভাবে ভালপোৱা আৰু মানুহ তথা দেশৰ সেৱাত আপোচহীনভাবে নিজক সমৰ্পিত কৰা তাপস সাহিত্যিকজন কেতিয়াও পৃথিবীৰ, মানুহৰ, দেশৰ, শব্দ-শিল্পৰ মায়া এৰি চিৰকাললৈ গুছি যাব নোৱাৰে। তেওঁ নানা ৰূপত বাৰে বাৰে আহিব আৰু অব্যাহত ৰাখিব নিজৰ তপস্যা, সাধনা, যুদ্ধ আৰু নিৰ্মাণৰ কাম।

মোৰ বাবে পদ্ম মামা মানে দুৰন্ত আস্থা আৰু আশা; এজন পৰিপূৰ্ণ ব্যক্তি,

এজন সম্পূৰ্ণ মানুহ। সঁচা অৰ্থত পৰৱৰ্তী প্ৰজন্ম আৰু অনুজসকলৰ বাবে 'গুৰুজনা'। এনে এজন মানুহৰ মৃত্যু অসম্ভৱ।

'তোমাৰ কীৰ্তিৰ চেয়ে তুমি যে মহৎ,
তাই ওব জীৱনেৰ ৰথ
পশ্চাদে ফেলিয়া যায় কীৰ্তিৰে তোমাৰ,
বাৰম্বাৰ।।'

নিজৰ কীৰ্তিতকৈও যি উজ্জ্বল আৰু মহৎ; নিজৰ পথিৱ জীৱনকালতকৈও যাৰ যাত্ৰাপথ দীঘল আৰু ঘটনাবহুল; দেশ-কালৰ সীমা অতিক্ৰমি যাৰ হৃদয় মানুহৰ প্ৰেমত মগ্ন; শব্দৰ স'তে যাৰ অভিন্ন অভগণ সংসাৰ— সেইজন স্নিগ্ধ-মধুৰ ব্যক্তিত্বৰ বিপ্লবী শব্দশিল্পী আৰু চিন্তানায়ক পদ্ম বৰকটকী 'মামা'ৰ স্মৃতিত আৰু চৰণত মোৰ শ্ৰদ্ধানত হৃদয়ৰ পুষ্পাঞ্জলি। শোকসন্তপ্ত সহধৰ্মিণী শ্ৰদ্ধেয় মামী আৰু পৰিয়ালবৰ্গলৈ আমাৰ গভীৰ সমবেদনা জনালো। পদ্ম বৰকটকীৰ পত্নী 'মামী' মামাৰ জীৱনৰ সাহস, প্ৰেৰণা আৰু প্ৰেমৰ অনিশেষ উৎস। তেখেতৰ বাবে পদ্ম মামাৰ বিয়োগ কিমান অসহ্য-বেদনাদায়ক এই কথা মৰ্মে মৰ্মে অনুভৱ কৰিছোঁ। এইজনা মহান লেখক, জীৱন সাধক চিৰদিন আমাৰ আৰু অগণন গুণমুগ্ধৰ বাবে প্ৰেৰণাৰ উৎস হৈ ৰ'ব।

(১৬ মাৰ্চ, ২০০৮ 'দৈনিক জনসাধাৰণ'ত প্ৰকাশিত)

( ২ )

## অৰ্ধাংগিনী ইন্দিৰা বৰকটকীৰ দৃষ্টিৰে... বোকাৰ পদুম পদ্ম বৰকটকী

ভণ্ডামিহীন সুন্দৰ মানৱীয় সমাজ এখন গঢ়াৰ স্বপ্ন দেখা ব্যতিক্ৰমী সাহসী লেখকজন গুচি গ'লগৈ। হাঁহি আৰু অশ্ৰুৰ ধেমালি শেষ হ'ল। সহস্ৰজন গুণমুগ্ধ অনুজ, পাঠক, বন্ধু, আত্মীয় বৈ গ'ল মুৰ দোঁৱাই তেওঁৰ প্ৰশংসাত, অকুণ্ঠ শ্ৰদ্ধাত।

নামেই তেওঁৰ পদ্ম আছিল। পদুম বোকাত ফুলে, পংকজাত বাবে পংকজ। বোকাত ফুলা পদুমপাহৰ গাত বোকা নালাগে। পদ্ম বা পদুম নিৰ্মল, স্নিগ্ধ, অমিলন আৰু ঠিক তেনেকুৱাই আছিল পদ্ম বৰকটকী মানুহজন। একেবাৰে নিৰ্ভাজ।

আমি সমস্বৰে তেওঁৰ প্ৰশংসা কৰিলো, বন্দনা কৰিলো। গুণমুগ্ধসকলে হিয়া

উজাৰি শ্ৰদ্ধাঞ্জলি যাচি সাহিত্য সম্ৰাটৰ মুকুট পিন্ধাই বিদায় দিলে। স্বাভাৱিক. কিন্তু যিসকলে ক্ষমতাত থাকিও, নেতৃত্বত থাকিও জীৱনকালত লেখকজনক তেওঁৰ প্ৰাপ্য সন্মান, যথোচিত মৰ্যাদা নিদিলে সেইসকলেও আহি লেখকজনৰ অন্তিম শয়ত মগ্ন নশ্বৰ দেহত পুষ্পাঞ্জলি যাচি মূৰ দোঁৱালেহি। বিনিময় কৰিলে প্লাষ্টিকৰ দুখ। এইসকলৰ শ্ৰদ্ধাঞ্জলি অৰ্থহীন যদিও লোকচক্ষুত, হিচাপত প্ৰশংসকৰ সংখ্যা বাঢ়িল।

এই সকলো কোলাহলৰ পৰা আঁতৰি আমি বিচাৰি গ'লো সেইগৰাকী নাৰীক যি আচলতে চিনি পায়, বুজি পায় পদ্ম বৰকটকী নামৰ সম্পূৰ্ণ মানুহজনক। স্বামী হিচাপে, পিতৃ হিচাপে, লেখক-সমাজচিন্তক, বিদ্ৰোহী শব্দশিল্পী, সাংবাদিক— আদি নানাৰঙী ৰূপত। এই অসামান্য নাৰী, সাহিত্যিকজনৰ পত্নী ইন্দিৰা বৰকটকী। তেওঁৰ শোকাহতা পত্নী। যৌৱনৰ পৰা অন্তিমক্ষণলৈ পদ্ম বৰকটকীৰ জীৱনৰ লগৰী, আটাইতকৈ ঘনিষ্ঠ বন্ধু, প্ৰেৰণাৰ আৰু প্ৰেমৰ অনিশেষ উৎস। ইন্দিৰা বৰকটকীৰ লগত আমাৰ এই কথোপকথন সাক্ষাৎকাৰ নহয়, ইন্দিৰা বৰকটকীৰ দৃষ্টিৰে পদ্ম বৰকটকীৰ অনন্য জীৱনত অভুমুকি বুলিব পাৰি।

এই শোকাকুল সময়ত আমি সাৱধান হ'বগীয়া হৈছিল যাতে মানুহগৰাকীৰ বেদনা আৰু দুখ নবঢ়াও। কিন্তু আমাক আশ্বস্ত কৰি দি তেওঁ স্বাভাৱিক কোমল কণ্ঠৰে স্থিৰভাৱে কৈ গৈছিল স্বামীৰ সৈতে তেওঁৰ জীৱনৰ হাঁহি আৰু অশ্ৰুৰে ভৰা অসামান্য জীৱনৰ কথা।

পদ্ম বৰকটকী মানুহজন ঃ 'মই ইনট্ৰ'ভাৰ্ট, অন্তৰ্মুখী। তেওঁ ঠিক তাৰ ওলোটা। এক্সট্ৰ'ভাৰ্ট, খোলামেলা। উদাৰ। অস্থিৰ। সকলো কথা মুকলিকৈ কয়! কোনোধৰণৰ ভণ্ডামি, সংকীৰ্ণতা নাই। সংসাৰ কৰিও সন্ন্যাসীৰ দৰে ধ্যানত নিমগ্ন। তেওঁৰ কোনো লবী বা গোষ্ঠী নাছিল। অত্যন্ত সৎ, নিৰ্ভীক, সাহসী আছিল। গভীৰভাৱে সমাজৰ কথা চিন্তা কৰিছিল। অসংখ্য বন্ধু আছিল তেওঁৰ। কেতিয়াও নিৰাশাৰ ভাব দেখা নাছিলো। সদায় পজিটিভ্। আশাবাদী। আস্থা হেৰুওৱা নাছিল। ঘৰুৱা সমস্যাই হওক বা দেশৰে— 'চেষ্টা কৰিলেই সমস্যাৰ সমাধান ওলাব। মাত্ৰ আন্তৰিকতা, দৃঢ়তা আৰু সততাৰ প্ৰয়োজন'— বুলি কৈছিল। লেখাই তেওঁৰ জীৱন আছিল। লেখাৰ বাহিৰে আন কোনো বৃত্তিৰ প্ৰতি আগ্ৰহো নাছিল। অথচ অকল লেখাৰ মাজেৰেই অৰ্থ আহৰণ কৰিবলৈ সংকল্প লোৱাৰ বাবেই তেওঁৰ লগতে পৰিয়ালটোৱেও যথেষ্ট আৰ্থিক সংকটৰ সন্মুখীন হৈছিল। কিন্তু তেওঁ আক্ষেপ কৰা নাছিল বা টকা ঘটাৰ সহজ উপায় অৱলম্বন কৰাৰ কথাও ভবা নাছিল এবাৰলৈকো। একেবাৰে সাহিত্যচৰ্চা আৰু সাংবাদিকতাত সমৰ্পণ কৰি দিছিল সমগ্ৰ জীৱন। ব্যতিক্ৰমী মানুহ আছিল তেওঁ। ধৈৰ্য আৰু সাহস দেখি আচৰিতো হৈছিলো— আমাৰো মনলৈ সাহস

আহিছিল। তেওঁৰ ব্যক্তিত্বই আছিল এনেকুৱা যে তেওঁৰ আশে-পাশে থকা কোনেও নিৰাশাবাদী চিন্তা কৰিবই নোৱাৰে। জীৱনৰ প্ৰতি তেওঁৰ দৃষ্টি আছিল বাস্তৱবাদী, সহজ-সৰল আৰু পোনপটীয়া। যিদৰে দেখিছিল-বুজিছিল তাক অকপটে, নিৰ্ভয়ে, হুবহু প্ৰকাশ কৰিছিল। ২০০৭ চনৰ নৱেম্বৰ মাহৰ পৰাহে তেওঁ অলপ শাৰীৰিক-মানসিকভাৱে দুৰ্বল হৈছিল। বহু কাম কৰিবলৈ থাকিলে বুলি আক্ষেপ কৰা আৰম্ভ কৰিছিল।'

## স্বামী হিচাপে কেনেকুৱা আছিল

'কৈছোৱেই তেওঁ অতি সৎ আৰু মৰমীয়াল আছিল। পত্নীক তেওঁ স্বামীৰ আটাইতকৈ ঘনিষ্ঠ আৰু বিশ্বস্ত বন্ধু বুলি ভাবিছিল। কৈছিল— স্বামী-স্ত্ৰী বা পুৰুষ-নাৰীৰ মাজত বন্ধুত্বই নাথাকে তেন্তে সেই সম্পৰ্ক সুন্দৰ হ'বই নোৱাৰে। আৰু বিশ্বাস কৰিছিল যে দুয়োজনে চেষ্টা কৰিলে এটা অতি মধুৰ, প্ৰেৰণাদায়ক আৰু ধুনীয়া সম্পৰ্ক স্থাপন সম্ভৱ। তেওঁ মোৰ সুখ-দুখৰ প্ৰতি খেয়াল ৰাখিছিল। তেওঁক কিবা এটা খাবলৈ দিলেই খবৰ কৰিছিল মই খালো নে নাই। দুয়ো একেলগে নেমু দিয়া ৰঙা চাহ খাওঁ— এতিয়া বৰ মনত পৰিছে, উদং উদং লাগিছে। ... তেওঁনো আচলতে কেনেকুৱা প্ৰথমতে ধৰিবই পৰা নাছিলো। ঘৰে ঠিক কৰি দিয়া বিয়া। বিয়াৰ পিছতহে ভালকৈ লগ পাইছো। আমাৰ দেউতাহঁতৰ ঘৰখনৰ ঠিক ওলোটা নিয়মত চলা সংসাৰ। জন্মৰ ঘৰখন মোৰ আছিল কিছু কনজাৰভেটিভ্। পাৰম্পৰিক জীৱনধাৰা। আচলতে ঘৰখনতকৈ মইহে বেছি গোড়া আছিলো। আনহাতে, তোমাৰ মামা (পদ্ম বৰকটকী)ৰ আছিল একেবাৰে উদাৰনৈতিক, প্ৰগতিশীল। অন্ধ সংস্কাৰমুক্ত মানুহজনৰ জীৱন-যাপনৰ ৰীতিও আছিল মোৰ বাবে আচহুৱা। ৰাতি বাৰ বজালৈকে বন্ধু-বান্ধৱৰ লগত সাহিত্য চৰ্চা, আদৰ্শৰ তৰ্ক-বিতৰ্ক। যেতিয়াই-তেতিয়াই চাহ। সময় নাই অসময় নাই মন গ'লেই লেখা। মই আচৰিত হৈছিলো, ভয়ো খাইছিলো, কেনেকৈ সংসাৰখন চলাম, এনেকুৱা অনিয়মত মানুহ কিমান দিন ভালদৰে থাকিব পাৰে এইবোৰ কথা ভাবি।

তেওঁ সংসাৰ কৰিও সংসাৰত সোমাই পৰা নাছিল। মই সোমাই পৰিলো। বহু ডাঙৰ দায়িত্ব কান্ধত পৰি গ'ল। ডাঙৰ ছোৱালী কন্তৰী জন্মৰ ঠিক ডেৰ বছৰ পিছত দ্বিতীয় সন্তানৰ জন্ম। সংসাৰত মজি গ'লো। তেওঁৰ স'তে বিশেষ বিৰোধ নাছিল যদিও এনেকুৱা এখন সংসাৰত যিটো অৱশ্যম্ভাৱী সংঘাত সেইবোৰ আছিল। সকলো স্বামী-স্ত্ৰীৰ মাজতে থাকে। কিন্তু তেখেতৰ প্ৰতি মোৰ গভীৰ স্নেহ আৰু শ্ৰদ্ধা আছিল বাবে সংসাৰখন ধুনীয়াকৈ চলিছিল। আৰ্থিক অভাৱ-

অভিযোগ থাকিলেও মৰম-স্নেহ বা পাৰস্পৰিক শ্ৰদ্ধাৰ অভাব নাছিল। খকা-খুন্দা লাগিলেও তেওঁ সহজেই পাহৰি যায়।

মোক নোকোৱাকৈ মনে মনে মানুহক ভাত খাবলৈ মাতে আৰু পাহৰি যায়। (হাঁহি) বহুবাৰ এনেকুৱা হৈছিল। মই কিবাকে মেনেজ কৰো। প্ৰথমে খং উঠিছিল, পিছলৈ নুঠা হ'ল। মোক পাকঘৰৰ কামত সহায় কৰিব খোজে, কৰেও। কিন্তু হিতে বিপৰীত হয়, খেলিমেলি কৰি থৈ আহে। এইবোৰ বৰ মধুৰ স্মৃতি।

স্মৰণীয় ঘটনাৰ কথা সুধিছা, বহুত আছে। তাৰে এটা হ'ল— বিয়াৰ পিছত নকইনা লৈ বিখ্যাত বন্ধু লেখক এজনৰ ঘৰলৈ গৈছিল মামাৰা। মোক লেখক বন্ধুৰ পত্নীয়ে ভিতৰলৈ লৈ গ'ল আৰু কথাৰ মাজতে ক'লে— 'এইজনক কিয় বিয়া কৰালা? এই সাহিত্যিকবোৰ অদ্ভুত মানুহ নাজানা?' মইতো হতবাক। কিয় তেনেকৈ ক'লে সুধিলত ক'লে— 'আমাৰ এওঁ মোক এদিন নতুনতে এঘৰত ফুৰিবলৈ লৈ গ'ল। মোক নকইনা হিচাপে ভিতৰলৈ নিলে। এওঁ বাহিৰত বহি কথা পাতি আলোচনাত মগ্ন হৈ পৰিল। বহু সময় পাৰ হ'ল। এওঁ এসময়ত মোৰ কথা পাহৰি মোক তাতে এৰি ঘৰ পালেগৈ। পিছত কথাটো গম পাই মোক আকৌ আহি লৈ গ'লহি। এওঁলোক এনেকুৱা অহৌবলিয়া মানুহ। সংসাৰ কৰা কঠিন।' মোৰ হাঁহিও উঠিছিল আৰু ভয়ো লাগিছিল। মানুহগৰাকীৰ বেদনা পিছত উপলব্ধি কৰিছিলো।

...মোৰ ভাল লগা তেওঁ লিখা প্ৰিয় কিতাপখন হ'ল 'নজ্বলা ধূপৰ ইতিকথা'। সেইখন বহুবাৰ পঢ়িছো। আকৌ পঢ়িব পাৰো। বেয়া লাগে এটা কথা মনত পৰি— তেওঁ কৈছিল— 'আৰু ডেৰ বছৰমান থাকিব পৰা হ'লে কিছু কাম কৰি যাব পাৰিলোহেঁতেন। মোৰ লেখাৰ পৰা বাছি বাছি ভালবোৰ ভালখিনি কমপাইল কৰিবৰ ইচ্ছা আছে। ক'ত হ'বগৈ!'

আমাৰ কথপোকথনৰ মাজতে বৰজীয়ৰী কম্ন'ই ক'লে— 'দাদীৰ প্ৰিয় লেখক আছিল আৰ্নেষ্ট হেমিংৱে। অসমীয়া লেখকৰ ভিতৰত ডিম্বেশ্বৰ শৰ্মা আৰু বেণুধৰ শৰ্মাক খুব শ্ৰদ্ধা কৰিছিল। পিছৰ ফালে মোৰ লগত পৰি জিঅ'ফ্ৰে আৰ্চাৰৰ কিতাপো পঢ়িছিল। অন্য ভাষাৰ ভাল সাহিত্যও পঢ়িছিল বহুত। দাদী অনবৰত লেখা-পঢ়াতেই ব্যস্ত আছিল। অসমীয়া সাহিত্যৰ ভৱিষ্যৎ সম্পৰ্কে আশাবাদী হ'লেও কৈছিল যে বৰ্তমানৰ সাহিত্যত নতুনত্বৰ অভাব ঘটিছে। পৰীক্ষা-নিৰীক্ষা হ'ব লাগে, নতুন চিন্তাৰ উন্মেষ ঘটিব লাগে।'

ইন্দিৰা বৰকটকীয়ে ক'লে— 'কম্ন'ৰ লগতেই বেছিভাগ সাহিত্যৰ কথা আলোচনা কৰিছিল। তেওঁ কিন্তু বেছি সময় বহি লেখা-মেলা কৰিব নোৱাৰিছিল।

বিশ-পঁচিশ মিনিটৰ পিছতে উঠি এবাৰ ঘূৰি-পকি আহি আকৌ বহিছিল। বৰ অস্থিৰ

জীৱন আৰু এটা মজাৰ স্মৰণীয় ঘটনা কি বুলি সোধাত ইন্দিৰা বৰকটকীয়ে ক'লে— 'এবাৰ যোৰহাটৰ বালিগাঁৱত থাকোতে আমি বজাৰ কৰিবলৈ আহিলো। বজাৰৰ ওচৰত তেওঁ স্বনামধন্য হেম বৰুৱাক লগ পালে আৰু বাটৰ কাষতে ৰৈ ইমান দেৰি কথা পাতিলে যে দোকান-পোহাৰ বন্ধ হৈ গ'ল। মোক পাহৰি গ'ল আৰু বজাৰ নকৰাকৈয়ে আমি উভতি আহিলো। এনেকুৱা মানুহজনৰ লগত সংসাৰ কৰা কঠিন আছিল যদিও আমাৰ জীৱন পৰিপূৰ্ণ হৈ আছিল প্ৰেম আৰু সমব্যথাৰে। পাৰস্পৰিক শ্ৰদ্ধাৰে।' শেহত পুৰস্কাৰ সম্বন্ধে ক'লে— 'তেওঁৰ কোনো লবী নাছিল অৰূপা। স্বাধীনচিতীয়া মানুহ। কেতিয়াও পুৰস্কাৰৰ কথা ভাবি, বঁটা-বাহনৰ কথা ভাবি লেখা নাছিল। নোপোৱা বাবে আক্ষেপো কৰা নাছিল। কিন্তু মই ভাবো যে তেওঁৰ প্ৰতি অন্যায় হ'ল। সেইবাবে চুকাফা পুৰস্কাৰটো পোৱা বাবে মোৰ বৰ আনন্দ লাগিছিল। অন্ততঃ জীৱনকালতে প লমকৈ হ'লেও এটা আনুষ্ঠানিক স্বীকৃতি পালে।' ইন্দিৰা বৰকটকী উভতি গৈছিল পদ্ম বৰকটকীৰ সান্নিধ্যত কটোৱা দিনবোৰলৈ আৰু লগতে আমিও।

কথা পাতিছিলো আৰু বহুপৰ। কিন্তু সকলো কথা লেখিবৰ বাবে কাগজত ঠাই নাই। কেতিয়াবা আকৌ এইজনা ব্যতিক্ৰমী সাহসী মহান লেখকৰ জীৱন সংগ্ৰামৰ, শব্দ-শিল্পৰ কৃচ্ছ্ৰ সাধনা, জীৱন দৰ্শন সম্পৰ্কে, তেওঁৰ কৃতী সম্পৰ্কে আলোচনা হ'ব। তেখেতৰ পত্নী ইন্দিৰা বৰকটকী আৰু ছোৱালী কম্ন', কিংকি আৰু পুত্ৰ মাইমনৰ পৰা বিদায় লৈ উভতিবৰ পৰত তেওঁৰ ফুলেৰে সজোৱা প্ৰতিকৃতিৰ সম্মুখত ৰৈ ভাবিছিলো— 'তুমি সঁচাকৈয়ে পংকজ। বোকাৰ পদুম। তোমাৰ পদ্ম নাম সঁচাকৈয়ে সাৰ্থক। ❑

(২১ মাৰ্চ ২০০৮, অসমীয়া প্ৰতিদিনত প্ৰকাশিত)

# নতুন দিশসন্ধানী লেখক প্ৰাপ্য সন্মানৰ পৰা বঞ্চিত

**হীৰেন্দ্ৰ নাথ দত্ত**

পদ্ম বৰকটকী ডাঙৰীয়াক মই যেতিয়া প্ৰথম দেখিছিলো তেতিয়া এজন সুদৰ্শন বুদ্ধিদীপ্ত মানুহক লগ পোৱা মনত পৰে। এবাৰ নে দুবাৰ খন্তেকৰ বাবে কলকাতাত তেওঁক একেবাৰে ডেকা অৱস্থাত লগ পাইছিলো। আকৰ্ষণীয় ব্যক্তিত্বৰ অধিকাৰী বৰকটকীয়ে বহুতকে প্ৰেৰণা দিছে। তেওঁৰ আগৰ উপন্যাসবোৰত প্ৰথাগত ৰীতি-নীতিৰ সীমা অতিক্ৰম কৰি অভিনৱ ধৰণৰ উপন্যাস ৰচনা কৰি তেতিয়াৰ যুৱক-যুৱতীসকলক আহ্লাদিত কৰি ৰাখিছিল। ব্যক্তিত্বৰ তেজস্বিতা তেওঁৰ বিশেষ চাৰিত্ৰিক বৈশিষ্ট্য আছিল। কেৱল কথা সাহিত্যিকেই নহয়, তেওঁ আলোচনীৰ সু সম্পাদকো আছিল। তেওঁৰ দ্বাৰা সম্পাদিত 'আমাৰ প্ৰতিনিধি'ৰ জনপ্ৰিয়তাৰ মূল কাৰণ আছিল তেওঁৰ সু সম্পাদনা। তেওঁৰ কলম কাহানিও থমকি ৰোৱা নাছিল। প্ৰৌঢ় অৱস্থালৈ তেওঁৰ কলম অব্যাহত আছিল, মনৰ শক্তিও অটুট আছিল। মুঠতে চমকিত কৰিব পৰা ব্যক্তিত্বৰ অধিকাৰী আছিল পদ্ম বৰকটকী। তেওঁ আছিল অসমীয়া কথাশিল্পৰ এজন নতুন দিশসন্ধানী লেখক। ❑

(১২ মাৰ্চ, ২০০৮ 'দৈনিক অগ্ৰদূত'ত প্ৰকাশিত)

# পদ্ম বৰকটকীয়ে পেলাই থৈ যোৱা খোজ

**দীপকজ্যোতি বৰুৱা**

**প্ৰা**য় দুই দশক আগতে পদ্ম বৰকটকীয়ে এখন সৰু কলেৱৰৰ উপন্যাস লিখিছিল। নাম আছিল 'শ্ৰীমতী গীতা'। প্ৰকাশিত হৈছিল অধুনালুপ্ত 'আজিৰ সময়' আলোচনীৰ এটি বিশেষ সংখ্যাত। প্ৰগতিবাদী আদৰ্শৰ গীতা নামৰ এগৰাকী নাৰীৰ চৰিত্ৰৰ জৰিয়তে অসমৰ সমাজত প্ৰচলিত হৈ থকা নাৰী আদৰ্শৰ পৰম্পৰাগত চৰিত্ৰটোৰ বিপৰীতে এক ব্যতিক্ৰমী আত্ম-অস্তিত্বৰ প্ৰতি সচেতন-সংবেদনশীল নাৰীৰ চৰিত্ৰক তেওঁ ফুটাই তুলিছিল ইয়াত। 'বিবাহ' তথা বিবাহিত জীৱনত থকা 'হিপ'ক্ৰেছি'ৰ পৰিণতিত নাৰীয়েই আটাইতকৈ বেছি মূল্য ভৰিবলগীয়া হয়। নাৰীয়ে সদায় আত্মত্যাগ কৰিয়েই চলিব লগা হয়, যিহেতু এই আত্মত্যাগৰ আদৰ্শটো সদায়েই সমাজে নাৰীৰ ওপৰত জাপি দি আহিছে। নাৰী সম্পৰ্কত সমাজৰ এই পৰম্পৰাগত ধাৰণাটোৰ বিপৰীতে শ্ৰীমতী গীতাৰ চৰিত্ৰটো অংকন কৰা হৈছে। গীতা দেৱীৰ ব্যক্তিত্বৰ এই ব্যতিক্ৰমী অভিব্যক্তিটোক তেওঁ এইদৰে বৰ্ণনা কৰিছে— 'ঘৰুৱা জীৱনটোত গীতাৰ কাৰ্যকলাপ অগতানুগতিক, ব্যতিক্ৰম বুলিব পাৰি। বিয়াৰ পাছতে এদিন গীতাই মৃদুলক কৈছিল : এখন ইংৰাজী আলোচনীত পঢ়িছিলো, ঘৰত ঘৈণীয়েক থকা হ'লে কলম্বাছে আৱিস্কাৰক হ'ব নোৱাৰিলেহেঁতেন। ঘৈণীয়েকে নিশ্চয় সুধিলেহেঁতেন— ক'লৈ যোৱা? কাৰ লগত যাবা? কিয় যাবা? লগত কোন যাব? কেতিয়া আহিবা? তোমাক যাবলৈ জাহাজ এনেয়ে দিছেনে? তাৰ আঁৰত কোন নাৰী আছে?— ইত্যাদি প্ৰশ্নেৰে কলম্বাছৰ যাত্ৰা বন্ধ কৰি দিলেহেঁতেন। মই সেইবিধৰ ঘৈণীয়েক কেতিয়াও নহওঁ। একেদৰে মই বিচাৰোঁ : মোৰ সকলো মতামত তুমি গ্ৰহণ কৰিব নালাগে; কিন্তু মোৰ মতে চলাৰ স্বাধীনতা মোৰ থাকিব লাগে বুলি তুমি গ্ৰহণ কৰিব লাগে।..... গীতাৰ বিয়াৰ আগতে এজন মনৰ মানুহ আছিল, অসম আন্দোলনৰ এই সক্ৰিয় নেতাজন পুলিচৰ মাৰত আধামৰা হৈ এমাহ মান জীয়াই থাকি মৰিল। সেই এমাহে গীতাই সকলো কাম বাদ দি তেওঁৰ কাষতে থাকি তেওঁক প্ৰতিপাল কৰিলে। পাছত বাপেক-মাকৰ কথামতেই আন এজনক বিয়া কৰালে। কিন্তু মেল-মিটিং, সাহিত্য-সংস্কৃতিৰ কাম-কাজত এতিয়াও তেওঁ জড়িত হৈ থাকিল আৰু গিৰিয়েকে খুব সোনকালেই তেওঁৰ বিৰুদ্ধে বিকুল বজালে।

গীতাই 'অস্তিত্ব'ক বিসৰ্জন নিদিলে আৰু বিবাহ বিচ্ছেদ ঘটাই মৃদুল নামৰ এডভোকেট এজনৰ সৈতে ৰেজিষ্টাৰ কৰি আকৌ বিয়াত সোমালে। কিন্তু গীতা এদিন দুৰাৰোগ্য কেন্সাৰত আক্ৰান্ত হ'ল আৰু নিয়তিৰ ওচৰতো তেওঁ সাহসেৰেই ঠিয় হৈ মৃদুলক মৃত্যুৰ আগতে এইদৰে শপত খুৱালে যাতে তেওঁৰ মৃতদেহটো ফুল জালিৰে সজোৱাৰ ব্যৱস্থা নকৰে অথবা অন্যান্য যিকোনো চিৰাচৰিত বাগাড়ম্বৰবোৰৰ পৰা তেওঁ এই ক্ষেত্ৰত বিৰত থাকে। তাইৰ মতে এনে কাণ্ডবোৰ ভণ্ডামিহে মাথোন। ঔপন্যাসিকে উপন্যাসখন খুব সহজ ভাবে কিন্তু ব্যঞ্জনধৰ্মিতাৰে শেষ কৰিছে এইদৰে— 'মৃত্যু অতি স্বাভাবিক; গীতাও মৰিল; কিন্তু এখন্তেকলৈও কেতিয়াও নাহাৰিল।'

অসমীয়া সাহিত্যত ইমান শক্তিশালী ধৰণৰ 'নতুন নাৰী'ৰ চৰিত্ৰায়ন ঘটা উপন্যাস হয়তো আন এখন নোলাব। অসমীয়া সাহিত্যত বিশেষকৈ উপন্যাসৰ ক্ষেত্ৰখনত আধুনিকতাবাদী তথা প্ৰগতিবাদী জীৱনবোধেৰে সমৃদ্ধ সৃষ্টিৰ ধাৰাটোত এক নতুন মাত্ৰাৰ সংযোজন ঘটাইছিল এই গৰাকী ঔপন্যাসিকে। তেওঁ অকণো আঁৰ-বেৰ নৰখাকৈ আধুনিকতাৰ আগমনত অসমৰ সমাজ জীৱনত ঘটা অনাহূত পৰিবৰ্তন সমূহৰ প্ৰতিফলন ঘটোৱাৰ প্ৰতি বিশেষ তৎপৰ হৈ উঠিছিল তেওঁৰ কাপ-মৈলামৰ জৰিয়তে। এক সামগ্ৰিক শ্লেষাত্মক দৃষ্টিভংগীয়েও কাম কৰি আছিল এই সমগ্ৰ প্ৰক্ৰিয়াটোত অতি সূক্ষ্মভাৱে, যি তেওঁৰ উপন্যাসসমূহক পাঠকৰ বাবে অধিক আকৰ্ষণীয় কৰি তুলিছিল।

আধুনিকতাৰ বিপৰ্যয়ক সাহিত্যৰ মাজেদি প্ৰতিফলিত কৰোৱাই প্ৰকৃততে বৰকটকীৰ দৰে সমাজচিন্তকসকলে অসমীয়া সাহিত্যলৈ এক নতুন ব্যক্তিৰ পথো প্ৰশস্ত কৰি তুলিছিল। অসমীয়া নতুন মধ্যবিত্তৰ মনঃস্তাত্ত্বিক চৰিত্ৰটোক উদঙাই দি তেওঁ অসমীয়া সাহিত্যলৈ এক নতুন মুক্তিৰ স্বাদ আমদানি কৰিছিল।

আধুনিকতাৰ বিপৰ্যয় মানেই আধুনিক মানুহৰ ট্ৰেজেডি। পৰম্পৰাগত ট্ৰেজেডিৰ তত্ত্বৰ পৰা ফালৰি কাটি আহি আন্তঃৰাষ্ট্ৰীয় প্ৰেক্ষাপটত ইতিমধ্যেই আৰম্ভ হৈছিল এই সামাজিক ট্ৰেজেডিৰ সত্যৰ উদঘাটনৰ পৰীক্ষা-সম্পৰীক্ষা। বহুক্ষেত্ৰত আধুনিকতাবাদী লেখক একোজনে নিজৰ মনটোৰ স্বাতন্ত্ৰ্যক অধিক গুৰুত্ব দি সমূহ তাত্ত্বিক অৱধাৰণাৰ পৰা আঁতৰত থাকি নিজৰ ধৰণে গল্প-উপন্যাস লিখাত মনোনিবেশ কৰিলে। বহুক্ষেত্ৰত এক ধৰণৰ নিৰাবেগ পৰিবেশনা/উপস্থাপনাৰ ৰীতিও অনুসৰণ কৰিবলৈ ল'লে অনেকেই। বৰকটকীৰ উপন্যাসতো কিছু পৰিমাণে নিৰাবেগ পৰিবেশনাৰ লক্ষণ দেখা যায়। সেয়েহে তেওঁৰ উপন্যাসত বহু সময়ত এটা সুগঠিত কাহিনী, প্লটৰ অভাৱ লক্ষ্য কৰা যায়। সুষম কাহিনী প্ৰবাহ থকা

মানেই লেখকৰ ব্যক্তিনিষ্ঠতা উপন্যাস বা গল্পত কম-বেছি পৰিমাণে পল্লৱিত হ'বলৈ বাধ্য। প্ৰকৃততে, 'মনৰ দাপোন'তে হওক কিম্বা 'খবৰ বিচাৰি' তেই হওক (এয়া তেখেতৰ সাহিত্যকৃতিৰ মাজৰ দুটা উদাহৰণহে মাত্ৰ) লেখকে সমাৱেশ ঘটাবলৈ চেষ্টা কৰিছে নব্য আধুনিকতাৰ পৰিপ্ৰেক্ষিতত তেওঁৰ চাৰিওফালে ঘটা (আৰু তেওঁৰ দৃষ্টিত ধৰা পৰা) বহু বিচিত্ৰ ঘটনাৰ মাজৰ পৰা নিৰ্বাচিত কিছু তাৎপৰ্যপূৰ্ণ ঘটনাৰ। এনে বিচিত্ৰ ঘটনাৰ সমাবেশে কাহিনী শিথিল বিন্যস্ত কৰি তুলিলেও ঔপন্যাসিকৰ ইয়াক লৈ কোনো মূৰ কামোৰণি হোৱা নাই কাৰণ নিৰ্মোহ, নিৰাৱেগচিত্তে তেওঁ তেওঁৰ অভিজ্ঞতাৰ কথাহে ক'ব খুজিছে। কেন্দ্ৰস্থ ভাৱনাটো যিহেতু ঠিকেই আছে, কাহিনীৰ আপাততঃ শিথিল বিন্যস্তাই যিহেতু তেওঁৰ জীৱনবোধক বাধা দিয়া নাই, তেওঁ তাতে সুখী। প্ৰকৃততে, আধুনিক উপন্যাসত ঘনবন্ধ কাহিনীৰ বিপৰীতে শিথিল বিন্যস্ত কাহিনীৰ এই ধাৰাটোৱে ইতিমধ্যেই এক মৰ্যদা তথা স্বীকৃতি লাভ কৰিছিল। কিন্তু বহু সমালোচকে (তেতিয়াৰ) বৰকটকীৰ ক্ষেত্ৰত এই ধাৰাটোৰ প্ৰভাৱৰ কথাটো যেন অনুধাৱন কৰিব পৰা নাছিল। সমালোচকসকলে এক ধৰণৰ উন্নাসিকতাৰেই যেন ঘোষণা কৰি দিছিল বৰকটকীৰ উপন্যাস সমূহ 'দুৰ্বল' বুলি! এই প্ৰসংগতে উল্লেখ কৰিব পাৰি, হেমন্ত কুমাৰ শৰ্মাই ১৯৬১ চনত আগবঢ়োৱা এটি অভিমত ঃ উপন্যাসৰ লেখীয়া এই গ্ৰন্থকেইখনৰ ..... কাহিনীভাগ দুৰ্বল বুলিয়েই ক'ব লাগিব।' (!)

মন কৰিবলগীয়া, সমালোচক গৰাকীয়ে বৰকটকীৰ উপন্যাসক 'উপন্যাস' বুলি স্বীকৃতি দিবলৈকো কুণ্ঠিত হৈছিল। লগতে বৰকটকীৰ উপন্যাস সমূহত মুক্ত যৌনতাৰ পয়োভৰ ঘটাৰো অভিযোগ উঠিছিল সততে। এঠাইত হেম বৰুৱাইয়ো বৰকটকীৰ উপন্যাসত ঔপন্যাসিকৰ 'morbid excitement'ৰ প্ৰকাশ ঘটাৰ কথা স্পষ্টভাৱে উল্লেখ কৰিছিল। লীলা গগৈয়েও এঠাইত উন্নাসিকতাৰে ঘোষণা কৰিছিল— 'তেওঁৰ উপন্যাসৰ কাহিনী অসংলগ্ন, শিথিল ..... জীৱনৰ গভীৰ দিশ বা ৰহস্য উদ্‌ঘাটনৰ প্ৰচেষ্টা তেওঁৰ উপন্যাসত নাই।'

পিছত, বহুদিন পিছত যেনিবা বৰকটকীৰ প্ৰতি কৰা এই উপেক্ষাসূচক সমালোচনাৰ বিপৰীতে এক সুস্থিৰ, সুবিবেচনাসম্পন্ন বিশ্লেষণ আগবঢ়াই মুনীন বায়নে বৰকটকীৰ ওচৰত থকা অসমৰ ধাৰ অলপ হ'লেও সুজিবলৈ সক্ষম হৈছিল। বায়নে ড° নগেন ঠাকুৰ সম্পাদিত 'এশ বছৰৰ অসমীয়া উপন্যাস' নামৰ গ্ৰন্থত 'পদ্ম বৰকটকীৰ উপন্যাস' শীৰ্ষক এটি প্ৰবন্ধত বৰকটকীৰ উপন্যাসকৃতিৰ সম্পৰ্কত আগবঢ়াইছে এটি আলোকসন্ধানী বিশ্লেষণ। পদ্ম বৰকটকীৰ উপন্যাসৰ বৈশিষ্ট্য সম্পৰ্কত তেওঁ লিখিছে— 'বৰকটকীয়ে বস্তুনিষ্ঠ সাংবাদিকৰ আৱেগহীনতাৰে

অসমীয়া নাগৰিক সমাজৰ বাস্তৱতাত অৱলোকন কৰিছে। তেওঁ হয়তো সাংবাদিক হিচাপে লাভকৰা বৃত্তিগত স্বাধীনতা আৰু সুযোগত ৰাজনৈতিক নেতা-আমোলা-ব্যৱসায়ীসকলৰ জীৱনধাৰা সূক্ষ্মভাবে পৰ্যবেক্ষণ কৰিছিল। সেইবাবেই তেওঁৰ বৰ্ণনাত এক ধৰণৰ সাংবাদিকসুলভ নিৰ্লিপ্ততাও ধৰা পৰে। আৱেগ আৰু বৰ্ণনাবহুল অসমীয়া উপন্যাসৰ ইতিহাসত সেয়ে এই উপন্যাসত্ৰয়ী আৰু বিশেষকৈ 'মনৰ দাপোন'ৰ এক সুকীয়া মূল্য আছে।'

মুঠতে পদ্ম বৰকটকীয়ে নিজৰ ধৰণে লিখিছিল। আনকি তেওঁ যেতিয়া এখন ঐতিহাসিক উপন্যাস লিখিছিল ('কোনো খেদ নাই') তেতিয়াও তেওঁ প্ৰচলিত অৱধাৰণাৰে উক্ত উপন্যাসখন লিখা নাই। তেওঁ এক আধুনিক যুগ সাপেক্ষ মনোভংগীৰে উক্ত উপন্যাসখন লিখিছে। মহেশ্বৰ নেওগে তেওঁৰ এই মৌলিকত্বক অনুভৱ কৰি এইদৰে মন্তব্য দিছিল— 'কোনো খেদ নাই'ত বৰৰজা ফুলেশ্বৰী চৰিত্ৰ লৈ বুৰঞ্জীৰ ঘটনাৰ গঢ় ভাঙি সেই চৰিত্ৰক আধুনিক মনোবৃত্তি দিবৰ যত্ন কৰা হৈছে।'

— এনেবোৰ কাৰণতে পদ্ম বৰকটকীৰ খোজ অসমীয়া সাহিত্যত বলিষ্ঠ তথা ব্যতিক্ৰমী। তেওঁৰ সাহিত্য কৰ্মৰ অফুৰন্ত জনপ্ৰিয়তাৰেই তেওঁ জীৱদ্দশাত প্ৰয়োজনীয় স্বীকৃতি লাভ কৰি গৈছে। পদ্ম বৰকটকীয়ে জীৱনত কি পালে? বহুতেই তেখেতৰ মৃত্যুৰ পাছত এই প্ৰশ্নটোও কৰা দেখা গৈছে। ইয়াৰ উত্তৰ হিচাপে জানো তেওঁৰ কণিকা-উপন্যাস 'শ্ৰীমতী গীতা'ৰ শেষৰ শাৰীটোৰ ভেটিতেই ক'ব পৰা নাযায় ঃ 'কিন্তু তেওঁ এখন্তেকলৈও কেতিয়াও নাহাৰিল.....।' ☐

(২৯ মাৰ্চ, ২০০৮, 'দৈনিক জনমভূমি'ত প্ৰকাশিত)

# সোঁতৰ বিপৰীতে যোৱা লেখকজন...

**মুকুট ভট্টাচাৰ্য**

সোঁতৰ বিপৰীতে শিৰোনামাৰে নিবন্ধ লিখি জনপ্ৰিয় হোৱা সদ্যপ্ৰয়াত পদ্ম বৰকটকীৰ একপ্ৰকাৰ পৰিপূৰ্ণ বয়সতে মৃত্যু ঘটা বুলিব লাগিব। সেয়ে হ'লেও চিৰদিনৰ বাবে সুহৃদ এজন আঁতৰি যোৱাটো স্বাভাৱিকতেই অতি বেদনাদায়ক। প্ৰয়াত বৰকটকীৰ দৰে সৰবৰহী সাহিত্যৰ সাধক এজনৰ বিয়োগ মৰ্মান্তিক আৰু ই সাহিত্য-সংস্কৃতিৰ জগতখনৰ বাবে কৰা ক্ষতি অপূৰণীয়। পৰিয়াল-পৰিজন আৰু ব্যক্তিগতভাবে সম্পৰ্কিতসকলে এনে এজন অগ্ৰণী সাধকক সহজতে পাহৰি যাব নোৱাৰাটোৱেই নিতান্ত স্বাভাৱিক। লেখক জীৱনৰ আৰম্ভনিৰে পৰা সোঁতৰ বিপৰীতে বাট বোলা আৰু গণনাট্য সংঘ তথা সাম্যবাদীসকলৰ স'তে সংযোগ স্থাপন কৰাৰ বাবে তেওঁৰ অৱদান ৰজাঘৰীয়া অনুষ্ঠান-প্ৰতিষ্ঠানৰ দ্বাৰা বৰ বেছি স্বীকৃত বা প্ৰশংসিত হোৱা নাছিল, নোহোৱাটোৱেই স্বাভাৱিক। তেনে অনুষ্ঠানবোৰে তেওঁলৈ তেনেকৈ বঁটা-বাহনো আগ বঢ়োৱা নাই। কাৰণ এইবোৰ নিয়ন্ত্ৰণত ৰখাসকলৰ সৰহসংখ্যক সদ্য স্বাধীন ভাৰতৰ বিভিন্ন আঁচনিৰ মাধ্যমেৰে আগবঢ়োৱা সম্পদেৰে ধনৱন্ত হৈ সমাজত প্ৰতিষ্ঠা লাভ কৰি অন্য এক জীৱনৰ প্ৰয়াসী। সেই সময়ৰ সাহিত্য-সংস্কৃতিৰ প্ৰতিষ্ঠিত অনুষ্ঠান-প্ৰতিষ্ঠানবোৰ এওঁলোকৰ নিয়ন্ত্ৰণত। এনে নতুন ধনী সকলৰ ভণ্ডামী, ভ্ৰষ্টাচাৰ, অনৈতিক কাম-কাজ উদঙাই দিয়া আৰু শ্ৰমজীৱী মানুহৰ জীৱন চিত্ৰিত কৰা বৰকটকীৰ দৰে শিল্প-সাহিত্যৰ সাধকৰ সৃষ্টিক এওঁলোকে গুৰুত্ব নিদিয়াত অস্বাভাৱিকতা একো নাই। বৰকটকীৰ ক্ষুৰধাৰ নিৰ্ভীক লিখনীয়ে যুক্তিবাদী পাঠকৰ মনত বিশেষ প্ৰতিক্ৰিয়া কৰিবলৈ সমৰ্থ হৈছিল। তেওঁৰ প্ৰাৰম্ভিক কালৰ উপন্যাসৰ প্ৰশংসাসূচক সমালোচনা আগ বঢ়াই গণশিল্পী হেমাংগ বিশ্বাসে নতুন নতুন সাৰ্থক ৰচনাৰে সমাজৰ ভণ্ডামি-ব্যভিচাৰ উদঙাই দিয়াৰ আবেদন জনোৱা কথাটোও কম তাৎপৰ্যপূৰ্ণ নহয়। কাৰণ মানৱৰ শোষণমুক্তি আৰু মানুহক প্ৰকৃত মানুহ কৰাৰ প্ৰেৰণা দিয়া শিল্প-সাহিত্যৰ গভীৰ অধ্যয়নপুষ্ট মন এটা প্ৰয়াত বিশ্বাসৰ আছিল আৰু তেওঁ নিজেও তেনে শিল্প-সাহিত্যৰ সৃষ্টিতে আজীৱন ব্ৰতী আছিল। এইজনা গণশিল্পীৰ অসমীয়া সাহিত্য-সংস্কৃতিৰ প্ৰতিও আন্তৰিক শ্ৰদ্ধা আৰু গভীৰ অনুৰাগৰ প্ৰমাণ তেওঁ নিজৰ কামৰ মাজেৰেই প্ৰতিষ্ঠা কৰি গৈছে। তেনে

এজন স্বনামধন্য প্ৰকৃত শিল্পীক (লিখনিৰ মাজেৰে) আকৰ্ষণ কৰিব পৰাটো বৰকটকীৰ বাবে বাস্তবিকতে অতিশয় গুৰুত্বপূৰ্ণ। বিশ্বাসৰ পৰামৰ্শমতেই বৈজ্ঞানিক দৃষ্টিভংগীসম্পন্ন বহুকেইখন কিতাপ অধ্যয়ন কৰি উপকৃত হোৱা বুলি বৰকটকীয়ে কোনোবা এটা লিখনিত নিজেই ব্যক্ত কৰি গৈছে। অসমীয়া সাহিত্যৰ প্ৰায় সকলো বিভাগলৈকে বৰকটকীয়ে মূল্যবান অবদান আগবঢ়াই গৈছে। তেওঁৰ বহুবোৰ লিখাই এতিয়া একপ্ৰকাৰ দুষ্প্ৰাপ্য হৈ পৰিছে। পৰিয়াল-পৰিজনকে ধৰি কোনো প্ৰকাশন সংস্থাই তেওঁৰ ৰচনাসম্ভাৰ পুনৰ মুদ্ৰণ কৰি উলিয়ালে অসমীয়া সাহিত্য-সংস্কৃতিলৈ তেওঁৰ প্ৰকৃত অবদানৰ মূল্যায়ন সম্ভৱপৰ হ'ব। সংশ্লিষ্ট বিষয়টোৰ গুৰুত্বলৈ চাই যথাবিহিত কৰিব বুলি আশা কৰিলো। ৰজাঘৰীয়া আদৰ-আস্বাস নাপালেও সাধাৰণ পঢ়ুৱৈয়ে বৰকটকীৰ সমাজ সচেতন ৰচনা আদৰি ল'ব বুলি আমি আশাবাদী। এই সংক্ষিপ্ত লিখনিৰেই বৰকটকীৰ কৰ্মময় জীৱনৰ প্ৰতি গভীৰ শ্ৰদ্ধা আৰু পৰিয়াল-পৰিজনকে ধৰি শোকসন্তপ্ত সদৌটিলৈকে আন্তৰিক সমবেদনা জনালো। ❑

('দৈনিক জনসাধাৰণ', ২১ মাৰ্চ, ২০০৮)

# নৱগ্ৰহত জুই জ্বলোঁতে......

**হীৰেন শইকীয়া**

নৱগ্ৰহত তেতিয়া জুই জ্বলিছে, এটা জীৱনৰ পৰিসমাপ্তি ঘটিল। জীৱন সংগ্ৰাম-হাস্পতাল-নৱগ্ৰহ—দ্ৰুততাৰে যেন সময়ৰ চকৰি ঘূৰি যায়। পদ্ম বৰকটকীও সেইদিনা পঞ্চভূতত বিলীন হৈ গ'ল, অন্য মৃতকৰ দৰেই। হয়তো তেওঁৰ মৃত্যুত কোনো যুগান্ত ঘটা নাই, অসমৰ সাহিত্য-সংস্কৃতিৰ ইতিহাসৰ কোনো বৰ্ণময় কালৰ সমাপ্তিও ঘটা নাই। তাৰ দাবী কোনেও কৰা নাই, আৰু ভৱিষ্যতে হয়তো কোনেও নকৰিব। নাম-খ্যাতি-যশস্যাৰ বাবে কোনোবাই সাহিত্য চৰ্চা কৰিব পাৰে, কিন্তু সকলোৱে এক পথৰ যাত্ৰী নহয়। পদ্ম বৰকটকীও নিশ্চয়কৈ সেই বিৰল প্ৰজাতিৰ লেখকৰ অন্যতম। জীয়াই থাকোতে তেওঁ কোনো বঁটা-বাহন প্ৰাপ্তিৰ বাবে হামৰাও কৰা কোনেও নুশুনিলে। কাৰণ তেওঁ বঁটা-বাহনৰ কাৰণে ৰাজনীতি কৰাচাম সাহিত্যিকৰ শাৰী তেওঁ পূৰোৱা নাছিল।

নৱগ্ৰহত সেইদিনা বৰকটকীৰ চিতা জ্বলি থাকোঁতে এটা বেচৰকাৰী টি ভি চেনেলৰ সাংবাদিকে বহুকেইগৰাকী প্ৰখ্যাত সাহিত্যিক-সাংবাদিকৰ সাক্ষাৎকাৰ টিভিযোগে সম্প্ৰচাৰ কৰিছিল। বহুজনে বৰকটকীলৈ গভীৰ শ্ৰদ্ধাঞ্জলি নিবেদন কৰিছিল, কোনোৱে স্মৰণ কৰিছিল—তেওঁৰ সান্নিধ্য, তেওঁৰ বিৰল সৃজনশীলতা বা তেওঁৰ আপোচবিহীন কলমৰ প্ৰসংগ উলিয়াইছিল।

সেইদিনা বহুকেইজনে আক্ষেপ কৰা শুনা গ'ল—বৰকটকীৰ বিশাল সাহিত্যকৰ্ম সত্বেও তেওঁ সাহিত্য অকাডেমীৰ দৰে বঁটা লাভ নকৰিলে। এই বঁটা লাভ নকৰাৰ বাবে হয়তো বৰকটকীৰ আক্ষেপ ৰৈ গ'ল—আক্ষেপ ৰৈ যোৱাটোত কোনো অস্বাভাৱিকতা থাকিব নোৱাৰে। কিন্তু বৰকটকীক এই বঁটা প্ৰদান কৰাটো সাহিত্য অকাডেমীৰ সৈতে জড়িত লোকসকলৰ দায়িত্ব আছিল—বঁটা বিচাৰি মানুহৰ ঘৰে ঘৰে ঘূৰি ফুৰাটো তেওঁৰ শিষ্টাচাৰৰ বিৰোধী আছিল। (যি কাম বহু লেখকৰ কাৰণে ভাতৰ লগত পানী খোৱাৰ লেখীয়া)। বৰকটকীয়ে বঁটা লাভ নকৰাৰ বাবে আক্ষেপ কৰোঁতাসকলৰ ভিতৰত সাহিত্য অকাডেমীৰ বাছনি কমিটিৰ সদস্যও আছিল। প্ৰশ্ন হ'ল—জীৱন কালত বৰকটকীক সাহিত্য অকাডেমীৰ স্বীকৃতি দিয়াত ব্যৰ্থ এই সাহিত্যিকসকলে 'চিতা জ্বলাৰ সময়ত

আক্ষেপ কৰাৰ কোনো যুক্তি থাকিব নোৱাৰে। আক্ষেপ নহয়, তেনে অভিমানেৰে বৰেণ্য লেখকজনক অপমানিতহে কৰা হ'ল; যি কথা নৱগ্ৰহত মনত নপৰি মনত পৰিব লাগিছিল বঁটা কমিটিৰ মিটিঙত, সেই কথা মনত পৰিল বৰকটকীয়ে পঞ্চভূতত বিলীন হৈ যোৱাৰ সময়ত।

এনে বহু উদাহৰণ দিব পৰা যায়, কিন্তু অকৃতজ্ঞ জাতি এটাৰ বাবে এনে হাজাৰ উদাহৰণ কোনো আহে যায় নাই!! ❑

(২১ মাৰ্চ ২০০৮ 'আমাৰ অসম'ত প্ৰকাশিত)

# এগৰাকী সব্যসাচী লেখক

প্ৰদীপ শৰ্মা

সদ্য প্ৰয়াত পদ্ম বৰকটকী আছিল এগৰাকী মধ্যবিত্তসুলভ চিন্তা-চৰ্চা আৰু ধ্যান-ধাৰণাৰ পৰা মুক্ত উদাৰ লেখক। এই বৈশিষ্ট্য তেখেতৰ লেখাসমূহত বিভিন্ন সুকীয়া সুকীয়া ধাৰাৰে প্ৰৱাহিত হোৱা দেখা যায়। তেখেতৰ সমসাময়িক লেখককুলৰ অধিকাংশই নিজৰ গল্প-উপন্যাসত ৰোমান্তিকধৰ্মী ভাবালুতা প্ৰকাশ কৰাৰ বিপৰীতে বৰকটকীয়ে তেখেতৰ বিখ্যাত 'ৰঙা ৰঙা ৰং' উপন্যাসখনত উপজীব্য কৰি লৈছিল লোকায়ত দৰ্শনক। সমাজবাদী আদৰ্শেৰে অনুপ্ৰাণিত এগৰাকী লেখকক আমি লগ পাওঁ এই উপন্যাসখনত। শোষণকাৰীৰ চৰিত্ৰ উদঙাই দি শোষিতসকলক শ্ৰেণীসংগ্ৰামৰ বাবে প্ৰেৰণা যোগোৱা এই উপন্যাসখন অসমীয়া সাহিত্যত এক উল্লেখযোগ্য সৃষ্টি হিচাপে সদায় পৰিগণিত হৈ থাকিব। বৰকটকীৰ 'কোনো খেদ নাই' নামৰ উপন্যাসখনতো লেখকৰ প্ৰগতিশীল মতাদৰ্শৰ প্ৰতিফলন আমি দেখিবলৈ পাওঁ। বৰকটকীৰ লেখাত ফুটি উঠা দ্বিতীয় বৈশিষ্ট্যটো হ'ল এয়ে যে নৰ-নাৰীৰ সম্পৰ্ক আৰু প্ৰেমক তেখেতে সদায় বাস্তৱবাদী দৃষ্টিভংগীৰে ৰূপদান কৰিছে। প্ৰেমৰ কল্পনা বিলাস আৰু পেনপেনীয়া ৰূপতকৈ ইয়াৰ বাস্তৱৰ কাষ চপা ৰূপটোহে আছিল তেখেতৰ পছন্দ। সেয়ে তেখেতৰ বিভিন্ন উপন্যাস আৰু গল্পত আমি অনুভৱ কৰো এক অনিবাৰ্য যৌনতাৰ উপস্থিতি। 'মনৰ দাপোন', 'খবৰ বিচাৰি', 'লাজে য'ত লাজ কৰে', 'অবিবাহিতাৰ মন' আদি উপন্যাসত আমি সেয়ে লগ পাওঁ এগৰাকী মনোবিশ্লেষক লেখকক। যিগৰাকী এজন শৱব্যৱচ্ছেদকৰ দৰে পাঠকক ব্যৱচ্ছেদ কৰি দেখুৱাইছে ব্যক্তিমনৰ সূক্ষ্মাতিসূক্ষ্ম অংশসমূহ আৰু তেনেকৈয়ে তেখেতে পৰ্যায়ক্ৰমে উন্মোচন কৰিছে এখন সমাজক। শক্তিশালী লেখকগৰাকীয়ে পৰোৱা নকৰে সমাজৰ ৰক্ষণশীল নীতি নিয়ম বা আদৰ্শক। সেয়েহে সহজেই তেওঁৰ গল্প সংকলনত নাম হয় 'অশ্লীল', 'ৰীতাৰ প্ৰেম', 'বিয়াৰ প্ৰথম নিশা' আদি। পদ্ম বৰকটকীয়ে বিচৰণ কৰা সাহিত্যৰ ক্ষেত্ৰখন আছিল বিশাল। বহুতো লেখকৰ দৰে তেখেতেও কবিতাৰ মাধ্যমেৰেই সাহিত্যত প্ৰৱেশ কৰিছিল যদিও সোনকালেই তেখেতে আপোন কৰি ল'লে উপন্যাস আৰু গল্পক। কিন্তু তেখেতৰ

সব্যসাচী কলম ইয়াতেই আবদ্ধ নাথাকিল। যথেষ্টসংখ্যক নাট আৰু অনাতাঁৰ নাটৰ লগতে তেখেতে ৰচনা কৰিলে ভ্ৰাম্যমাণৰ বাবেও পূৰ্ণাংগ নাটক। এই প্ৰংগতে উনুকিয়াই থব পাৰি যে ভ্ৰাম্যমাণৰ বাবে তেখেতে ৰচনা কৰা নাটক ‘শ্ৰীশংকৰদেৱ’ হ’ল মহাপুৰুষগৰাকীক তেজ-মঙহৰ মানুহৰূপে সাহিত্যত প্ৰকাশ কৰাৰ প্ৰথম প্ৰচেষ্টা। পদ্ম বৰকটকীয়ে বিশ্ব সাহিত্যৰ কেইবাখনো জনপ্ৰিয় তথ্যা উল্লেখযোগ্য গ্ৰন্থও অসমীয়ালৈ অনুবাদ কৰিছে। বৰকটকী ডাঙৰীয়াৰ অনুবাদ ইমানেই সাৱলীল যে টিপি লক্‌লিনৰ দৰে শিশু চৰিত্ৰই কিশোৰ পাঠকৰ উপৰি আন সকলকো মূলৰ দৰেই সমানে আকৰ্ষণ কৰে। পদ্ম বৰকটকী একাধাৰে এগৰাকী লেখক আৰু সাংবাদিক। বিখ্যাত 'Hindustan Standard'ৰ Feature Writer বা তাৰো আগেয়ে 'The Assam Tribune' কাকতৰ শ্বিলঙৰ সংবাদদাতা হিচাপে কাৰ্যনিৰ্বাহ কৰা বৰকটকীয়ে পিছলৈ সম্পাদনা কৰে ‘আমাৰ প্ৰতিনিধি’, ‘নতুন প্ৰতিনিধি’, ‘ইস্তাহাৰ’, ‘আজিৰ সময়’ আদি বিভিন্ন আলোচনী আৰু কাকত। তেখেতৰ সম্পাদনাৰ এটা বৈশিষ্ট্য আছিল এয়ে যে নতুন লেখক সৃষ্টিৰ উপৰি তেখেতে বিজ্ঞানমনস্ক লেখা-মেলা প্ৰকাশত গুৰুত্ব দিছিল। মাৰ্ক্সবাদী আদৰ্শৰ বিচাৰ বিশ্লেষণো তেখেতে প্ৰকাশ কৰিছিল। পদ্ম বৰকটকীৰ সাহিত্যৰ স্থায়িত্ব সময়ে বিচাৰ কৰিব যদিও অসমীয়া পাঠকে তেখেতক এগৰাকী নিৰ্ভীক, আপোচবিহীন, মুক্ত মনৰ প্ৰগতিশীল লেখক হিচাপেই মনত ৰাখিব, যিগৰাকী আছিল যিকোনো প্ৰতিষ্ঠানিক স্বীকৃতি বা পুৰস্কাৰৰ লোভৰ উৰ্ধ্বত। ❑

(১৩ মাৰ্চ, ২০০৮, ‘আজিৰ দৈনিক বাতৰি’ত প্ৰকাশিত)

# পদ্ম বৰকটকীৰ মৃত্যুত এক অনুভৱ

**খগেন্দ্ৰনাথ শৰ্মা**

যোৱা ১১ মাৰ্চত এজন বিশিষ্ট সাহিত্যিক পদ্ম বৰকটকীৰ পৰলোকপ্ৰাপ্তি ঘটে। সাহিত্য সৃষ্টিৰ মূল সুঁতিৰ পৰা আঁতৰত থাকি সোঁতৰ বিপৰীতে সাহিত্য-কৰ্মকে জীৱনৰ ব্ৰত হিচাপে লোৱা এই বৰেণ্য ব্যক্তিজনৰ লগত মোৰ ব্যক্তিগতভাৱে সংযোগ ঘটিছিল শেহতীয়াকৈ বৰকটকীদেৱ 'নতুন দৈনিক' কাকতৰ সম্পাদক হৈ থকা অৱস্থাত। প্ৰথম সাক্ষাততে আমাৰ ধাৰণা সলনি হৈ গৈছিল সাহিত্যিকগৰাকীৰ প্ৰতি। বাৰ্ধক্যই হাৰমনা, বয়সে আঁচোৰ পেলাবলৈ যেন ভয় কৰা এক সতেজ ব্যক্তি। তেখেতক লগ ধৰাৰ মোৰ এক উদ্দেশ্য আছিল, বৰকটকী ডাঙৰীয়াৰ এক অনুপম সৃষ্টি 'ৰঙা ৰঙা ৰং' উপন্যাসখনি। উপন্যাসখনি বোধহয় কিছু ব্যতিক্ৰমী। বৰকটকী ডাঙৰীয়াই মোৰ আগ্ৰহৰ শলাগ ল'লে। তেখেতৰ গুণগ্ৰাহী পাঠকৰ সংখ্যা বিচাৰ কৰিবলৈ গ'লে সাহিত্যিক হিচাপে তেখেতৰ স্থান 'অসম সাহিত্য সভাৰে' সভাপতি পদ অলংকৃত কৰি যোৱা কাৰোবাতকৈও হয়তো বহু উৰ্ধ্বত। যাৰ কাৰণে বৰকটকী ডাঙৰীয়াই জীৱিত অৱস্থাতেই বহু সন্মান পাব লাগিছিল। কিন্তু নাই। কোনো উল্লেখযোগ্য সন্মানেৰে সন্মানিত কৰা নহ'ল তেখেতক! সৌ সিদিনা মাত্ৰ আগবঢ়োৱা হ'ল চুকাফা বঁটা। বঁটা-বাহনৰ প্ৰতি স্বাভাৱিকতেই নিস্পৃহ আছিল তেখেত। পালে পালো নাপালে নাই— এনে ধাৰণাৰেই বোধহয় তেখেতে মাথোঁ সৃষ্টি কৰি যায় সাহিত্যৰ। 'সাংবাদিক-সাহিত্যিক' বোলা এজন সাৰ্থক ব্যক্তি আছিল তেখেত। এই বৰেণ্য সাহিত্যিকজন সঁচাই এক সৰল-সহজ ব্যক্তি বুলি প্ৰথম সাক্ষাততে বোধগম্য হয়। কোনোবাই তেখেতক উপেক্ষা কৰিছে নেকি? এই কথাক লৈ যেন মুঠেও ব্যগ্ৰ নহয় তেখেত। মাথোঁ ভাবে কিবা এটা সৃষ্টি কৰাৰ কথা, কিবা এটা লিখি যোৱাৰ কথা। বৰকটকী ডাঙৰীয়াৰ আচৰণে বাৰুকৈয়ে মোহিত কৰিছিল তৰুণ প্ৰজন্মক। কোনো যেন বাৰ্ধক্যৰ চাপ নাই তেওঁৰ অভিব্যক্তিত। সেয়েহে বোধহয় জীৱনৰ আশীটা দশক গৰকি শেষ সীমনাত বৈ আগলৈ চাই থকা পদ্ম বৰকটকীৰ ম'বাইলত বাজি উঠে নতুন প্ৰজন্মৰ প্ৰিয় জুবিন গাৰ্গৰ ৰোমাণ্টিক গীত।

*—তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক।* ❑

**(৬ এপ্ৰিল, ২০০৮ 'সম্ভাৰ'ত প্ৰকাশিত)**

# পদ্মদা আৰু 'অগ্ৰদূত'ৰ সম্পাদকৰ কোঠাটো

জিতুমনি বৰা

পৃথিবীত এনে কিছু ব্যক্তি আছে যি বয়স হ'লেও বুঢ়া নহয়। ইয়াৰ বিপৰীতে, পৃথিবীত এনে কিছুমান লোক আছে যি বয়স নোহোৱাকৈ বুঢ়া হৈ যায়। পদ্ম বৰকটকী প্ৰথম শ্ৰেণীৰ ব্যক্তিৰ তালিকাত পৰে। বয়সৰ লেখেৰে পদ্ম বৰকটকীয়ে ৮২ বছৰত ভৰি দিছিল। আমাৰ সমাজত কুৰিত বুঢ়ী হোৱা বা আঢ়ৈ কুৰিত সন্যাস লোৱা ধাৰণাৰ বিপৰীতে চাৰি কুৰিৰ দেওনা গৰকাৰ পাছতো পদ্ম বৰকটকীয়ে কলেজীয়া যুৱকৰ দৰেই মনে-প্ৰাণে সতেজ হৈ আছিল। ইয়াৰ কাৰণ হয়তো হ'ব পাৰে পদ্ম বৰকটকীয়ে নিজকে অনবৰত সৃষ্টিশীল কামত ব্যস্ত ৰাখিছিল। এই ব্যস্ততা আন একো নহয় লেখা-মেলাৰ জৰিয়তে নিজকে অনবৰত ব্যস্ত ৰখাত বুঢ়া হ'বলৈ সময়ে নাপালে। দ্বিতীয়তে, পদ্মদাৰ (আমি তেনেকৈয়ে মাতিছিলো) ঘনিষ্ঠ তথা বন্ধু-বান্ধৱৰ অধিকাংশই ডেকা চানেকীয়া। মানুহ বুঢ়া হৈ মৰে, কিন্তু পদ্মদা বুঢ়া নোহোৱাকৈয়ে যোৱা ১১ মাৰ্চৰ দিনা ইহজগতৰ পৰা গুচি গ'ল। মৃত্যুৰ কেইদিনমানৰ পূৰ্বে মানে জি এন আৰ চি হাস্পটালত ভৰ্তি হোৱাৰ আগে আগে মই আৰু বৰমুদৈদা (বিশিষ্ট নিবন্ধকাৰ ললিত বৰমুদৈ) পদ্মদাৰ খানাপাৰাৰ ঘৰটোলৈ গৈছিলো। নিশা ন মান বজাত যাওঁতে বৰমুদৈদাই বাটৰ দোকানৰ পৰা দহখনমান তামোল চাদা-চূণ মিহলাই কিনি লৈছিল। কিয়নো পদ্মদাৰ লগত আড্ডা যিহেতু দীঘলীয়া হ'ব গতিকে সেইকেইখন তামোল লাগিবই। নিশা যেতিয়া পদ্মদাৰ ঘৰ পালোগৈ তেতিয়া পদ্মদাই নিজৰ টেবুলত বহি আছিল। দুদিনৰ পাছতে দৈনিক কাকত এখনৰ কাৰণে দিব লগা লেখাটো তেতিয়ালৈকে লিখা নাই। লিখাৰ কাৰণে কলম, কাগজ-পত্ৰ সাজু কৰি থৈছে যদিও বিষয়টোহে নিৰ্বাচন কৰিবলৈ বাকী থকা বুলি আমাক কৈছিল।

পদ্মদাৰ ঘনিষ্ঠ মহলে জানে যে তেওঁৰ লগত সদায় এটা সৰু বাকচ লৈ ফুৰে। বাকচটোত তামোল-পাণ, চাদা, চূণ, জৰ্দা, চুফাৰি আদি ভাগে ভাগে সজাই থোৱা থাকে। পদ্মদাৰ সৰু বাকচটোত থকা তামোলখনৰ সোৱাদেই বেলেগ। গতিকে দোকানৰ পৰা কিনি নিয়া বৰমুদৈদাৰ দহখন তামোল এনেয়ে পৰি থাকিল, আমি তিনিওজনে পদ্মদাৰ বাকচৰ তামোলহে ইখনৰ পিচত সিখন খালো। অসমীয়া সাহিত্যৰ এইগৰাকী অনন্য সাহিত্যিকক প্ৰথম দেখা পাইছিলো অগ্ৰদূতৰ কাৰ্যালয়তে। নিজেই গাড়ী চলাই নিয়মীয়াভাবে অগ্ৰদূতৰ কাৰ্যালয়লৈ আহিছিল। ৯০

দশকৰ আগ ভাগৰ কথা। সেই সময়ত অগ্ৰদূতৰ সম্পাদকৰ কোঠাটো ৰাজ্যৰ দিগগজ সাহিত্যিক-সাংবাদিকৰ লগতে ৰাজনীতিকৰো আড্ডাৰ স্থলত পৰিণত হৈছিল। গল্প সম্ৰাট চৈয়দ আব্দুল মালিক, লক্ষ্যধৰ চৌধুৰী, মেদিনী চৌধুৰী, গোলাপ বৰবৰা, সতীশ কাকতি, হেৰম্ব বৰপূজাৰী, বেদব্ৰত বৰুৱা, দুলাল বৰুৱা, হেমেন দাস, ড° মুকুন্দ মাধৱ শৰ্মা, নৰেশ ৰাজখোৱা, পদ্ম বৰকটকী, ড° লক্ষীনন্দন বৰা, হেমেন্দ্ৰ প্ৰসাদ বৰুৱা আদিৰ দৰে প্ৰথিতযশা লোকসকলক আমি সম্পাদকৰ কোঠাতে অতি ওচৰৰ পৰা পোৱাৰ সৌভাগ্য হৈছিল। ৰাজনৈতিক, সামাজিক, সাহিত্য, সাংবাদিকতাকে ধৰি নানা বিষয়ৰ ওপৰত আমাৰ ছাৰৰ স'তে আলোচনা কৰা আমি দেখিছিলো। অগ্ৰদূতক কিদৰে আৰু এখোজ আগুৱাই নিব পাৰি সেই বিষয়েও এইসকল দিগগজে ছাৰক পৰামৰ্শ দিয়া দেখিছিলো।

পদ্মদাই তেতিয়া 'অগ্ৰদূত'ৰ 'সোঁতৰ বিপৰীতে' শিৰোনামা দি এলানি প্ৰবন্ধ লিখিছিল। পদ্মদাৰ ফটোৰ স'তে নামটো দিয়া হৈছিল তেওঁৰ সেই চিৰপৰিচিত চহীটোৰে। তিনিদিনীয়া 'অগ্ৰদূত'ত প্ৰকাশিত সেই লানি লেখা পঢ়ুৱৈৰ মাজত অতি জনপ্ৰিয় হোৱাৰ লগতে পদ্মদাকো ৰাইজৰ মাজত অন্য ধৰণে পৰিচয় কৰাই দিবলৈ সক্ষম হৈছিল।

লখীমপুৰ নে ধেমাজিৰ এখন সভাত যোগ দিবলৈ যাওঁতে সভাৰ উদ্যোক্তা সকলে পদ্মদাক ৰাইজৰ স'তে চিনাকি কৰি দিছিল তিনিদিনীয়া অগ্ৰদূতৰ 'সোঁতৰ বিপৰীতে' লেখা মানুহজন বুলি। প্ৰসংগক্ৰমে পদ্মদাই কৈছিল মই ইমান কেইখন কিতাপ লিখিলো,কোনেও মোক অমুক কিতাপখনৰ লেখক বুলি পৰিচয় নিদি অগ্ৰদূতৰ 'সোঁতৰ বিপৰীতে'ৰ লেখক হিচাপে পৰিচয় কৰি দিয়াত কাকতখনৰ জনপ্ৰিয়তাৰ শলাগ লয়।

অকলশৰীয়াকৈ পদ্মদাক লগ পালেই প্ৰায়েই আলোচনা কৰো কলকাতাৰ দিনবোৰৰ কথা। আমাৰ প্ৰতিনিধি, নতুন প্ৰতিনিধি, ভূপেন হাজৰিকাৰ সংগ আদিৰ বিষয়ে পদ্মদাৰ পৰা বহু ভিতৰুৱা খবৰৰ গম লওঁ। আড্ডাবাজ পদ্মদাৰ মুখত কেতিয়াও অহংকাৰ, কাৰোবাক তাচ্ছিল্য কৰি কোৱা কথা আৰু কাম কেতিয়াও দেখা পোৱা নাছিলো। মৃত্যুৰ পাছত শিৰত তুলি লোৱা এইগৰাকী সাহিত্যিকৰ ব্যক্তিগত জীৱনতো আৰ্থিক অভাৱ আঁতৰ নহ'ল। ক'তো চাকৰি নকৰাকৈ কেৱল লিখিয়েই ভাত. মোকলোৱা সাহিত্যিক আছিল পদ্ম বৰকটকী। মৃত্যুৰ পাছতহে গম পাইছিলো জ্যোতিপ্ৰসাদ আগৰৱালাৰ স্মৃতিত শিল্পী দিৱস আৰু প্ৰথম আহোম স্বৰ্গদেউ চুকাফাৰ স্মৃতিত চুকাফা বা অসম দিৱস উদ্‌যাপনৰ প্ৰথম আহ্বান দিয়া মানুহজনেই আছিল পদ্মদা। তাৎপৰ্যপূৰ্ণভাৱে এইবাৰ দুই ডিচেম্বৰত অসম জুৰি

অসম সাহিত্য সভাৰ উদ্যোগত চুকাফা দিৱস উদ্‌যাপন কৰা হৈছিল। সাহিত্য সভাই কেন্দ্ৰীয়ভাবে গুৱাহাটীত আয়োজন কৰিছিল এই দিৱস। তিনি ডিচেম্বৰৰ দিনা পদ্মদাই মোক ফোন কৰি কৈছিল যে বোধহয় অসম সাহিত্য সভাৰ উদ্যোগত এই প্ৰথমবাৰৰ কাৰণে চুকাফা দিৱস ৰাজ্যজুৰি উদ্‌যাপন কৰা হয়। সেয়ে সাহিত্য সভাক ইয়াৰ কাৰণে প্ৰশংসা কৰিব লাগে বুলিও পদ্মদাই মুকলিকৈ মন্তব্য কৰিছিল।

কিছুমান কথা মুকলিকৈ কোৱা পদ্মদা ১১ মাৰ্চৰ দিনা ঢুকাল। পদ্মদাৰ মৃত্যুত অসমে কি হেৰুৱালে নাজানো আমি হেৰুৱালো এজন চিৰ তৰুণ মনৰ সাহিত্যিক আৰু সাংবাদিকক। ❑

**(অগ্ৰদূত, ২১ মাৰ্চ, ২০০৮ ত প্ৰকাশিত)**

# অসমীয়া সাহিত্য আৰু সাংবাদিকতাত পদ্ম বৰকটকী

বিজনলাল চৌধুৰী

১৯২৬ চনত যোৰহাটৰ ৰজাহাউলীত সূৰ্যধৰ বৰকটকী আৰু বিনন্দী দেবী বৰকটকীৰ পুত্ৰ পদ্মধৰ বৰকটকীৰ জন্ম হৈছিল। যোৰহাটৰ বালিগাঁৱৰ জগন্নাথ বৰুৱা বিদ্যালয়, চৰকাৰী বালক বিদ্যালয় আৰু বেজবৰুৱা হাইস্কুলত জীৱনৰ প্ৰথম পৰ্বৰ সৰস্বতী বন্দনা সমাপ্ত কৰে। কলেজীয়া শিক্ষা ল'লে জগন্নাথ বৰুৱা মহাবিদ্যালয় আৰু দৰং মহাবিদ্যালয়ত। ১৯৪২ চনৰ ব্ৰিটিছ শাসন বিৰোধী সংগ্ৰামত পদ্ম বৰকটকীয়ে সক্ৰিয়ভাবে আগ বাঢ়িছিল। প্ৰথম যৌৱনৰ উদ্যম আৰু উৎসাহত তেওঁ ব্যাপক জনগণৰ শক্তিৰ স্ফুৰণ আৰু সংগ্ৰামৰ ৰূপ দেখিছিল। সম্ভৱতঃ সেই সংগ্ৰামী সত্তাই পদ্মধৰ বৰকটকীৰ ব্যক্তিত্ব গঢ় দিয়াত অৱদান যোগাইছিল। সাহিত্যিকেই হওক নাইবা ৰাজনীতিজ্ঞই হওক বা সাংবাদিকেই হওক সংগ্ৰামী মানুহেই অন্য সহস্ৰ মানুহৰ অফুৰন্ত প্ৰেৰণা হ'ব পাৰে। পদ্ম বৰকটকীয়ে প্ৰথমে সাংবাদিক ৰূপেই আত্মপ্ৰকাশ কৰে ১৯৪৮ চনত। তেওঁ 'আছাম ট্ৰিবিউন'ৰ সৈতে জড়িত সংবাদসেৱক আছিল। ১৯৫৫ চনত 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড'ৰ তেওঁ নিয়মীয়া লেখক হৈছিল। ইংৰাজী ভাষাৰ দক্ষতাৰে তেওঁ সৰ্ব-ভাৰতীয় সংবাদপত্ৰত নিজৰ প্ৰতিভাৰ পৰিচয় দিব পাৰিছিল। অসমৰ তেতিয়াৰ ৰাজধানী ছিলঙত থাকিয়েই তেওঁ আকাশবাণী কেন্দ্ৰত গীত আৰু নাট ৰচিছিল। সৃষ্টিশীল মনৰ অধিকাৰী পদ্ম বৰকটকীয়ে তেতিয়াই ৰচিত গীতৰ সংকলন 'সপোন দেখো মই' প্ৰস্তুত কৰিছিল। এই কালছোৱাৰ পৰা আৰম্ভ হৈছিল তেওঁৰ আৰ্থিক সংকটৰ যুগ; সম্ভৱতঃ একেবাৰে শেষ পৰ্যায়লৈ আৰ্থিক সংকটৰ সৈতে তেওঁৰ যুঁজ-বাগৰ চলি আছিল; কিন্তু তেওঁ ক'তো পৰাজয় স্বীকাৰ কৰা নাই। কেতিয়াবা হয়তো স্কুলীয়া পাঠ্যপুথি ছপায়ো ধন গোটাইছিল; সৌ সিদিনালৈ নতুন ৰাজধানী দিছপুৰৰ বিধায়কসকলৰ কোৱাৰ্টাৰত চকী-মেজ আদি নিৰ্মাণ কৰি দিও ধন উপাৰ্জন কৰিবলগীয়া হৈছিল; কেতিয়াবা নিজ হাতে ৰেশুাও টানিছিল। এইবিলাক খবৰ আজি তেওঁৰ মৃত্যুৰ পিছতহে প্ৰকাশ পাইছে। অথচ তেওঁ আছিল এজন প্ৰতিভাশালী সাহিত্যিক। আমি যেতিয়া হাইস্কুলীয়া শিক্ষাৰ শেষ ঢাপটো চেৰাই মহাবিদ্যালয় অভিমুখে ঢাপলি মেলিছো— সেই সময়ত হাতত পৰিছিল 'মনৰ দাপোন' আৰু 'খবৰ বিচাৰি'। এতিয়াও মনত আছে এই

উপন্যাস দুখনৰ অমৃতৰ স্বাদ পাই আমি উতলা হৈ পৰিছিলো; নাৰী আৰু পুৰুষ চৰিত্ৰৰ মনৰ গোপন সংবাদ অতি সূক্ষ্মভাবে ফ্ৰয়েডীয় চিন্তাৰ পৰশেৰে সুমধুৰ এই উপন্যাসত দেখিছিলো নিভাজ অসমীয়া ভাষাৰ নিটোল আৰু আঁকোৰা-পকোৰা নিজৰাৰ দৰে গতিবেগে সৃষ্টি কৰা সাহিত্যিক কাৰুকাৰ্য। কোৱা বাহুল্য যে এই উপন্যাসবাজিয়ে তেওঁৰ জনপ্ৰিয়তা বাৰিষাৰ বানপানীয়ে পথাৰ ঢাকি ধৰাৰ দৰেই অৱস্থাৰ সৃষ্টি কৰিছিল। তেখেতৰ আন আন উপন্যাস 'কোনো খেদ নাই', 'বিচাৰৰ বাবে', 'নজ্বলা ধূপৰ ইতিকথা' আদি ডেৰকুৰিৰো বেছি মৌলিক উপন্যাস অসমীয়া পঢ়ুৱৈৰ হাতে হাতে জিলিকি উঠিছিল।

এই উপন্যাসবাজিৰ জনপ্ৰিয়তাৰ সময়ত অসমৰ প্ৰখ্যাত সাহিত্য সমালোচক ড° হীৰেন গোহাঁই আৰু পদ্ম বৰকটকীৰ মাজত কোনো কোনো বিষয় লৈ তীব্ৰ বাদানুবাদ হৈছিল। এই বিতৰ্ক ছপা হৈছিল আলোচনীৰ পাতত; উভয় পক্ষই অসম বুৰঞ্জীৰ ঘটনাৱলী উল্লেখ কৰি ৰচনা কৰা সেই প্ৰবন্ধবোৰ আকৰ্ষণীয় আছিল। এখন আলোচনীত বৰকটকীয়ে প্ৰকাশ কৰা বস্তুবাদী দৃষ্টিকোণৰ (লোকায়ত দৰ্শন) উপন্যাস 'ৰঙা ৰঙা ৰং' আজিলৈকে স্মৰণীয় হৈ আছে। এই উপন্যাসখনিৰ সন্দৰ্ভতো নানা বিতৰ্কৰ ধুমুহা বৈ গৈছিল। পদ্ম বৰকটকীৰ সাহিত্যিক জীৱনত জনপ্ৰিয়তা যিদৰে বাঢ়িছিল সেইদৰে বিতৰ্কৰো সূচনা হৈছিল। বৰকটকীয়ে এই বিতৰ্কৰ ধুমুহাৰ মাজতো নিজৰ কলম বন্ধ কৰা নাছিল, ক'তো পৰাজয়ো স্বীকাৰ কৰা নাছিল। তেখেতৰ সাহস আৰু আত্মবিশ্বাস আছিল বাবেই সকলো বিতৰ্কৰ সন্মুখীন হ'ব পাৰিছিল। পদ্ম বৰকটকী সাহিত্য জগতৰ এগৰাকী ৰণুৱা হৈ থিয় হৈছিল। উপন্যাসৰ উপৰি তেখেতৰ ছখন গল্প পুথিও অসমীয়া সাহিত্যৰ সম্পদ বুলি পৰিগণিত হ'ব পাৰে। বৰকটকীয়ে গল্প, উপন্যাসৰ উপৰি শ্ৰীমন্ত শংকৰদেৱৰ জীৱনক লৈ নাট ৰচিছিল আৰু সেই নাট মঞ্চস্থ কৰাও হৈছিল। অসমীয়া সাহিত্যত ইয়াৰ আগতে দেবানন্দ ভৰালীয়ে শংকৰদেৱৰ জীৱনক লৈ নাট ৰচনা কৰি থৈ গৈছে। অৱশ্যে সেই নাট মঞ্চস্থ হোৱা নাছিল। সম্ভৱতঃ বৰকটকীয়ে শংকৰদেৱৰ জীৱনৰ ভিত্তিত পৰীক্ষামূলকভাবে নতুন ব্যাখ্যা আগ বঢ়াই নাট ৰচি অসমীয়া ৰাইজলৈ 'আৰাধনা' থিয়েটাৰৰ মঞ্চত তুলি ধৰিছিল। এয়া তেখেতৰ এটি সৎ সাহসৰ দৃষ্টান্ত বুলিব পাৰি। ১৯৬০ চনৰ পৰা পদ্ম বৰকটকীৰ কলকাতা পৰ্বৰ জীৱন আৰম্ভ হৈছিল। 'আমাৰ প্ৰতিনিধি' শীৰ্ষক আলোচনীখন সেই সময়ত তেওঁ সম্পাদনা কৰিছিল। 'আমাৰ প্ৰতিনিধি' আলোচনীয়ে অসমৰ সাহিত্য জগতত এক নতুন ৰুচিবোধৰ সৃষ্টি কৰিছিল। ১৯৬৫ চনত তেওঁ 'নতুন প্ৰতিনিধি' নামকৰণেৰে আন এখন আলোচনী প্ৰকাশ কৰি সম্পাদনা কৰিছিল। ১৯৬৭ চনত গুৱাহাটীৰ পৰা

প্ৰকাশিত আন এখন আলোচনী 'সমকালীন'ৰ সম্পাদনা কৰিছিল। এই তিনিওখন আলোচনীৰ যোগেদি পদ্ম বৰকটকীৰ প্ৰগতিশীল চিন্তাধাৰাৰ প্ৰকাশ ঘটিছিল। মাৰ্ক্সবাদ-লেনিনবাদৰ চিন্তাৰ দ্বাৰা প্ৰভাবান্বিত এই আলোচনীবোৰে অসমৰ একাংশ উগ্ৰজাতীয়তাবাদীৰ মূৰৰ বিষৰ কাৰণ হৈ পৰিছিল। ১৯৭৯ চনত 'মাতৃভূমি' আৰু ১৯৮২ চনত 'ইস্তাহাৰ' সম্পাদনাৰ মাজেদি বৰকটকীয়ে বিভিন্ন চিন্তা আৰু ভাবাদৰ্শ প্ৰচাৰ কৰিছিল। অসমৰ সাহিত্য আলোচনীসমূহৰ যোগেৰে পদ্ম বৰকটকীৰ সাংবাদিকতা আৰু সাহিত্য সৃষ্টিৰ সমান্তৰালকৈ দুখনি চিন্তাৰ নৈ যেন গংগা-যমুনাৰ দৰে প্ৰৱাহিত হৈ আছিল। কোৱা বাহুল্য যে ষাঠিৰ দশকৰ পৰা বিশেষকৈ নৱপ্ৰজন্মৰ মনত প্ৰভাৱ বিস্তাৰ কৰা সাহিত্যিক আৰু সাংবাদিক পদ্ম বৰকটকীৰ নাম আজিও স্মৰণীয় হৈ আছে।

পদ্ম বৰকটকীয়ে তেওঁৰ কাব্য সংকলনো প্ৰকাশ কৰি গৈছে। আধুনিক কবিতা আন্দোলনৰ সময়ত প্ৰথমে যতি নাৰায়ণ শৰ্মাই প্ৰকাশ কৰা কাব্য সংকলন খনিত পদ্ম বৰকটকীৰ কবিতায়ো সন্মানীয় আসন পাইছিল। 'শুনা প্ৰিয়া মোৰ পৰিচয়' নামৰ কবিতা পুথিখনিয়ে তেওঁৰ কবি সত্তাৰ চিনাকি দি থাকিব। গীত, কবিতা, গল্প, উপন্যাস, প্ৰবন্ধ, ইংৰাজী সাহিত্যিকৰ পুথিৰ অসমীয়া অনুবাদ, সংবাদ-পত্ৰৰ বাবে লিখা নানা মত-অভিমত, আলোচনা-সমালোচনা, সম্পাদকীয় আদিত বিয়পি আছে পদ্ম বৰকটকীৰ ব্যক্তিত্বৰ ৰূপালী ছবি। সমাজ সচেতন মানসিকতাৰে অসমত চ্যুকাফাক প্ৰথম অসমীয়া বুলি ঘোষণা কৰা, বিহু আৰু পূজাত অসমীয়া আলোচনীৰ বিশেষ সংখ্যা প্ৰকাশ কৰা, অসমীয়া আলোচনীত মাৰ্ক্সবাদ- লেনিনবাদ সম্পৰ্কে মুকলি আলোচনাৰ প্ৰচলন কৰাৰ যি প্ৰচেষ্টা তেওঁ চলাইছিল, সেয়া নিশ্চয় অভিনন্দন যোগ্য সাংস্কৃতিক আৰু প্ৰগতিশীল অভিযান। ৰাজনৈতিকভাবে কমিউনিষ্ট পাৰ্টিত নথকাকৈয়ো সাহিত্য আলোচনীত এই দৰ্শনৰ আলোচনাৰ দুৱাৰ তেওঁ মুকলি কৰাটো উচিত বুলি বুজাই থৈ গৈছে। এইবোৰ সংস্কাৰ মুক্ত, বিজ্ঞানমনস্ক মনৰ ভাবাদৰ্শ। পদ্ম বৰকটকী ৮১ বছৰ বয়সত গুচি গ'ল, গুচি গ'ল ৰেৱতী মোহন দত্তচৌধুৰী (শীলভদ্ৰ), গুচি গ'ল বদন বৰুৱা, এগৰাকী গ্ৰন্থ প্ৰকাশক আৰু প্ৰতিভাশালী সাহিত্যৰসিক অধ্যয়নশ্ৰীল ব্যক্তি। প্ৰায় একে সময়তে এই তিনিওজনৰ মহাপ্ৰয়াণে অসমীয়া সাহিত্য জগতত একপ্ৰকাৰৰ কৰুণ শূন্যতাৰ সৃষ্টি কৰিলে। ইয়াৰ ভিতৰত পদ্ম বৰকটকীয়ে সকলোতকৈ বেছি কাল সাৰস্বত সাধনা কৰি সাহিত্যৰ সোণালী সৌধ ৰচনা কৰি গ'ল। আমি অসমীয়া মানুহবোৰ কিছুমান ক্ষেত্ৰত বৰ সংকীৰ্ণমনা। মৃতকৰ স্মৃতিত অনুষ্ঠিত সভাত ১ মিনিট নীৰৱতাৰ অন্তত শোকসভাৰ প্ৰস্তাৱ পাঠ কৰি দিয়াৰ পিছতেই আমি ঘৰা-ঘৰি গুচি যাওঁ। তেতিয়া

ভাব হয় মৃতকজনৰ যেন আকৌ দ্বিতীয়বাৰৰ বাবে মৃত্যু হ'ল। কাৰণ সেই শ্ৰদ্ধেয় মৃতকজনৰ জীৱন, তেওঁৰ ত্যাগ, মহানুভৱতা, তেওঁৰ অৱদান সম্পৰ্কে পুনৰাই আলোচনা কৰাৰ উদাহৰণ প্ৰায় নাই বুলিবই পাৰি। সাহিত্যিকসকলৰ ক্ষেত্ৰত দেখা যায় যে তেওঁৰ মৃত্যুৰ পিছত কিতাপৰ দোকানত তেওঁৰ কিতাপ আৰু পাবলৈ নোহোৱা হয়। চৰকাৰীভাবে বা কোনো গ্ৰন্থ প্ৰকাশকে বজাৰত সেই কিতাপখনৰ ক্ৰেতা থকা বুলি যদি ভাবে হয়তো পুনৰ ছপাব; অন্যথা সেই পুথি পাবলৈ নাই। বেজবৰুৱা, গোহাঞিবৰুৱা, অম্বিকাগিৰি, জ্যোতিপ্ৰসাদ, বিষ্ণুৰাভা আদিৰ সম্পূৰ্ণ ৰচনাৱলী প্ৰকাশিত হৈছে এক জাতীয় আন্দোলনৰ আদৰ্শৰ প্ৰয়োজনত। পদ্ম বৰকটকীৰ ৰচনাৱলী সংৰক্ষণ তথা তেওঁৰ শ্ৰেষ্ঠ গ্ৰন্থসমূহ সংৰক্ষণ কৰাৰ ব্যৱস্থা কৰিবনে কোনোবাই। এই বিষয়ে চিন্তা কৰা দৰকাৰ। আমি আক্ষেপ কৰিছো জীৱিত কালত পদ্ম বৰকটকীক ৰাইজে পাহৰিবলৈ ধৰিছিল বুলি; তেওঁক অসম সাহিত্য সভায়ো সন্মানিত নকৰিলে বুলি। আমাৰ মতে অসম সাহিত্য সভাই পদ্ম বৰকটকীক সন্মান প্ৰদৰ্শন নকৰাটো একো আচৰিত কথা নহয়; কাৰণ অসম সাহিত্য সভাৰ বৰ্তমান স্বাস্থ্য বৰ ভাল নহয়। গতিকে তেওঁলোকে অনন্য প্ৰতিভাশালী সাহিত্যিকক মাতি আনিবলৈ নিবিচাৰিবই। কিন্তু সকলোতকৈ ডাঙৰ কথা এয়ে যে বৰ্তমান অসমীয়া মধ্যবিত্ত সমাজত সংকীৰ্ণ জাতীয়তাবাদী ভাবাদৰ্শই সকলোৰে মন ঢাকি ধৰিছে; গতিকে মাৰ্ক্সবাদ-লেনিনবাদৰ প্ৰচাৰক আৰু প্ৰবক্তা, প্ৰগতিশীলতাৰ কথা কওঁতা, স্বাধীন মনৰ পদ্ম বৰকটকীক সেইসকল তথাকথিত সাহিত্যৰ পূজাৰীয়ে কেনেকৈ সন্মান জনাব? অন্য কোনে কি কৰিছে আমি আৰু নাভাবো, কেৱল জানো পদ্ম বৰকটকীয়ে নিজৰ প্ৰতিভা আৰু সৃষ্টিৰ আলোকৰাশিৰে ৰাইজৰ মানসত জিলিকি থাকিব। ❑

(জনসাধাৰণ, ২০ মাৰ্চ, ২০০৮)

# পদ্ম বৰকটকীৰ প্ৰসংগত

ড° সত্যজিৎ ভূঞা

এটা সময়ত অনিল বৰুৱা 'দৈনিক অসম'ৰ 'দেওবৰীয়া চ'ৰা'ৰ বিভাগীয় সম্পাদক হৈ থকা সময়ত বৰুৱাৰ নেতৃত্বত ভালেমান লেখা-মেলা কৰাৰ সুযোগ মিলিছিল। ধাৰাবাহিক উপন্যাসৰ পৰা 'সাহিত্য-কথা'লৈকে বহুসংখ্যক লেখা-মেলা কৰিছিলো। জ্ঞানানন্দ শৰ্মা পাঠক, গৌৰীশংকৰ ভট্টাচাৰ্য, পদ্ম বৰকটকী আদিয়েও সেই সময়ত 'দেওবৰীয়া চ'ৰা' শুৱনি কৰিছিল। সেই সময়ৰ কোনোবা এটা দিনত অনিলদাই কৈছিল— 'হেৰা, পদ্ম বৰকটকীয়ে তোমাৰ লেখা quote কৰিছে, গম পোৱানে?

তাৰ বহু দিনৰ পিছতহে দুটা উপলক্ষ্যত পদ্ম বৰকটকীৰে কথা-বতৰা হৈছিলো। বৰকটকীৰ সৈতে ব্যক্তিগত যোগাযোগ তেনেদৰে নাছিল। কিন্তু বাস্তৱ জীৱনত ব্যক্তিগত সম্পৰ্কেৰে সম্পৰ্কিত লোকে মননক কমেইহে প্ৰভাৱিত কৰে। তন-মন প্ৰভাৱিত কৰি থাকে ব্যক্তিগতভাৱে তেনেদৰে সা-সম্পৰ্ক নথকাসকলেহে। সেই হিচাপে বৰকটকীও আমাৰ নিচিনা এচামৰ বাবে মনৰ ভিতৰৰ লোক আছিল।

অসমীয়া সাহিত্যত বৰকটকী নানা দিশৰ পৰা বিস্ময়কৰ প্ৰতিভা বুলি চিহ্নিত। সাহিত্যৰ প্ৰায় প্ৰতিটো বিভাগতে থকা তেওঁৰ দখল অবিস্মৰণীয়। ঔপন্যাসিক হিচাপে তেওঁ অসমীয়া সাহিত্যলৈ এটা বিপুল ঢৌ আনিবলৈ সক্ষম হৈছিল। 'খবৰ বিচাৰি', 'মনৰ দাপোণ' আদি উপন্যাসেৰে তেওঁ অসমীয়া উপন্যাস সাহিত্যত এক নতুন তেজাল ধাৰা সৃষ্টিৰ প্ৰয়াস কৰিছিল। নতুন আংগিক, গভীৰ মননশীলতাৰে পদ্ম বৰকটকীয়ে এনে উপন্যাস লিখি যি এক জোৱাৰ তুলিছিল সেয়া পৰৱৰ্তী কালত পুনৰ দেখিবলৈ পোৱা নগৈছিল। 'মানুহ আৰু বাস্তৱ'ক উপজীব্য কৰি বৰকটকীয়ে পিছত অৱশ্যে ভালেমান ঔপন্যাসিকাও লিখিছিল। 'ৰঙা ৰঙা ৰঙ'ৰ লেখীয়া ভিন্ন বিষয়কেন্দ্ৰিক উপন্যাসো লিখিছিল। 'বিচাৰৰ বাবে' লিখিছিল। কিন্তু সাধাৰণ পাঠকে বৰকটকীৰ নাম উচ্চাৰণ কৰাৰ লগে লগে মনলৈ আনে 'খবৰ বিচাৰি' আৰু 'মনৰ দাপোণ'ৰ কথা। বৰকটকীৰ সাহিত্য সৃষ্টিৰ তালিকাখন মন কৰিলেই বুজিব পাৰি তেওঁ কিমান লয়লাসে আৰু স্বচ্ছন্দে সাহিত্য ক্ষেত্ৰত বিচৰণ কৰি ফুৰিছিল। তেওঁ কিন্তু বাৰম্বাৰ যিটো কথা কৈছিল সেইটোহে অধিক প্ৰণিধানযোগ্য। অৰ্থাৎ বাঁটা-বাহনৰ আশা-আকাংক্ষা পৰিহাৰ কৰি নিৰন্তৰ কলম চলাই থকাৰ কাৰবাৰটো। লিখি খাব পৰা হোৱাৰ পৰিৱেশ সৃষ্টি কৰাটো তেওঁৰ বাবে জৰুৰী আছিল। এইবোৰ হাতে-কামে কৰি দেখুৱাব পৰাজন নিশ্চিত ৰূপত

কলমধাৰী ৰূপে আদৰ্শ। অসমত তেওঁ সেই শ্ৰেণীৰ সাহিত্যিকৰ প্ৰতিভূ। তদুপৰি তেওঁ কোৱা আন এষাৰ কথাই বহু সতীৰ্থ সাহিত্যিকৰ মনত দুখবোধৰহে জন্ম দিয়ে। কলমটো হাতত থকালৈকে বৰকটকীৰ দৰে সাহিত্যিকে কাকো ভয় নকৰে। কালজয়ী সাহিত্যৰ ক্ষেত্ৰত সেইটো এটা পূৰ্বচৰ্তই।

বঁটা-বাহন প্ৰাপ্তিয়ে সাহিত্যক কালজয়ী স্থানলৈ নিব নোৱাৰাৰ দৃষ্টান্ত অনেক দেখিবলৈ পোৱা গৈছে। সাহিত্য স্থায়ী হয় পাঠকৰ চৰ্চাৰে। সাহিত্যৰ উন্নতি সম্ভৱ হয় সাহিত্যিকৰ মনন আৰু চিন্তনৰে। গুণগত মানত অত্যধিক গুৰুত্ব দি সাহিত্য সৃষ্টিক দুৰ্লভ কৰি ৰাখিলেও সাহিত্য আৰু সাহিত্যিকৰ প্ৰতি সুবিচাৰ কৰা জটিল। এই সকলো বিষয়ে জানি-বুজিয়েই বৰকটকীয়ে সাহিত্যিক ৰূপে নিজকে পৰিৱৰ্তিত সময়, সমাজৰ সৈতে খাপ খুৱাই ৰাখিব পাৰিছিল। এই প্ৰগতিশীলতা দৰ্শনীয়েই নহয় অনুকৰণীও।

বৰ্তমান সাহিত্যত জনপ্ৰিয় হৈছে স্তম্ভলেখাসমূহ। ব্যক্তিবিশেষৰ জীৱনৰ স্মৰণীয় মনোগ্ৰাহী ঘটনা, ব্যক্তি বা ঘটনাৰ বিষয়ে হাস্যৰসাত্মক মন্তব্য, ৰাজনৈতিক ঘটনাপ্ৰৱাহৰ চলন্ত বিৱৰণি আদিৰে স্তম্ভলেখা লিখাত আগভাগ লৈছিল জৰ্জ এড, ফিনলে পিটাৰ ডান, ইউজিন ফিল্ড, বাৰ্ট লেণ্টন টেইলৰ, ফ্ৰেংকলিন আডামছ আদিয়ে। লাহে লাহে স্তম্ভলেখাই অধিক বিষয় সামৰি ল'বলৈ ধৰিলে। আৰু এতিয়া স্তম্ভ লেখাই সামৰি ল'ব নোৱাৰা বিষয় নাই। অৱশ্যে, স্তম্ভলেখা মানে যে সদায় সাময়িক হ'ব তেনে নহয়।

পদ্ম বৰকটকীয়ে স্তম্ভলেখক ৰূপেও বিশেষ সমাদৰ লাভ কৰিব পাৰিছিল। 'সোঁতৰ বিপৰীতে' সততে কথা ক'ব পৰাৰ সাহস আৰু সততা থকা বৰকটকীয়ে স্তম্ভলেখাৰে বিমুগ্ধ পাঠক সমাজ এখন গঢ় দি লৈছিল। তেওঁৰ ভাষাৰ ওজস্বিতাই সেই পাঠক সমাজখনকো বিচিত্ৰ আৰু বিপুল ৰূপে গঢ়ি তুলিছিল। তেওঁ সমালোচনা সাহিত্য পৰাপক্ষত পৰিহাৰ কৰিছিল। 'সমালোচনামূলক লিখা কামটো কৰিবলৈ টান পাওঁ। কাৰণ, সমালোচনাৰ কাৰণে লোৱা কিতাপবোৰ আঁক-বাকেৰে ভৰি পৰাৰ লগতে মনটোও বিষাক্ত হয়। খং উঠে।' —এয়া তেওঁ নিজে লিখি থৈ যোৱা কথা। ব্যক্তি কোনো কাৰো পৰিপূৰক নহয়। পদ্ম বৰকটকীৰ লেখীয়া ব্যক্তিৰ ক্ষেত্ৰত সেয়া আৰু অসম্ভৱ। সেই আসন সদায়ে খালী হৈ থাকি যাব। ❑

**(১৮ মাৰ্চ, ২০০৮ 'জনসাধাৰণ'ত প্ৰকাশিত)**

# এক আপোচহীন সত্তালৈ তৰ্পণ

অপৰাজিতা বৰুৱা

'এস্ তুমি ক'ত সোমালাগৈ'..........। বাক্রাপাৰা বুলি ক'লে কোনেও চিনি নাপাব নহয়.......... তুমি চিধাই খানাপাৰা চেন্ট্রেল স্কুলখনলৈ যোৱা, স্কুলখনৰ সন্মুখৰ ৰাস্তাটোৰে সোমাই গৈ সোঁহাতৰ দুটা লাইট পোষ্ট বাদ দিয়েই মোৰ ঘৰ..........।' ম'বাইলত দিয়া নিৰ্দেশ অনুযায়ী গৈ থাকোঁতেই দূৰৈৰ পৰা দেখা, গেটৰ সন্মুখত উৎকণ্ঠাৰে আমালৈ ৰৈ থকা মানুহজনেই আছিল অসমৰ এজন অন্যতম সাহিত্যিক-সাংবাদিক পদ্ম বৰকটকী।

এয়া আছিল মাত্ৰ সৌ সিদিনাৰ কথা , ২০০৭ৰ ১১ নবেম্বৰৰ কথা। বয়সে হাৰ মনাব নোৱাৰা মানুহজনৰ তজবজীয়া মনটো দেখি ভাল লাগিছিল। পদ্ম বৰকটকীক আগতেও যথেষ্ট ঘনিষ্ঠভাবে লগ পাইছোঁ, কিন্তু সেয়া বহুদিনৰ আগৰ কথা। সম্ভৱ ১৯৬৭-৬৮ চন মানৰ কথা; সেই সময়ত ডিব্রুগড়ৰ আমাৰ ঘৰত বহা ৰসাল আড্ডাবোৰত ভাগ ল'ব পৰা বয়স হোৱা নাছিল ৰাবেই আমি দূৰে দূৰে থাকিহে মেলখনৰ মজা লৈছিলোঁ। খানাপাৰাৰ ঘৰটোত আজি ইমান দিনৰ পিছত লগ পোৱা মানুহজনৰ কিন্তু বিশেষ সলনি হোৱা যেন নালাগিল। বয়সক লাই নিদিয়া বৰকটকী খুৰাৰ মোক লগ পাই যে আনন্দত মন ভৰি পৰিছিল, সেই কথা মই উপলব্ধি কৰিব পাৰিছিলো। এপাকত সাউৎকৈ নিজৰ কোঠালৈ গৈ তেওঁ হাতত এখন শকত কিতাপ লৈ আহিল আৰু আগৰ পৰা চিন দি থোৱা পৃষ্ঠা. এটা উলিয়াই মোলৈ আগবঢ়াই দি ক'লে— 'পঢ়াচোন, অম্বিকাগিৰিৰ এই কবিতাটো পঢ়িলে মোৰ কেনে লাগে জানানে— এইটো যেন তোমাৰ দেউতাৰাক লৈয়ে লিখা......।'

ডাইনিং টেবুলতে কিতাপখন থৈ মই কবিতাটো আবৃত্তি কৰিলোঁ। বৰকটকী খুৰাই এইবাৰ মোক ক'লে— 'তোমাৰ দেউতাৰাৰ জীৱনটো কম ৰোমাঞ্চকৰ নাছিল, এইবোৰ কথা লিখিব পাৰিলে ভাল আছিল'। কথাকেইটাত মই বৰ উৎসাহিত হ'লো, কাৰণ ইতিমধ্যে মই তেনেধৰণৰ এটা চিন্তাক সাকাৰ কৰাৰ কামত খোজ. দিছিলোঁৱেই। আৰু আজি খুৰাৰ মৃত্যুৰ বাতৰিয়ে মোৰ মন অস্থিৰ কৰি তুলিছে, এক বেদনাই যেন বুকুখন হেঁচা মাৰি ধৰিছে। মোৰ কিতাপখন ছপা হৈ ওলোৱাৰ আগতেই খুৰাই 'জীৱন এষণা' সামৰি থৈ পৰলোকলৈ গতি কৰিলে.........।

সাহিত্য জগতৰ এনে এখন ক্ষেত্ৰ নাই, য'ত পদ্ম বৰকটকীয়ে হাত দিয়া নাই। এক ভিন্ন ৰূপত, নিজা শৈলীৰে সুকীয়া মাত্ৰা দিয়া তেওঁৰ উপন্যাসসমূহ একালত পাঠকৰ অন্যতম উপাদেয় পাঠ্য হৈ পৰিছিল। আমিও 'মনৰ দাপোন'ত নিজকে 'নতুন দিনৰ কইনা' সজাই 'মৰমৰ চিন' থকা 'ৰঙা ৰঙা ৰঙ'ৰ 'খবৰ বিচাৰি'ৰৰ পৰতে বৰকটকীদেৱৰ উপন্যাস পঢ়ি জীৱন-যৌৱনক বুজি পাবলৈ শিকিছিলো। ১১ নবেম্বৰৰ দিনা বৰকটকী খুৰাৰ ডাইনিং টেবুলত চাহ পৰ্বৰ মাজতে মই কৈছিলোঁ— 'খুৰা, আপোনাৰ পৰা বৰ্তমান সময়ক লৈ লিখা উপন্যাস এখন পঢ়াৰ মন আছে'। উত্তৰত তেওঁ কৈছিল— 'আছে আছে, চাৰিখনকৈ পাণ্ডুলিপিতে আছে...........। বাকীখিনি কথাৰ পৰা এইটো বুজিব পাৰিছিলো যে প্ৰকাশকৰ চৰ্ত কিছুমানত তেওঁ যেন সন্তুষ্ট নহয়। বৰকটকীদেৱৰ উপন্যাসত মুকলি প্ৰকাশভংগীৰ যি বলিষ্ঠ ধাৰা, সেয়া অসমীয়া ভাষাৰ আন কাৰো লেখাতেই বোধহয় ইমান নিটোলকৈ পোৱা নাযায়। সেইদিনা মই খুৰাক কৈছিলোঁ— 'মোৰ কিতাপ এখনৰ পাণ্ডুলিপিটো চাই দিব লাগিব।' তেওঁ একে আষাৰে ক'লে— 'ওঁ, নিশ্চয়, তুমি মোক দি থৈ যাবাহি।'

পদ্ম বৰকটকীৰ বিয়োগৰ বাতৰিয়ে আজি মোক মৰ্মাহত কৰিছে। সেইদিনা তেওঁক দি থৈ অহা এটা প্ৰতিশ্ৰুতিও মই ৰাখিব নোৱাৰিলোঁ। ১১ মাৰ্চৰ সন্ধিয়াটোতে যে এই অনন্য ব্যক্তিত্বৰ মানুহজন, বঁটা-বাহনৰ প্ৰতি নিৰুদ্বেগ সাহিত্যিকজন, কোনো ক্ষেত্ৰতে আপোচ নকৰা সাংবাদিক জন এনে ধৰণে কাৰো ওপৰত কোনো খেদ নোহোৱাকৈ আঁতৰি যাবগৈ, সেই কথা ভাবিব পৰা নাছিলোঁ। 'সোণেৰে সজোৱা পঁজা জহি-খহি যায়, কোনে আৰ্হি সাজিবহি পাৰিব দুনাই'— পদ্ম বৰকটকীৰ ম'বাইলত চিনাকি ৰিংটন'টো বাজি বাজি হয়তো থমকি ৰ'বগৈ, সিটো মূৰৰ পৰা 'হ'.....হ'.....অপৰাজিতা, কোৱাচোন, কি খবৰ' বুলি কোনোদিনে আৰু সঁহাৰি নাপাম, কাৰণ তেওঁ যে এতিয়া বহু দূৰৈৰ অজান ঠাইলৈ গতি কৰিলে.......। খুৰা এতিয়া সঁচাকৈয়ে Not reachable......। ❑

(২১ মাৰ্চ, ২০০৮ 'আজিৰ দৈনিক বাতৰি'ত প্ৰকাশিত)

# সত্যৰ পোহৰত সোঁতৰ বিপৰীতে উদ্ভাসিত হৈ উঠা মানুহজন

শান্তনু কুমাৰ ডেকা

**প্ৰা**চীন এথেন্সৰ এটা জনশ্ৰুতি হ'ল— 'ওপজিয়েই দেশখনক যি অৱস্থাত দেখিছা পৃথিবীৰ পৰা বিদায় লওঁতে যেন চাবা যাতে তাক অধিক ঐতিহ্যমণ্ডিত কৰি থৈ যাব পাৰা তুমি'— সদ্যপ্ৰয়াত পদ্ম বৰকটকীৰ জীৱনৰ বেলিকা এই জনশ্ৰুতি সঁচা বুলি প্ৰমাণিত হ'ল। আৰম্ভণিতে আমাৰ ভাষা জননীক যি অৱস্থাত তেওঁ দেখিছিল, যাবৰ বেলিকা তেওঁৰ অনুপম সৃষ্টিৰাজিৰে তাক অধিক সমৃদ্ধ, অধিক ঐতিহ্যমণ্ডিত কৰি থৈ গ'ল। জীৱনত আন একোকে নকৰা হ'লেও ৰামধেনু যুগৰ কালছোৱাৰ পৰাই তেওঁ অসমীয়া ভাষা সাহিত্যত এক দণ্ডস্তম্ভ হিচাপে প্ৰতিষ্ঠিত হৈ গ'লহেঁতেন। কেৱল এই কালছোৱাৰ মাজেৰেই তেওঁ দেখুৱাই থৈ গ'ল এগৰাকী কৃত্যবিদ্য লেখক হিচাপে, এগৰাকী সফল সম্পাদকৰূপে ধাৰণা আৰু কৰ্তব্যনিষ্ঠা।

কোনো এখন সভা, দেশ বা সমাজ বুলিলেই আমি বুজি পাওঁ যে কেৱল অৰ্থনৈতিক বিকাশ বা ৰাজনৈতিক অৱদানেই দেশ বা সমাজ নগঢ়ে।যেতিয়ালৈকে এটা জাতি সাহিত্য-সংস্কৃতিৰে সমৃদ্ধ নহয় তেতিয়ালৈকে দেশখনৰ গৰিমাও আধৰুৱা হৈ ৰয়। সেইফালৰ পৰা চাবলৈ গ'লে পদ্ম বৰকটকীদেৱৰ কৃতিৰ মাজেৰে অসমীয়া ভাষা-সাহিত্যই এক নতুন দিগন্ত লাভ কৰিছিল বুলি ক'ব পাৰি। পদ্ম বৰকটকী আছিল এটা যুগৰ বিৰল কৃতিত্ব, যাৰ মাজেৰে প্ৰকাশ পাইছিল হেৰাই যাব ধৰা এটা শতিকাৰ মানৱীয় প্ৰমূল্যসমূহ আৰু এক গভীৰ জীৱনবোধ। বিভিন্নজনৰ সান্নিধ্য, কৃতি আৰু দৃষ্টিভংগীৰ মাজেৰে গঢ়ি উঠিছিল কুৰি শতিকাৰ গভীৰ আশাবাদ। একৈশ শতিকাৰ প্ৰাৰম্ভণিতে অধুনালুপ্ত অসমীয়া 'জনমত'ৰ প্ৰথম কলমত তেওঁ লিখিছিল— "শুৱলা মাত, সুৱদী মাত (অ' মোৰ শুৱলা মাত, অসমৰ সুৱদী মাত) অ-মাতৰ মাত(বৈ বৈ কেতেকী বিনা অ' অ-মাতৰ মাত) আদিৰেই আমি কুৰি শতিকাটো পাৰ কৰি দিলো। দিনৌ আধাপেটী, অনাহাৰী সৰহসংখ্যকৰ দাবী, উঠি অহা চামৰ শিক্ষালাভৰ সুযোগৰ অভাৱ,বানপানীত হাৰাশাস্তিৰ কান্দোন,পৃথিৱীত প্ৰযুক্তিবিদ্যাৰ ক্ষিপ্ৰ অগ্ৰগতিৰে খেতি কৰি ওগাইৰাহ ধনী হোৱা অন্যান্য দেশৰ আৰু ভাৰতৰো কিছুমান ঠাইৰ খেতিয়কৰ খেতিৰ ৰঙীণ ছবি কাকত-

পত্ৰত চাই, কাঠৰ নাঙলেৰে হাল বোৱা অসমীয়া খেতিয়কৰ দুৰৱস্থা আদিক আমি শুৱলা-সুৱদী, অ-মাতৰ মাত্ৰ জয়ধ্বনিৰে তল পেলাই থ'লো। মই অনুমান কৰিছো পৃথিবীৰ মানুহৰ উন্নতিৰ পথত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ সহায়ত আগবঢ়াবোৰৰ কাষ পাবলৈ অধৈৰ্য হৈ বিক্ষুব্ধ হোৱা অসমৰ উঠি অহা চামে এতিয়া আৱেগ সৰ্বস্ব সুৱদী শুৱলা অ-মাতৰ মাতৰ নিচুকনি গীতৰ নিচা এৰি 'অ-মাতৰ মাতৰ' দাবীক প্ৰধান্য দিয়াৰ পথ ল'ব খুজিছে। সুখৰ কথা, এই পৰিৱৰ্তনৰ বাৰ্তা কঢ়িয়াবলৈ 'অসমীয়া জনমত'ৰ জন্ম বুলিও শুনিছো।"

অসমীয়া ভাষা-সাহিত্যই যাতে নিজৰ মৰ্যাদা অক্ষুণ্ণ ৰাখি আন আন ভাষা-সাহিত্যৰ সভাত নতুন ৰূপত জাতিষ্কাৰ হৈ উঠে তাকেই তেওঁ আৰম্ভণিৰে পৰাই চেষ্টা কৰি আহিছে আৰু বোধকৰো সেইবাবেই যেন তেওঁ নতুন আৰু পুৰণি দুয়োচাম লেখককে আৰম্ভণিৰে পৰা দিহা-পৰামৰ্শ আৰু উদগনি দি আহিছে। নতুনৰ প্ৰতি এই আস্থা অনাহক নহয়; আনকি এই আস্থাৰ নামত কাকো অপ্ৰয়োজনীয়ভাবে গুৰুত্ব দিয়াকো নুবুজায়, বৰং নতুন লেখকৰ মাজত যি সম্ভাৱনা লুকাই আছে তাক বাহিৰলৈ উলিয়াই আনিবলৈ যাওঁতে তেওঁ আওপকীয়াকৈ বিচাৰিছিল প্ৰবীণ চাম লেখকৰ দৰে তৰুণ চাম লেখকো সেই কঠোৰ পৰিশ্ৰমৰ মাজেৰে ওলাই আহক, তেওঁলোকৰ দৰে নতুন লেখকসকলো জীৱনবোধৰ গৰাকী হওক, বিচাৰি পাওক সেই আত্মবিশ্বাস, সেই একক শৈলী আৰু নিজস্ব কণ্ঠস্বৰ। এনে এজন সম্পাদক আমাৰ মাজত কেইজন ওলাব?

পদ্ম বৰকটকীৰ দৰে এগৰাকী সম্পাদক আজিৰ দিনত সকলো তৰুণ সম্পাদকৰ বাবে এক বিৰল চানেকি। যিসকল তৰুণ লেখকে তেওঁক ঘনিষ্ঠভাবে পাইছে, তেওঁলোকে জানে কিদৰে এই সম্পাদক গৰাকীয়ে হৃদয়ৰ উষ্ণতাৰে আটাইকে আদৰণি জনায় আৰু সম্পাদকৰ কোঠাত যিমান সময় লগ পায় সেই সময়ছোৱাত আন্তৰিকতাৰে কথা পাতে। এতিয়াও বহু সম্পাদক আছে যাৰ তৰুণ লেখকৰ সৈতে কথা পাতিবলৈ অকণো আহৰি নাই, আনকি বহিবলৈ ক'বলৈকো সময় নাই আৰু কোনোবাই যদি বহিবলৈকো দিয়ে তেওঁৰ জ্ঞানগৰ্ভ ভাষণৰ কোৱত তৰুণ লেখকৰ ঠাইতে মাত হৰে। কিন্তু বৰকটকীদেৱ আছিল সম্পূৰ্ণ ব্যতিক্ৰম।

কুৰি শতিকা বুলিলেই নহয়, একৈশ শতিকাত অসমীয়া ভাষা সাহিত্যৰ এগৰাকী কৃতি লেখকৰূপে অৱতীৰ্ণ হোৱাৰ মূলতে আছে পদ্ম বৰকটকীৰ কঠোৰ পৰিশ্ৰম, সাহিত্য শিল্পৰ প্ৰতি গভীৰ আন্তৰিকতা আৰু এক বিৰল জীৱন জিজ্ঞাসা। নিতে নতুন চিন্তা-ভাবনাৰে তেওঁ তৰুণ লেখকসকলক সাহিত্য শিল্পৰ বিচিত্ৰ জগতলৈ আহ্বান জনাইছিল।

অসমীয়া ভাষা-সংস্কৃতিক তেওঁ যিমানখিনি দি গ'ল তাৰ বাবে কোনো দিনে একো দাবী নকৰিলে। আনকি তাৰবাবে কাৰো আগত কোনো আক্ষেপো নকৰিলে কোনোদিনে। এটাৰ পিছত আন এটা সৃষ্টিৰ সপোনৰ মাজত মগ্ন হৈ থাকিল। এতিয়া তেওঁ যোৱাৰ পিছত এখন বিশাল সাগৰৰ পাৰত বৈ তেওঁৰ বিশাল সৃষ্টিৰাজিৰ কথা আমি সুঁৱৰিছো। ভাবিছো তেওঁৰ মহানুভৱতাৰ কথা। আৰু ভাবিছো— তেওঁৰ লগত আৰু যদি কিছুদিন কটাব পাৰিলোহেঁতেন.........। ❑

**(আজি, ১৩ মাৰ্চ, ২০০৮ত প্ৰকাশিত)**

# সোঁতৰ বিপৰীতে সাঁতোৰা মানুহজন

ৰবীন ভূএগ্রা

নিয়তিক বাধা দিওঁতা কোনো নাই। হ'ব পাৰে মৃত্যু জীৱনৰ শেষ সত্য, বিধাতাৰ অমোঘ লিপি। অথচ মৃত্যুক সহজভাৱে বহু সময়তেই যেন ল'ব নোৱাৰি। কাল পৰিক্ৰমাৰ চক্ৰগতিত সকলোৱেই তেনেই নগন্য। জীৱন সময় সমুদ্ৰৰ জল বুদ্‌বুদ্ মাথোঁ। সমাজ জীৱনৰ শুভংকৰ সূচনাকাৰী কোনোজন বিশিষ্টই একোখন সমাজক অজানিতেই আলোড়িত কৰি ৰাখে, তেওঁৰ অজ্ঞাতেই এক পৰিমণ্ডল গঢ় লৈ উঠে, অনুগামীৰ সংখ্যা বাঢ়ি গৈ থাকে....। তেনে শিল্প সাধক একোজনৰ মৃত্যুৱে শিল্পানুৰাগীৰ মাজত সৃষ্টি কৰে মৃত্যুত— মুহূৰ্তৰ বাবে হ'লেও তেওঁৰ ঘোৰ শত্ৰুজনৰো হয়তো হৃদয় কঁপাই তোলে। অসমৰ জাতীয় জীৱনক মহীয়ান কৰাৰ চেষ্টাত ব্ৰতী শিল্প সাধকসকল সেয়ে সমাজ জীৱনৰ আধাৰ। কোনোজনৰ অসুস্থতাৰ খবৰে বিষাদ বিয়পায়, মৃত্যুৱে জোঁকাৰি যায় সমাজ জীৱনক। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি আকাশৰ তাৰকামণ্ডলীত সুউজ্জ্বল এটি নাম। ছাত্ৰাৱস্থাতে আমাৰ মনৰ মাজত কৌতূহল, বিস্ময় সৃষ্টিকাৰী বহুসংখ্যক নামৰ ভিতৰত তিৰবিৰাই থকা এটা নাম। কলেজীয়া জীৱনৰ পৰা নামটোৱে মনৰ মাজত বেছিকৈ বিস্ময় সৃষ্টি কৰিছিল। সাদিনীয়া অগ্ৰদূত কাকতত 'সোঁতৰ বিপৰীতে' শীৰ্ষক শিতানটি প্ৰকাশ পোৱাৰ দিন ধৰি এই বিস্ময় বৃদ্ধি পাই আহিছিল। অচিনা-অজানা মানুহজনৰ হিমাচলী টুপীৰে খাপ খাই পৰা মুখশ্ৰী আমাৰ মন-মগজুত স্থায়ী হৈ ৰৈ গ'ল। বৈচিত্ৰ্যময় বিষয়বস্তু, তীক্ষ্ণ কলমৰ খোজ, মুক্ত সমালোচনাৰে সত্যান্বেষণত ব্ৰতী, সোঁতৰ গড্ডলিকা প্ৰবাহৰ বিপৰীতে সাঁতোৰ মেলা তেজস্বী মনস্কতাৰ অধিকাৰী শিল্পসাধকে জীৱন বসন্তৰ একাশীতো একেই তাৰুণ্যৰে প্ৰতিভাৰ দীপ্তি জলমলাই তুলিলে। তেওঁ এক ব্যতিক্ৰমী প্ৰতিভাধৰ, এক অনন্য তৰুণ, এক সাহসী সত্তা।

উপন্যাসবোৰে বিপুল জনপ্ৰিয়তা অৰ্জন কৰিছিল। বিচিত্ৰ কাহিনী, চৰিত্ৰৰ বহুমুখী ৰূপ, নিপোটল কাহিনীৰ স্বচ্ছতা, জৈৱিক তাড়না, ক্ষুধাৰ সীমান্ত পৰিমাপক বিচাৰ-বিশ্লেষণত আঁৰ-বেৰ একোকে নাছিল। মুকলি হৈ গৈছিল গোপনীয়তাৰ প্ৰতিখন দুৱাৰ-খিৰিকী। সাহিত্যৰ বিশুদ্ধতাৰ পৰিমাপক লোৱাসকলৰ দৃষ্টিত এনে সৃষ্টি যৌনগন্ধী, অলপ আবুৰহীন বুলি এটা সময়ত বিবেচিত হৈছিল। সংৰক্ষণশীলতাৰ বিপৰীতেও সেয়ে এনে সাহিত্যকৰ্ম হৈ পৰিছিল এক প্ৰত্যাহ্বান, কোনো সমালোচকে ইয়াক সৃষ্টিৰ শইচৰ বিনৈ বুলিও উভালি পেলোৱাৰ চেষ্টা

কৰিছিল। পিছে ধানৰ মাজৰ বিঁনে উভালিবলৈ যাওঁতে কোছা-কোছাকে ধানৰ পুলি উভাল খোৱাৰ দৰেহে হৈছিল। সময়ে সকলো বিচাৰৰ সম্পূৰ্ণ ৰায় দিয়ে। এদিন 'মনৰ দাপোন', 'কোনো খেদ নাই', 'লাজে য'ত লাজ কৰে'ৰ দৰে উপন্যাসৰ চৰিত্ৰবোৰে কল্পনাৰ জগতকো চেৰ পেলালে। সত্যক উদঙাই দেখুৱাই বিভিন্ন চৰিত্ৰৰ মনস্তত্ত্বক সঠিক উপস্থাপনত তেওঁ সিদ্ধহস্ত। অসমীয়া উপন্যাসৰ পৰম্পৰাগত ধাৰাৰ বিপৰীতে এক স্বতন্ত্ৰ ধাৰাৰ সূত্ৰপাত ঘটাই অসমীয়া উপন্যাস সাহিত্যলৈ নতুন জোৱাৰ আনিলে। ই এক অৰ্থতেই এক সম্পৰীক্ষা, জাতীয় সাহিত্যৰ বাবে এক শক্তিপ্ৰবাহ। অসমীয়া ভাষা-সাহিত্যৰ এক বোৱতী ধাৰাত এনে সৃষ্টিকৰ্ম এসোঁতা জীয়া ধল। পৰিতাপৰ বিষয় ৰঙা ৰঙা ৰং, মনৰ দাপোন, বিচাৰৰ বাবে, খবৰ বিচাৰি, নজ্বলা ধূপৰ ইতিকথা, পুতলাৰ নমস্কাৰ, ইঙ্গিত ইলোৰা, জীৱন এষণা, জীৱন অৰণী আদি ভিন্ন পটভূমিৰ জনপ্ৰিয় উপন্যাসৰ আশা কৰা ধৰণে কোনো ছিৰিয়াছ সমালোচনা নহ'ল। এনে উপন্যাসৰ জৰিয়তে অসমীয়া উপন্যাস সাহিত্যত গঠন ধৰি উঠা 'এক তেজাল নতুন ধাৰা'ক সঁচা অৰ্থতে উপেক্ষা কৰা হ'ল। ইয়াৰ বাবে লেখকৰ একো বিশেষ ক্ষতি হোৱা নাই, ক্ষতি হৈছে অসমীয়া সাহিত্য ক্ষেত্ৰৰ। নতুন চিন্তা-চৰ্চা, ৰূপান্তৰৰ গতি-প্ৰবাহকো এনে উপেক্ষাই প্ৰতিহত কৰিব পাৰে। যাৰ ফল জাতীয় সাহিত্যৰ বাবেই হানিকাৰক।.অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানে চেৰাসুঁতি যেন জ্ঞান কৰা সৃষ্টিৰ এনে বহু সুঁতিয়েই এককভাৱেই চিৰপ্ৰৱাহমান ৰূপ ধাৰণ কৰিছে। অসমীয়া সাহিত্যৰো মূলসুঁতি আছেনে? সেই মূলসুঁতিয়েই বা কাৰ স্বাৰ্থত, আমাৰ ক্ষুদ্ৰ মগজুৱে এইবোৰৰ উমান নাপায়। মূলসুঁতি যিয়েই নহওক, জীয়াসুঁতিৰ নিছিগা ধাৰক চেৰাসুঁতি বুলিলেও সেই প্ৰৱাহক ভেটা দি ৰাখিব পৰা নাযায়। পঞ্চাশৰ দশকৰ পৰা ঔপন্যাসিক, চিন্তাশীল প্ৰবন্ধ লেখক, হাস্য-ব্যংগ ৰচনাকাৰ, দায়বদ্ধ নাট্যকাৰ, কবি সমালোচক ৰূপে প্ৰসিদ্ধ, কথা-সাহিত্যিক গৰাকীয়ে চৰকাৰী-বেচৰকাৰী পক্ষৰ পৰা বঁটা-বাহন, প্ৰশস্তি-পত্ৰ লাভ কৰাৰ সৌভাগ্য অথবা দুৰ্ভাগ্য নহ'লেও তেওঁৰ অভিনৱ ধাৰাৰ সৃষ্টিসমগ্ৰ পঢ়ুৱৈৰ মাজত তেওঁক চিৰভাস্বৰ কৰি ৰাখিব। অসমীয়া ভাষা-সাহিত্যক ভালপোৱা, সঁচা পাঠকৰ মাজত তেওঁৰ আসন সুউচ্চ হৈয়েই ৰ'ব। সেইবাবে ক'ব পাৰি বঁটা-বাহনেও ঢুকি নোপোৱা তেওঁ এগৰাকী বিৰল প্ৰতিভাধৰ।

মৃত্যুৰ পিছত মৃতকৰ প্ৰতি শ্ৰদ্ধাঞ্জলি আমাৰ জাতীয় জীৱনৰ বাবে অৱশ্যে সম্ভ্ৰমৰ প্ৰতীক হৈ পৰিছে। এয়া আশাপ্ৰদ। আশীটা বসন্তৰ আঁচোৰতো তেওঁ আছিল একেই চিৰ তৰুণ। শৰীৰত ৰঙীণ হিমাচলী টুপী, পিন্ধনত ৰং-বিৰঙৰ চেক-ছাৰ্ট, তাৰ সৈতে মিলি পৰা লংপেন্ট,চছমাৰ ফাঁকেৰেও উজলি উঠা বুদ্ধিদীপ্ততা, সুগন্ধি জৰ্দাপান একোখন চোবাই কোনোজনৰ সৈতে ৰগৰ সৃষ্টিৰ পঁজা আন্তৰিক আলাপে

তেওঁৰ ব্যক্তিত্বত জেউতি চৰাইছিল। যুঁজি যুঁজি জীয়াই থকা মানুহজনে মনৰ দুখক সুখলৈ পৰিণত কৰাটো সিদ্ধহস্ত আছিল। সৌভাগ্য হৈছিল এনে এজন ব্যক্তিৰ তলত কেইমাহমান সাংবাদিকতা কৰাৰ। 'নতুন দৈনিক' কাকত দ্বিতীয়বাৰ প্ৰকাশ হোৱাৰ পিছত কম সময়ৰ ভিতৰতে তিনিজনকৈ বিশিষ্টক সম্পাদক ৰূপে পোৱাৰ সৌভাগ্য হৈছিল। আটাইকেইজনেই নিজস্ব ক্ষেত্ৰত সমুজ্জ্বল। ধেমেলীয়া কথাৰে তেওঁ সহকৰ্মীৰ পৰা কাম আদায় কৰিছিল। যিকোনো কথাই আন্তৰিকতাৰে শুনাৰ পিছতে সদুত্তৰ দিছিল। চৌখিন স্বভাবৰ এইগৰাকী কথাশিল্পীৰ সান্নিধ্য অবিস্মৰণীয়।

অসুস্থ হৈ জি এন আৰ চিত চিকিৎসাধীন হৈ থকাৰ বাতৰি পোৱাৰে পৰা মনটো অস্থিৰ হৈ উঠিছিল। ভাবিছিলো সোনকালেই সুস্থ হৈ উঠিব। খবৰ ল'বলৈ যাম বুলি ভাবি থাঁকোতেই কেইবাটাও দিন পাৰ হ'ল। ১১ মাৰ্চৰ পুৱা ১১ বজাত জি এন আৰ চি পালোগৈ। ছাৰৰ খবৰ লোৱাৰ উদ্দেশ্যে ইফালে-সিফালে চাই চিনাকি কাকো নেদেখিলো। ডাক্তৰ এজনক লগ ধৰি কি অৱস্থাত আছে, কি হ'ব পাৰে সুধিলোঁ। একপ্ৰকাৰ নিৰাশ উত্তৰেই পালো। পৰ্দাৰ ফাঁকেৰে হাস্পতালতে এজন ল'ৰাই আঙুলিয়াই দেখুৱালে, চিৰ তৰুণ, উৎফুল্ল চিত্তৰ সাহিত্য সাধকজন তেতিয়া ক্লান্ত হৈ শুই আছিল। চাই থাকি অজানিতে দুচকু সেমেকি উঠিল। মনটো কোনোমতে প্ৰবোধ দি আঁতৰি আহিব খোজোতেই বাইদেউ ইন্দিৰা বৰকটকীৰে মুখামুখি হ'লো। এবাৰহে লগ পাইছিলো, সেইবাবে পোনছাটেই ধৰিব পৰা নাছিলো। বাইদেউৰ চকুৰে-মুখে বিষাদৰ ছাঁ যেন বিয়পি পৰিছিল। দু-আষাৰ কথা পাতি মনটো বেছি গধুৰ হৈহে পৰিল। যেতিয়া জানিব পাৰিছো মৃত্যুৰ ক্ষণ গণি থকা বিৰল প্ৰতিভাধৰক শেষবাৰৰ বাবে খবৰ এটা ল'বলৈও ৰজাঘৰ-প্ৰজাঘৰৰ ৰৰমূৰীয়া সকলে আহৰি অথবা প্ৰয়োজন অনুভৱ নকৰাৰ বিষয়ে জানিব পাৰি। ৰজাঘৰীয়া ডা-ডাঙৰীয়াসকলৰ কথাটো বাদেই, মহানগৰীত গিজগিজাই থকা শিল্পী-সাহিত্যিক-সাংবাদিকসকলেও খবৰ এটা কৰাৰ আহৰি নাপালে। খবৰ ৰখা আঙুলিমূৰত লেখিব পৰা কেইজনমানৰ হিচাপ পালো। বিষন্ন মনে উভতিলোঁ। প্ৰবীণ সাহিত্যিক-সাংবাদিক এগৰাকীৰ প্ৰতি এয়া যেন এক ঘোৰ অন্যায়, অবিচাৰ। মনটো বেয়া হৈ থাকোতেই সন্ধিয়া ৬ বজাত খবৰ পালো। ৰঙা ৰঙা ৰঙৰ স্ৰষ্টাগৰাকী আৰু নাই। প্ৰচাৰ মাধ্যম ব্যস্ত হৈ পৰিল, নানা বিশেষণেৰে তেওঁৰ গুণগান গোৱাত। পুৱা কাকততো প্ৰকাশ পালে সোঁতৰ বিপৰীতে যুঁজি যুঁজি গুছি গ'ল পদ্ম বৰকটকী। ❑

(আমাৰ অসম দেওবৰীয়া আলোচনীত প্ৰকাশিত)

## 'আপোচ কৰা মানেই নিজস্ব হেৰুওৱা'
## পদ্ম বৰকটকীৰ সপক্ষে একলম

চামচুল বাৰিক

আপোচ কৰা মানেই নিজস্ব হেৰুওৱা। আপোচ কৰা মানেই নিজৰ জ্ঞান-বিবেক সকলো ত্যাগ কৰি আনৰ ওচৰত আত্মসমৰ্পণ কৰা। সেয়া লাগে সাহিত্য ৰচনা ক্ষেত্ৰতেই হওক বা যুদ্ধ ক্ষেত্ৰই হওক। যুদ্ধক্ষেত্ৰত আপোচ বিচাৰে পৰাজয় নিশ্চিত হোৱা পক্ষই। 'মই জীৱনত কেতিয়াও পৰাজিত পক্ষত থাকিবলৈ শিকা নাই' ঃ এয়া আছিল সদ্য প্ৰয়াত সাংবাদিক, সাহিত্যিক পদ্ম বৰকটকীৰ স্ব-ঘোষণা (হেমন্ত কুমাৰ ভৰালীৰ 'মনৰ দাপোন'ত পদ্ম বৰকটকী লেখাৰ পৰা উদ্ধৃত ঃ উৎস ঃ 'এক তেজাল নতুন ধাৰা' শীৰ্ষক গ্ৰন্থ ঃ পৃষ্ঠা ঃ ৯১)।

মানুহজন আছিল পৰাধীনতা সহ্য কৰিব নোৱাৰা ব্যক্তিত্বৰ অধিকাৰী। ১৯৪২ চনৰ অসহযোগ আন্দোলনেই হওক, সাংবাদিকতাই হওক, সাহিত্য ৰচনাই হওক, জীৱন-জীৱিকাৰ ক্ষেত্ৰই হওক, আনকি মৃত্যুমুখী অৱস্থাত প্ৰকৃতিৰ স'তে যুঁজি থকা অৱস্থাই হওক।

বিশেষকৈ জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদ আৰু হেমাংগক আপোচকামীহঁতৰ কবলৰ পৰা ৰক্ষা কৰা এগৰাকী বিদ্ৰোহী মনৰ লেখক আছিল এই মানুহজন। নতুন মনৰ নতুন যুগৰ বোৱঁতী নদী এখন তেখেতৰ মানসিকতাত বৈ আছিল বাবেই সাহস প্ৰদৰ্শনত চহকী আছিল ব্যক্তিজন।

তেখেতৰ উপন্যাস 'মনৰ দাপোনে'ই তেতিয়াৰ দুৰ্বল ভয়াতুৰ সাহিত্যিক মহলত তীব্ৰ জোকাৰণি তুলিছিল। নতুন যুগৰ যুৱক-যুৱতীসকলক পুৰণিকলীয়া মনৰ অভিভাৱকসকলে অশ্লীল সাহিত্যৰ দোহাই দি পদ্ম বৰকটকীৰ সাহিত্য অধ্যয়ন কৰিবলৈ হাক দিছিল। অশ্লীল সাহিত্যিকৰ 'লেবেল' লগাই তেখেতক এঘৰীয়া কৰিব বিচৰা হৈছিল। কিন্তু তেখেতৰ নিয়ম নমনা গতি ৰুদ্ধ নহ'ল। সত্তৰ দশকৰ এখন আলোচনীৰ সম্পাদকীয়ত মুক্ত নগ্ন ভাষাৰেই তেখেতে তাৰ প্ৰত্যুত্তৰ দিছিল। উক্ত সম্পাদকীয়ত তেখেতে নিজকে এগৰাকী প্ৰসূতি বিভাগৰ চিকিৎসকৰ ৰূপত অৱতীৰ্ণ কৰোৱাই এগৰাকী সন্তানসম্ভৱা নাৰীৰ উলংগ দেহাত সন্তান প্ৰসৱৰ মুহূৰ্তৰ পূৰ্ব প্ৰস্তুতিৰ পৰীক্ষা-নিৰীক্ষাক আঙুলিয়াই দিয়াৰ মাজেৰে নগ্ন সাহিত্যৰ বাস্তৱতা

প্ৰমাণ কৰিবলৈ সক্ষম হৈছিল। তেখেতৰ এই লেখা প্ৰকাশ হোৱাৰ পিছত আৰু পদ্ম বৰকটকীয়ে উক্ত তথাকথিত ভদ্ৰমণ্ডলীয়ে ককৰ্থনা কৰাৰ পথটো এক অৰ্থত বন্ধ হৈ গৈছিল। অপ্ৰিয় হ'লেও বাস্তৱক স্বীকাৰ কৰা মনোবৃত্তি, সেই সময়ত কেইজন শিক্ষিত অসমীয়াৰ মাজত বাহাল আছিল বাৰু?

নিজে উচ্চ বৰ্ণভুক্ত হৈয়ো জাত প্ৰথাৰ বিপক্ষে নিৰ্ভয়ে মাত মাতিব পৰা লেখক আছিল পদ্ম বৰকটকী। তেখেতৰ 'ৰঙা ৰঙা ৰং' উপন্যাসখন তাৰেই জবানবন্দী। এইখন উপন্যাসত তেখেতে যুক্তি আৰু বিজ্ঞানৰ সপক্ষে সবল মত উদঙাই দিছে। 'ৰঙা ৰঙা ৰং'ৰ ৭২ নং পৃষ্ঠাত ঔপন্যাসিকগৰাকীয়ে ৰাধাকৃষ্ণনৰ উক্তিৰ মাজেৰে নিজৰ বিজ্ঞান মনস্কতাক তুলি ধৰিছে এইদৰে ঃ 'কমিউনিজম হ'ল নতুন ধৰ্ম; লেনিন এই ধৰ্মৰ প্ৰেৰিত পুৰুষ আৰু বিজ্ঞান হ'ল ইয়াৰ ধৰ্মীয় প্ৰতীক।' 'দেৱতাৰ পম খেদি' উপন্যাসতো তেখেতৰ বস্তুবাদী ভাৱধাৰাৰ ৰেঙণি লক্ষ্য কৰা যায়। কিন্তু 'বিচাৰৰ বাবে' উপন্যাসত তেখেতে সমাজৰ শোষক শ্ৰেণীৰ বিচাৰৰ দায়িত্ব পাঠকলৈ ঠেলিহে দিছে, নিজে কোনো ভূমিকা লোৱা দেখা নগ'ল। তেখেতৰ শ্ৰেণীগত কিছু দ্বিধাগ্ৰস্ততা থাকিলেও মধ্যবিত্তীয় ভণ্ডামি বিৰোধিতা কৰাত আছিল পাকৈত লেখক।

সাংবাদিক হিচাপেও তেখেতৰ কলমৰ ধাৰ নুগুছিল কাহানিও। দেহাৱসানৰ মাথোঁ দুদিন আগলৈকেও কলমেৰে বিদ্ৰোহেই কৰি গ'ল পদ্ম বৰকটকীয়ে। 'আমাৰ প্ৰতিনিধি', 'নতুন প্ৰতিনিধি', 'সমকালীন', 'মাতৃভূমি', 'সাপ্তাহিক ইস্তাহাৰ' আদি কাকতত মুখ্য সাহসী ভূমিকাৰে এক বলিষ্ঠ খোজ দি থৈ গৈছে এই মানুহজনে।

সাধাৰণতে ৰজাঘৰীয়া চক্ৰবেহুৰ পৰা নিৰাপদ দূৰত্বত থকা বৰকটকীয়ে বঁটা আৰু খ্যাতিৰ পিছত ঘূৰিব পৰা মানসিকতা নাছিলেই। সাংবাদিক প্ৰাঞ্জলসেন ডেকা আৰু কুমুদ ৰঞ্জন দাসে গ্ৰহণ কৰা এটি সাক্ষাৎকাৰত তেখেতে এই প্ৰসংগত ব্যৱহাৰিক কথা এষাৰহে কৈছিল ঃ 'সকলোতকৈ দামী স্বীকৃতি হ'ল পঢুৱৈ সমাজে এখন গ্ৰন্থ কিনি পঢ়াটোহে।' শিৱসাগৰৰ পৰা প্ৰকাশিত 'দিকপাল' নামৰ আলোচনীৰ হৈ এবাৰ এই লেখকে লোৱা এটি সাক্ষাৎকাৰত তেখেতে কৈছিল যে যিসকল বঁটা বাছনিৰ বিচাৰক, তেওঁলোকৰ বিপক্ষে যদি এটাও শব্দ উল্লেখ হয়, সেইজন লেখক বঁটাৰ বাবে নিৰ্বাচিত নোহোৱাটোৱেই স্বাভাৱিক (অৱশ্যে দিক্‌পালৰ প্ৰকাশ বন্ধ হৈ পৰাত সাক্ষাৎকাৰটি অপ্ৰকাশিত হৈয়ে থাকি গ'ল)।

শেহতীয়াভাবে চৰকাৰী চ্যুকাফা বঁটাৰ ক্ষেত্ৰত বৰকটকীদেৱ কেনেকৈনো বাছনিত বাচি থাকিল, এই প্ৰশ্নৰ উত্তৰত হয়তো ক'ব পৰা হ'ব যে চ্যুকাফাক প্ৰথম অসমীয়া বুলি ঘোষণা কৰা আৰু অসমত চ্যুকাফা দিৱস আনুষ্ঠানিকভাৱে

আয়োজনৰ ক্ষেত্ৰত প্ৰথম ইন্ধন যোগোৱা মানুহজনেই আছিল পদ্ম বৰকটকী।

ঘাইকৈ তেখেতে নিজকে এজন দায়বদ্ধ লেখক হিচাপে ঠিয় কৰাই ৰাখিব পাৰিছিল বাবেই অসমৰ বৌদ্ধিক আৰু সচেতন মহলত পদ্ম বৰকটকীৰ এক বিশেষ স্থান আছিল।

মুঠতে ঘড়ীৰ কাঁটাৰ বিপৰীতে থাকি চিৰবিদায় লোৱাৰ মাজেৰে পদ্ম বৰকটকীয়ে নিজকে অপৰাজেয় কৰি থৈ গ'ল। ❑

**(২২ এপ্ৰিল, 'জনসাধাৰণ'ত প্ৰকাশিত)**

# পদ্ম বৰকটকী আৰু বিহুৰ কবিতা

ড° দীনেশ বৰপূজাৰী

বিশিষ্ট সাহিত্যিক আৰু সাংবাদিক শ্ৰদ্ধেয় পদ্ম বৰকটকীদেৱৰ সোঁশৰীৰে আজি আমাৰ মাজত নাই। তেখেতৰ ৬০ বছৰীয়া সাহিত্যৰ জীৱন আলোচনা কৰা আমাৰ উদ্দেশ্য নহয়, কাৰণ এইটো এটা বৰ কঠিন কাম। সেয়েহে সাহিত্য আলোচনা একাষৰীয়া কৰি তেখেতৰ ঘৰুৱা মাত-কথাৰ আলোচনা কৰি মই বেছি সুখী হ'ব পাৰিম বুলি ভাবিছো, যদিও এইটো দিশো মোৰ কাৰণে আধৰুৱাহৈ হে ৰ'ব। এইয়া মাত্ৰ এখন অগভীৰ ৰচনাৰে সশ্ৰদ্ধ সোঁৱৰণ। মূৰত টুপি, মুখত সঁচা হাঁহি লৈ গাড়ীৰ ষ্টিয়েৰিঙত ধৰি গাড়ী চলাই গ'লেও গাড়ী ৰখাই চিনাকি কোনোবা পালে মাত এষাৰ দি যিজন পুৰুষ যায় সেইজনেই শ্ৰদ্ধাৰ পদ্ম বৰকটকীদেৱ। মৰম লগা মাত, পাহৰিব নোৱাৰা অকাট্য কথাৰ ভাণ্ডাৰ লগত লৈ ফুৰোৱাৰ বৰকটকীদেৱৰ স্বভাৱ।

মোৰ পুৰণা চিনাকি, শ্ৰদ্ধাৰ বৰকটকীদেৱ। কলিকতাৰ (কলকাতাৰ) পৰা 'আমাৰ প্ৰতিনিধি' আলোচনী উলিওৱাৰ কালৰে পৰা চিনাকি। মই তেতিয়া কিবা-কিবি 'লেখা' দিছিলো। তেতিয়াই কেইখনমান মোৰ ৰচনা তাত প্ৰকাশ পাইছিল। 'প্ৰেম কাগজৰ নাও', 'আলট্ৰামডাৰ্ণ', 'ছেন্টিমেন্ট' নামৰ কেইখনমান ৰচনা। কটকটীয়া চিনাকি বান্ধোন তেতিয়াই হৈছিল। কৈছিল, প্ৰেমনো কিয় কাগজৰ নাওঁ হ'ল? আপুনি বুজাইছে, মই কিন্তু কাগজৰ নাৱত নুঠো দেই, প্ৰেমকে নকৰো লাগে।

খানাপাৰাৰ ঘৰত এদিন সন্ধিয়া গাজা-প্ৰখ্যাত পুলিন শৰ্মাৰ লগত তেখেতৰ ঘৰলৈ গৈছিলো। এয়া বৃহত্তৰ খানাপাৰাৰ 'বাক্ৰাপাৰা' অঞ্চল। প্ৰথম প্ৰথম হাঁহিৰে সম্ভাষণ জনাই কথাৰ মাজতে ক'লে 'কেনে লাগিছে — এই মাটি, এই ঘৰ এই শুৱনি নামকৰণ?' এওঁ আকৌ (পত্নীক দেখুৱাই) গাঁৱলীয়া ঠাই বুলি ঠাই ডোখৰ ভালেই নাপায়। মই ভাল পাইছো বুজিছে। গাঁৱলীয়া নিৰ্জন ঠাই। সুন্দৰ পৰিৱেশ, প্ৰকৃতিৰ গছ-বন, চৰাই-চিৰিকতিৰ ঠেলা-হেঁচাৰ অপূৰ্ব মাতত মই প্ৰেম বিভোৰ, (প্ৰেম কাগজৰ নাও, নহয় দেই)। এটা কথা, তেওঁ (পত্নীয়ে) বেয়া পোৱা কাৰণো নোহোৱা নহয়। অলপ বৰষুণ দিলেই পানী ওলাই যোৱা বাট নাই, পানীয়ে বাহাদুৰি কৰি বৈ যায়। দুদিনমান মেখেলা, শাৰী, পেন্ট, লুঙী আঠুৰ মূৰলৈ টানিব লগা হয়। অৱশ্যে সেইবোৰ বাদ দি ইয়াত বৰ্তমান ইটা-বালিৰ প্ৰাদুৰ্ভাৱ কম। পকা

ঘৰ বৰ বেছি হোৱা নাই। সন্মুখ প্ৰান্তৰত সেয়েহে বৰষুণৰ ঘাঁহ-বন ডুব যোৱা পানী, কটা কচু ঠাৰিৰ মাজেৰে কোমল কচু ঠোৰ পানীৰ ডোঙাইদি বাহিৰ হৈছে। কেইটামান পানী বগলী তাত আহি চৰি থকা প্ৰায়ে দেখো। সুন্দৰ পৰিবেশৰ নমুনা এইয়াই।

তেখেতে তেনে কথা বহুত কয়। মই বিহুৱান কবিতাৰ কথা উলিয়াই ক'লো, খানাপাৰা বিহু আলোচনী 'বিহুৱান'ত প্ৰকাশৰ কাৰণে অহা দেধাৰমান কবিতাৰ কথা। কবিতাৰ দ'ম দেখি সম্পাদক দোধোৰ-মোধোৰত পৰে। কোনটো উঠাব কোনটো থব? প্ৰকাশৰ কাৰণে তাৰ উচিত মানদণ্ডও থাকিব লাগিব। নুঠালে জন্মদাতাই বেয়া পাব। বছৰেকত এইখনেই একমাত্ৰ আলোচনী। শকত ডাঙৰ, বহু পৃষ্ঠাৰ আলোচনী হিচাপে প্ৰকাশ কৰি গল্প, প্ৰবন্ধ কম কৰি দিলেও আলোচনীৰ সৌষ্ঠৱ হানি হয়। গতিকে বহুত কবিতা নোতোলাকৈয়ে থাকি যায়। সেয়েহে উপদেষ্টা হিচাপে মই কিছু কথা মাজে-মধ্যে নিচুকনি ৰূপত নকলে দোষে চুব ভাবি কিবা এটা লিখিলো আৰু ক'লো।

নতুন চামৰ আৰম্ভণিতে উচ্চমান বিশিষ্ট কবিতা সৃষ্টিৰ সম্ভৱ নহয়। তাৰ বাবে অধ্যয়ন আৰু লগতে কাব্যিক জগতত বিচৰণ কৰা উপযুক্ততা থাকিব লাগিব। সেই বুলি 'বেয়া কবিতাই সমাজৰ আৰ্হিত সাধনা কৰাৰ কোনো উদাহৰণ পৃথিবীত পাবলৈ নাই।' বৰকটকীদেৱে ক'লে—

মই জীৱনটোক যিধৰণে গ্ৰহণ কৰো সেই ধৰণে কবিতাৰ উৎসও নিৰূপণ কৰি লওঁ। অৱশ্যে মোৰ কবিতা কম, তেনেকৈ ৰচা নহয়। জীৱনক বৈচিত্ৰপূৰ্ণ কৰিবলৈ মই ভাল পাওঁ। বৈচিত্ৰ নহ'লে জীৱন গতানুগতিক আৰু আমনিলগা হয়। ৰাতিপুৱা চাহ পিয়লা খাই লুঙি পিন্ধি গাড়ী নিজে চলাই বজাৰলৈ বা কাৰোবাৰ ঘৰলৈ বা প্ৰেছলৈ যাওঁতে, আদব-কায়দা মানি চলা মানুহৰ ভেমক অৰ্থহীন বুলি প্ৰমাণ কৰি মই উপভোগ কৰোঁ। দুৰ্গা পূজালৈ চান্দা নিদিওঁ, দুৰ্গা পূজাতে ল'ৰাইঁতক ফুটবল কিনিবলৈ পইচা দি মই ভাল পাওঁ। ঘৰত সদায় স্বাস্থ্য সন্মত খাদ্য খোৱাতকৈ হোটেলত এঁসাজ খাই ভাল লাগে। জীৱনৰ সকলো বস্তু আমনিদায়ক হ'ব নেলাগে।

বৰকটকীদেৱে শেষ কথা এইদৰে ক'লে, আমি আশা ৰাখিছো খানাপাৰাৰ নতুন চাম লিখকে লেখি থাকিব আৰু সেই লিখাই এক উৰ্বৰা অঞ্চল তৈয়াৰ কৰি খানাপাৰা এখন মনোৰম ওৱেচিচ ৰূপে গঢ়ি তুলিব। ❑

**(বিহুৱান, এপ্ৰিল, ২০০৮ চন প্ৰকাশিত)**

# এক মধুৰ স্মৃতি

সন্ধ্যা দেৱী

১৯৬৬ চনৰ জুন মাহৰ শেহভাগৰ কোনোবা এটা দিনৰ এটা গধূলি। কিন্‌কিনিয়া বৰষুণত তিতি এজন ক্ষীণকায় ব্যক্তি ডিব্ৰুগড়ৰ নাট্যশিল্পী ভৰ্ত্তি চন্দ্ৰ বৰপূজাৰীৰ বাসভৱনলৈ সোমাই আহিল। আমি বহুতো শিল্পী এটা সংগীত অনুষ্ঠানৰ বাবে আখৰাত ব্যস্ত আছিলোঁ। দুয়োজন ব্যক্তিৰ সাৱটা-সাৱটিত কোনো বিশেষ ব্যক্তি বুলি বুজি উঠিলো। আখৰা খন্তেকলৈ সামৰিলোঁ। বৰপূজাৰীয়ে সকলোৰে সৈতে চিনাকি কৰি দিলে।

ঃ এয়া কোন জানানে? 'আমাৰ প্ৰতিনিধি'ৰ পদ্ম বৰকটকী। আমাৰ সকলোৰে মাজত এক গুণগুণনি আৰম্ভ হ'ল। স্নাতক বৰ্ষৰ ছাত্ৰী হিচাপে মই তেখেতৰ সেই সময়ৰ উপন্যাসবোৰ অভিভাৱকৰ ভয়ত মনে মনে পঢ়িছিলো। কিন্তু কি আচৰিত! সেই অশ্লীল লেখকজন দেখা কথা-বাৰ্তাত অকণো অশ্লীল অনুভৱ নহ'ল। সকলোখিনিয়ে তেখেতৰ লগত অন্তৰংগ আলাপত মচগুল হ'লো। মই নিজে লিখা আৰু সুৰ দিয়া এটি গীত পৰিৱেশন কৰিলো— আনবোৰেও নিজৰ নিজৰ প্ৰতিভাসমূহ প্ৰদৰ্শন কৰিলে। তাৰ পাছত তেখেত যাবলৈ ওলোৱাত আমি আমাৰ হাতত থকা গানৰ বহীবোৰকে তেখেতলৈ আগুৱাই দিলোঁ স্ব-হস্ত লিখনৰ বাবে। মোক সুধিলে ঃ তোমাৰ নাম?

ঃ সন্ধ্যা দেৱী।

ঃ তোমাৰ নাম উষাহে হ'ব লাগিছিল।

ঃ সন্ধ্যা সময়ত জন্ম হোৱা বাবে দেউতাই এই নাম ৰাখিলে।

— তেওঁ মোৰ মুখলৈ চালে আৰু আগবঢ়াই দিয়া গানৰ বহীটোতে লিখিলে—

'সন্ধ্যাৰ বুকুত জাহ যাবলৈ আগবঢ়া বেলিৰ আছে তীব্ৰ বেদনা। কি বেদনা লৈ সন্ধ্যা সুন্দৰ হয়, তুমি নিশ্চয় জানা। তোমাৰ জীৱনৰ বুকুত জয়যুক্ত পুৱাৰ পোহৰ দেখা পাবলৈ সদায় বাট চাম।' — পদ্ম বৰকটকী। ৭৯ মহাত্মা গান্ধী ৰোড, কলিকতা-৯ — এজন সত্য প্ৰশস্তিৰ পথত খোজকঢ়া ব্যক্তিৰ এয়া এক অনুপ্ৰেৰণা। এই লেখা বাৰে বাৰে পঢ়ি পোন্ধৰ দিনৰ পাছত এটি গীত লিখিলোঁ।

বেলিৰ বেদনা প্ৰকাশিল/সন্ধ্যাৰ লাজুকী গালত/তাৰেই স্বাক্ষৰ জিলিকিল/সৌযে পশ্চিম আকাশত। '৭৫ চনত গীতিকাৰ ৰূপে স্বীকৃতি পোৱাৰ পাছত নানাজনে নানা সুৰত এই গীত গালে আকাশবাণীত। বৰকটকীৰ শেষৰ শাৰীটোৰ আশীৰ্বাদে জীৱনত ৰং সানিলে। মুধচ ফুটা হ'ব নোৱাৰিলেও সাহিত্য-সংস্কৃতিৰ এজন বনুৱা হিচাপে আই অসমীৰ সেৱা কৰি আহিছোঁ। বৰকটকীলৈ তেখেতৰ স্মৃতিৰ এই শ্ৰদ্ধাঞ্জলি আগবঢ়ালো। ❑

**('দৈনিক জনমভূমি', ২১ মাৰ্চ ২০০৮ সম্পাদকলৈ চিঠি)**

# যি কথা কোৱা নহ'ল

নৱকৃষ্ণ দত্ত

পদ্ম বৰকটকীৰ লগত প্ৰথমে পৰিচয় হৈছিল 'নতুন দৈনিক'ৰ সম্পাদক হিচাপে তেখেতে কাৰ্যনিৰ্বাহ কৰি থাকোঁতে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংবাদদাতা হিচাপে কৰ্মসূত্ৰে অফিচলৈ যাওঁতে তেখেতক মোৰ লেখাসমূহ প্ৰায়ে দেখুৱাওঁ। দিনবোৰ লাহে লাহে বাগৰিল। আমাৰো ঘনিষ্ঠতা গাঢ় হৈছিল। শুবৰ টুপিটো, চছ্‌মাযোৰ, তামোলৰ সৰু টেমিটো, হাতৰ ম'বাইলটো,........ যিকোনো কথাতেই 'হ'ব', 'পাৰিবা' আদি আশাভৰা, আত্মবিশ্বাসী সুৰৰ দৃঢ়তাৰ তীক্ষ্ণ কথাবোৰ আজি মনত পৰিলে ভাৱ হয় যে ছাৰৰ বয়স ৮০-ৰ উৰ্দ্ধত। ছাৰ বৰ কম কথাৰ মানুহ আছিল। আৰু তেওঁ আছিল আশাবাদী। নতুন দৈনিকৰ সম্পাদক হিচাপে তেখেতে মোক মাননি হিচাপে দুশ টকা দি সহায় কৰিছিল। মোৰ গল্প পুথি 'পাখি লগা শব্দ' উন্মোচন কৰিবলৈ চানমাৰিৰ ইঞ্জিনিয়াৰিং খেলপথাৰৰ 'উত্তৰ-পূব গ্ৰন্থমেলা'লৈ তেখেতে আহি মোক যি সহায় কৰি দিলে (২০০৫), তাৰ বাবে মই তেখেতৰ ওচৰত চিৰকৃতজ্ঞ হৈ ৰ'লোঁ।

আজি তেখেত নাই। ভাৱ হৈছে— অসমৰ সংবাদ তথা সাহিত্য জগতৰ এটা লাইখুঁটা উভালি গৈছে। নিজকে নিজে সান্ত্বনা দিছো....... জীৱ জগতত জন্ম-মৃত্যু আৱস্যম্ভাৱী। সিদিনাখন 'গুৱাহাটী প্ৰেছ ক্লাব'ত জাৰ্নেলিষ্ট এছচিয়েছন অব আছামৰ উদ্যোগত আয়োজন কৰা জন্মদিনত পদ্ম বৰকটকীৰে অন্তৰংগ আলাপ অনুষ্ঠানত ছাৰক এটা জাপিৰে সম্বৰ্দ্ধনা জনাওঁতে তেখেতে কৈছিল, নৱকৃষ্ণ, তুমি ক'ৰ পৰা ওলালাহি?' মাতষাৰ এতিয়াও মোৰ কাণত বাজি থাকে।

আকস্মিকতে বাথৰূমত পৰি মূৰত তেখেতে দুখ পায়....... তাৰ পাছত...... জি এন আৰ চি হস্পিটাল..........। ঘৰলৈ আৰু ঘূৰি নাহিল তেখেত। যোৱা ১২ মাৰ্চ, ২০০৮ বুধবাৰৰ এটি বিষাদৰ ৰাতিপুৱা ঘৰলৈ তেখেতক লৈ অহা হ'ল বগা কাপোৰেৰে ঢাকি।

তেখেতৰ মৃত্যু হ'ল সঁচা, কিন্তু তেখেতৰ জীৱনজোৰা কৰ্মৰাজি আমাৰ মাজত জিলিকি থাকিব। ❑

('দৈনিক জনমভূমি', ২১ মাৰ্চ ২০০৮ সম্পাদকলৈ চিঠি)

# দেৱতুল্য পুৰুষজনৰ সোঁৱৰণত

গীতিকা দেৱী

শ্ৰীভূমি পাব্লিছিং কোম্পানীয়ে প্ৰকাশ কৰা শিশু সাহিত্যৰাজি শৈশৱতে আমাৰ হাতত পৰিছিল। 'টমাছ আলভা এডিছন' ইত্যাদি এইলানি ৰচনাৰ প্ৰায়বোৰেই আছিল অনুবাদ। অনুবাদক ৰূপে আমি দেখিছিলোঁ পদ্ম বৰকটকীৰ নাম। পৰম কৌতুহল উপজিছিল মানুহজন সন্দৰ্ভত। কলেজীয়া জীৱনত তেওঁৰ উপন্যাস, গল্পৰ সৈতে পৰিমাণগতভাৱে অভ্যস্ত হওঁ। পৰৱৰ্তী সময়সত্তাক কৌতুহলী কৰি ৰখা এইগৰাকী লেখক-ঔপন্যাসিকৰ চুবুৰীয়া হোৱাৰ সৌভাগ্য ঘটে আমাৰ। দীৰ্ঘকালজুৰি তেওঁৰ বিষয়ে যিধাৰণা আছিল, সেয়া সম্পূৰ্ণ সলনি হৈছিল সান্নিধ্যলৈ অহাৰ পিছত। 'সোতৰ বিপৰীতে' পঢ়োতে তেওঁক খঙাল বুলিও ভাবিছিলোঁ। পিছে নহয়, কলমৰ মানুহজনৰ স'তে ব্যক্তিগতজীৱনৰ তফাৎ আছিল বিস্তৰ। যোৱা চাৰিটা বছৰত আমাৰ সুখ-দুখৰ প্ৰতিটো মুহূৰ্তত তেওঁৰ সান্নিধ্য আৰু সদুপদেশ পাইছিলোঁ। এক নিৰলস জীৱনৰ প্ৰতিভূ আছিল বৰকটকীদেৱ। য'তেই উপস্থিত হৈছিল তাতেই সৃষ্টি কৰিছিল এক আনন্দময় পৰিৱেশ। এনে মুকলিমূৰীয়াকৈ হাঁহিব পৰা মানুহ আজিৰ পৃথিৱীত যেন দুৰ্লভ। দোকমোকালিতে শোৱাপাটী এৰাটো তেওঁৰ চৰিত্ৰৰ অংগ আছিল। সদায় দেখিছিলোঁ পঢ়া টেবুলত দৃষ্টি অচঞ্চল ৰাখি তেওঁ লিখি গৈছিল নানা ৰচনা। দহমান বজাত লেখা-মেলা কিছু সময়ৰ বাবে সামৰি তেওঁ বাহিৰ ওলাইছিল। পিন্ধনত অতি পৰিপাটি আছিল তেওঁ। তেওঁ যেন ক'ৰবালৈ যাবলৈহে ওলাইছে তেনে লাগিছিল সকলো সময়তে। এইবাৰ জাৰ অপেক্ষাকৃতভাৱে বেছি আছিল। বৰকটকীক জাৰৰ ওচৰত শিৰ নত কৰা নেদেখিলোঁ কোনো দিনে। পঢ়া-শুনা, লেখা-মেলাত যতি পৰা নাছিল। মাথোঁ দেখিছিলোঁ দুপৰীয়া ৰ'দত বহি যেন হেৰুৱাব খোজা শক্তিখিনি ওভতাই আনিবলৈ চেষ্টা কৰিছিল। বিগত চাৰিটা বছৰত দেখা তেওঁৰ অন্যতম চৰিত্ৰটো আছিল সমদৃষ্টি। সৰু-ডাঙৰ বুলি কাকো হেয় জ্ঞান কৰা নেদেখিলোঁ। ড্ৰাইভাৰ, কাম কৰা মানুহ প্ৰত্যেকৰ লগত অতি আন্তৰিকতাৰে কথা পাতিছিল। শিশুসকল অন্তৰংগ বন্ধু আছিল তেওঁৰ। হাঁহি ধেমালি কৰিছিল তেওঁ চুবুৰীয়া আটাইবোৰ শিশুৰ সৈতে। জন্মদিন, পৰীক্ষা

ইত্যাদিৰ আগতীয়া বতৰা পালে তেওঁ কলম আদি উপহাৰ দিছিল। মাজে মাজে দেখিছিলোঁ বিয়লি বেলিকা আত্মবিভোৰ হৈ ফুলনিখনত ঘূৰি ফুৰা। সেই সময়ত আমি ওচৰলৈ গ'লেও অথবা মাতিলেও প্ৰথম অৱস্থাত উমঘাম নেপাইছিল তেওঁ। পৰৱৰ্তী সময়ত কৈছিল— 'কিবা এটা কথা ভাবি আছিলোঁ। তুমি অহাৰ কথা গমেই পোৱা নাছিলোঁ' বুলি। এনেহেন দেৱতুল্য লোক এজনক ওচৰৰ পৰা পোৱাটো মোৰ জীৱনৰ বাবে গৌৰৱৰ কথা বুলি ভাবো। যোৱা কেইদিনমান ধৰি তেওঁ ৰোগশয্যাত থাকিল। সকলো সময়তে খা-খবৰ ৰাখিছিলোঁ। মৃত্যুৰ ওচৰত হাৰ মানিলেও আমাৰ মানসপটত তেওঁৰ স্মৃতি আজীৱন সজীৱ হৈ ৰ'ব। আজি অনুভৱ হৈছে বৰকটকীদেৱৰ জীৱন অৱসানৰ লগে লগে যেন আমাৰো জাতীয় সাহিত্যৰ এটি দিশ শূন্য হৈ গ'ল। তেওঁৰ স্মৃতি যুগমীয়া কৰিবলৈ আমি কিবা দীৰ্ঘম্যাদী আঁচনি গ্ৰহণ কৰিব নোৱাৰোনে? ❑

(১৩ মাৰ্চ, ২০০৮, 'আজিৰ দৈনিক বাতৰি'ত প্ৰকাশিত)

# পদ্ম বৰকটকী ঃ কাহানিও ভাগৰি নপৰা মানুহজন

অৰুণ ঠাকুৰ

শিৱসাগৰৰ খুৰাদেউ স্বৰ্গীয় ভৱধৰ ঠাকুৰৰ জোঁৱাই পদ্ম বৰকটকীক মই লগ পাইছিলো তেওঁৰ বিয়াৰ কিছুদিন পিছতে। খুৰাৰ ছোৱালী থুনু বাইদেউৰ লগত বিয়া হোৱা দিন ধৰি পদ্ম বৰকটকীক নিচেই ওচৰৰ পৰা লগ পোৱাৰ সুযোগ পাইছিলো। মই তেতিয়া কলেজীয়া ছাত্ৰ। এদিন খুৰাদেউৰ লগত পদ্ম বৰকটকীক (মোৰ ভিনদেউ) লগ কৰিবলৈ গৈছিলো। সিদিনা খুৰাৰ ঘৰত পদ্ম বৰকটকীৰ লগত শিল্পী-সাহিত্যিক ৰত্ন ওজাও আলহী আছিল। ৰত্ন ওজাৰ লগত মোক চিনাকি কৰি দি বৰকটকী ভিনদেৱে প্ৰথমে মোক সুধিছিল— মই বাহিৰা কিতাপ পঢ়োনে? মই ক'লো— 'ডিটেক্টিভ কিতাপ পঢ়ো'। আমাৰ কলেজীয়া দিনবোৰত গোলাই চিৰিজ, পাফু চিৰিজৰ ডিটেক্টিভ উপন্যাস, গল্পবোৰ বৰ জনপ্ৰিয় আছিল। তেতিয়াৰ দিনত অসমীয়া ভাষাত ডিটেক্টিভ সাহিত্য তাকৰ আছিল। মই ভিনদেউ আৰু ৰত্ন ওজাক ক'লো যে এতিয়া পেৰিমেশ্যনৰ কিতাপ পালে পঢ়ো। দুয়োগৰাকীয়ে মোক বাহিৰা কিতাপৰ প্ৰতি ধাউতি বঢ়াবলৈ উপদেশ দিয়াৰ লগতে ডিটেক্টিভ গল্প লিখাৰ বাবেও কৈছিল। পঢ়া শেষ কৰি চাকৰি জীৱন আৰম্ভ কৰো। বৰকটকী ভিনদেউক গুৱাহাটীত সঘনে লগ পোৱাৰ সুযোগ ঘটে। তিনিটা ল'ৰা-ছোৱালীৰ সৈতে গুৱাহাটীৰ ভাড়াঘৰত এদিন বাইদেউ আৰু ভিনদেউক একেলগে পাই সাংসাৰিক জীৱনৰ ইটো-সিটো বহুতো কথা পাতি ভালেখিনি সময় কটাই দিছিল। কথাৰ মাজতে সুযোগ বুজি মই ভিনদেউক সুধিছিলো— 'ভিনদেউ, আপোনাৰ লেখাবোৰ কেতিয়া লিখে? নিত্য সহচৰ তামোলৰ বঁটাতো হাতত লৈ কৈছিল—'ৰাতি এইকেইটা শোৱাৰ পিছত, তাকো আঁঠুৱাৰ ভিতৰত পীৰা এখন লৈহে লিখাৰ কাম কৰো, নিশা পোহৰ নোহোৱালৈকে সময়খিনিয়েই মোৰ লিখাৰ সময়। শিলপুখুৰীৰ ওচৰৰ ৰে'ললাইনৰ দক্ষিণপাৰৰ ভাৰাঘৰটোত মাজে-সময়ে ভিনদেউৰ সৈতে বিভিন্ন বিষয় লৈ আলোচনা হৈছিল যদিও জ্ঞান আৰু অভিজ্ঞতাত ভিনদেউৰ তুলনাত মই ভালেখিনি পিছপৰা। এদিন আলোচনাৰ মাজতে পুলিচৰ বিষয়ে ৰাইজৰ ধাৰণা সম্পৰ্কে তেখেতে মোক কৈছিল— 'যেতিয়ালৈকে চোৰ, ডকাইত, মাৰপিট, গণ্ডগোল আদি নঘটে, তেতিয়ালৈকে সৰ্বসাধাৰণ ৰাইজে পুলিচৰ অস্তিত্ব অনুভৱ নকৰাকৈ থাকে বা পুলিচৰ অস্তিত্ব বুজি নাপায়, কিন্তু যেতিয়া কোনো এটা অঘটনত পুলিচে লাঠীচাৰ্জ কৰে, তেতিয়া একাংশই ক'ব ঠিকেই হৈছে, আন এচামে লাঠীচাৰ্জৰ বিপৰীতে সৰৱ হৈ

উঠে। অৰ্থাৎ পুলিচৰ কৰ্তব্য সম্পৰ্কে ৰাইজৰ দ্বিমত সদায় আছে।

এবাৰ শিৱসাগৰৰ বয়োবৃদ্ধ ব্যক্তি এজনে বৰকটকীক ভিনদেউৰ গুৱাহাটীৰ ভাৰাঘৰত আলহী খাই মোক কৈছিল— 'থুনৰ (পদ্ম বৰকটকীৰ পৰিবাৰ) ভাৰাঘৰ হ'লেও তেওঁলোকে আলহীক আদৰ-সাদৰ কৰি নিজকে ধন্য মানিছিল।' কৈছিল— 'পদ্ম বৰকটকীও কম মানুহ নহয়, কোনো বিশেষ চাকৰি বা ব্যৱসায় নকৰাকৈয়ে তিনিটা ল'ৰা-ছোৱালী আৰু সঘনাই আহি থকা আলহীৰে সৈতে গুৱাহাটীৰ নিচিনা এখন ব্যয়বহুল চহৰত কেৱল কলম পিহিয়েই সংসাৰ চলোৱাটো কম আশ্চৰ্যৰ কথা নহয়। আচৰিত কথা এইটোহে যে পদ্ম বৰকটকীয়ে কিন্তু নিশ্চিত মনে দিনবোৰ অতিবাহিত কৰি গৈ আছে।' উপৰিউক্ত কথাকেইষাৰ শিৱসাগৰৰ বয়োবৃদ্ধ ব্যক্তিগৰাকীয়ে মোক ত্ৰিছ বছৰ আগেয়ে ব্যক্ত কৰিছিল। 'পদ্মই ছাত্ৰাৱস্থাৰ পৰাই খদ্দৰ ছাৰ্ট-পেণ্ট আৰু ধুতী-পাঞ্জাবী পিন্ধি জাতীয় চেতনাৰ চিনাকি দিছিল। কিন্তু এতিয়া হিমাচলী টুপীটো আৰু আইনষ্টাইনৰ মোচকোছা তেখেতৰ প্ৰিয় হৈছে। তেওঁ আমাৰ সকলোৰে প্ৰিয়পাত্ৰ হোৱাৰ কাৰণটোৱেই হ'ল সাংসাৰিক যন্ত্ৰণাৰ কথাক গৌণ কৰি সামাজিক ন্যায়-অন্যায়ৰ বিষয় তেওঁৰ লেখাৰ জৰিয়তে দাঙি ধৰাটোৱেই আছিল মুখ্য কাম।'

মৃত্যুৰ প্ৰায় এমাহ আগেয়ে তেওঁৰ আধাডুখৰীয়াকৈ সজা নিজৰ ঘৰত উপস্থিত হৈছিলোগৈ। সচৰাচৰ দিনবোৰৰ দৰে সেইদিনাও বিভিন্ন বাতৰিকাকত আৰু আলোচনীৰে ভৰা বিছনাখনত ক্ষীণকায় মানুহগৰাকীয়ে পঢ়াত ব্যস্ত হৈ আছিল। বিছনাৰ কাষতে থকা টেবুলখনত থকা কম্পিউটাৰটোত এজন ডেকা ল'ৰাক শ্ৰুতলিপি দি আছে। ভিনদেউৰ কলম ধৰাৰ শক্তি নাইকিয়া হৈ আহিছে। মোক দেখি বিছনাতে বহাৰ নিৰ্দেশ দিলে। পৰস্পৰ কুশল বাতৰি লোৱাৰ পিছত বৰ দুখ মনেৰে মোক এষাৰ কথা কৈছিল—'বুজিছা অৰুণ এতিয়া আৰু কলমেৰে জীৱন নিৰ্বাহ কৰিব নোৱাৰিম যেন লাগিছে। কিবা ব্যৱসায়-বাণিজ্য কৰিহে জীৱন চলাব লাগিব।' প্ৰায় অৰ্ধশতিকা ভিনদেউক ওচৰৰ পৰা পাইছো, কিন্তু কোনোদিনে বিৰক্তি প্ৰকাশ নকৰা মানুহগৰাকীৰ কথাকেইষাৰত কিবা দুখ আৰু ক্লান্তিৰ ভাব অনুৰণন যেন হৈছিল। ক'ব নোৱাৰাকৈ মই পাকঘৰত থুনু বাইদেউৰ ওচৰত দুআষাৰ মাত লগাই ঘূৰি আহিলো। তেওঁৰ মৃত্যুৰ বাতৰিয়ে অসমীয়া বৌদ্ধিক জগতখনৰ লগতে পৰিয়ালে এক অাপূৰণীয়া সম্পদ হেৰুৱালে। তেখেতৰ আদ্যশ্ৰাদ্ধৰ দিনা মনত অজস্ৰ ডুখৰীয়া ছবিয়ে ভুমুকি মাৰি আছে। তাৰে কেইটামান ৰোমন্থন কৰি এই মহান ব্যক্তিগৰাকীলৈ অশ্ৰুসিক্ত শ্ৰদ্ধা নিবেদন কৰিলো। ❑

(২১ মাৰ্চ ২০০৮ 'আমাৰ অসম'ত প্ৰকাশিত)

# পদ্ম বৰকটকী

## সংবাদ আৰু সাহিত্যৰ বৰ্ণময় আকাশত এক বিস্ময়-সৃষ্টিকাৰী লেখক-সাংবাদিক

### মুখামুখি

*"দিনান্তত ৰঙা বেলিয়ে এন্ধাৰ নদীত অৱগাহন কৰে অন্য এক ৰক্তিম পুৱাৰ অপেক্ষাত। দুপৰৰ তেজস্বী সূৰ্যৰ দৰে দুৰ্দমনীয় যৌৱনৰ অধিকাৰী, তাৰুণ্যৰ অপ্ৰতিৰোধ্য শক্তিৰ উমাল প্ৰতিমূৰ্তি, চাৰিকুৰি বসন্ত গৰকা অজেয়-অম্লান ব্যক্তিজনেও দিনান্তত সেই একে প্ৰত্যাশাৰে নতুন নতুন সপোন দেখে। সপোন দেখে সুবাসিত ৰক্তিম পুৱাত সাৰ পাই উঠা এখন শান্তিৰ সসাগৰা পৃথিৱীৰ। য'ত উচ্চাৰিত হ'ব মনুষ্যত্বৰ জয়গান, যশস্তুতি, জীৱনৰ গৰিমা। প্ৰচুৰ জীৱনবোধ থকা অভিজাত-মনৰ ব্যক্তি-সত্তাই দ্বিধাহীনভাৱে ক'ব পাৰে— 'নতুনক প্ৰতিদান কৰিবলৈ মই নিজে সৰি পৰিবলৈকো ভয় নকৰো।' বৰঞ্চ অকপটে ক'ব পাৰো— 'হে নতুন, তোমালোকলৈ অভিনন্দন।' বৈচিত্ৰ্য আৰু বৈশিষ্ট্যৰ সোণসেৰীয়া ভঁৰালসদৃশ আত্মবিশ্বাসী দৃষ্টিসন্ধানী স্ৰষ্টাজনে খলিল জিব্ৰানৰ ভাষাৰে কয়- প্ৰাচীনসকল উপযুক্ত ধেনুহে হ'ব পাৰে; একমাত্ৰ ডেকাসকলহে সেই ধেনুৰ পৰা কাঁড়ৰ দৰে ভৱিষ্যতলৈ তীব্ৰবেগে যাব পাৰে। ডেকাচামে কাঁড়ৰ দৰে গৈ পাব পৰা ভৱিষ্যতটোক প্ৰাচীনসকলে কল্পনাও কৰিব নোৱাৰে। এইজনেই আধুনিক অসমীয়া সাহিত্য আৰু সংবাদ জগতৰ অন্যতম 'অৰ্জুন', যাক নিঃসংকোচে ক'ব পাৰি আৰু যিজনে কলমক তীক্ষ্ণ কাঁড়ৰ দৰে অযোগ্যজনক আঘাত হানিবলৈ এৰি দিছে। বিপৰীতে বঞ্চিত, শোষিত, নিপীড়িত, আৰ্তজনৰ মুক্তিৰ বিজয় দুন্দুভি বজাইছে। ব্যক্তি স্বাতন্ত্ৰ্যত বিশ্বাসী, সোঁতৰ বিপৰীতে গতিশীল, বাস্তৱবাদী সপ্ৰতিভ স্ৰষ্টাজনৰ এই বিশাল ক্ষেত্ৰত অবিৰত অৰ্ধশতিকাজুৰি বিচৰণ কেৱল চমকপ্ৰদেই নহয়, উপলব্ধিৰ বীক্ষা আৰু প্ৰজ্ঞাৰে সমুজ্জ্বল হৈ পৰিছে সেই বিচৰণক্ষেত্ৰ। এইগৰাকী মসীজীৱী প্ৰগতিশীল সাহিত্য কৃতিৰ যথাৰ্থ গৌৰৱোজ্জ্বল ঐতিহ্যৰ ধাৰকো, বাহকো। তেওঁ বিচৰণ কৰা নাই ক'ত? লেখক হিচাপে কবিতা, গীত, নাটক, গল্প, মননশীল ৰচনা, সমালোচনা, উপন্যাস আদি জগতত মুক্ত মনেৰে যিদৰে বিচৰণ কৰিছে; তীক্ষ্ণধী কলমক চাবুক হিচাপে ব্যৱহাৰ কৰি ঠিক একেদৰে সংবাদ জগততো বিচৰণ কৰিছে। পদ্ম বৰকটকী নাম তেওঁৰ। চমৎকাৰ, সৌষ্ঠৱ আৰু বৈশিষ্টপূৰ্ণ সৃষ্টিশীলতাৰে অসমীয়া সাহিত্যৰ বৰ্ণময় আকাশত পদ্ম বৰকটকীৰ আৱিৰ্ভাৱ এক পৰম বিস্ময়-সৃষ্টিকাৰী লেখক-সাংবাদিক হিচাপে। অসামান্য, অদ্বিতীয়, অপৰাজেয় পদ্ম বৰকটকীৰ জীৱন-এষণা উন্মোচিত কৰিবলৈ কৰা সামান্য প্ৰয়াসেই এই সুদীৰ্ঘ সাক্ষাৎকাৰ।"*

*? বহুতে কয় শৈশৱ সোণোৱালী। সোণোৱালী-ৰূপোৱালী শৈশৱ আৰু কৈশোৰৰ বিষয়ে জানিবলৈ সকলোৱে বিচাৰে। বিশেষকৈ সমাজৰ অসাধাৰণ আৰু বিভিন্ন দিশত স্ব-মহিমাৰে বিচৰণ কৰা অসামান্য ব্যক্তিত্বসম্পন্ন লোকসকলৰ। সেই পাদপ্ৰদীপত আপুনিও এক দেদীপ্যমান শিখা। সেয়ে বৈচিত্ৰ্যময় জীৱনৰ 'আদিপাঠ' স্বৰূপ শৈশৱ-কৈশোৰৰ বিষয়ে জানিবলৈ আমিও উন্মুখ, লগতে 'জনমভূমি'ৰ সুধী পঢ়ুৱৈসকলো।*

**পদ্ম বৰকটকী ঃ** মানৱ জীৱনটো 'পাহৰণি নদী'ৰ বাহিৰে একো নহয়। পিৰামিদ, কুটুবমিনাৰ, মৈদাম আদি ৰজা-মহাৰজাসকলে সজাইছিল তেওঁলোকৰ স্মৃতি চিৰযুগমীয়া কৰি ৰাখিবৰ বাবে, এক জীৱন্ত-ইতিহাসৰ স্বাক্ষৰ ধৰি ৰাখিব পৰাকৈ সোণালী সৌধ। আজি কিমানেইবা তেওঁলোকক মনত ৰাখিছো? আমি সেই ৰজাও নহয়, নহয় এক স্মৃতিসৌধ; যাক নেকি যুগে যুগে, প্ৰজন্মৰ পৰা প্ৰজন্মলৈকে সুঁৱৰি থাকিব। অথবা গঢ়ি উঠিব প্ৰশস্তিৰ পাহাৰ অথবা গম্বুজ! মই কিয়, এই অসমখনত এনেকুৱা এজন মানুহ সম্প্ৰতি আছেনে যাক সমগ্ৰ পৃথিৱীৰ সন্মুখত দ্বিধাহীনভাৱে থিয় কৰাব পাৰো তেওঁ কৰা কামৰ বাবে? ইয়াৰ মাজতো এটা সময়ত 'দৈনিক অসম' কাকতত 'কত বাধা, কত দ্বিধা' শীৰ্ষক স্তম্ভলেখাত মোৰ শৈশৱ-কৈশোৰৰ বিষয়ে এলানি ৰচনা লিখিছিলোঁ। কোনো কোনোৱে পঢ়ি-শুনি ভাল পাইছিল, শলাগিছিল। আৰু আন এচামে মই আত্মজীৱনী লিখিবলৈ আৰম্ভ কৰিছোঁ বুলি কটাক্ষ কৰিবলৈও লৈছিল। প্ৰশস্তিৰ বাহিৰে আন একো নাই আত্মজীৱনীত; বিশেষকৈ আমাৰ সাহিত্যত। কিছুমান কথাত মই নিষ্ঠুৰভাৱে মুক্ত কণ্ঠৰ। অমৰত্বত মোৰ লাভ নাই। মই লিখা কিবা ৰচনা ভৱিষ্যতে যদি প্ৰয়োজন হয়, মোৰ নাম নোলোৱাকৈয়ে মানুহে ব্যৱহাৰ কৰিবই। বেদৰ মন্ত্ৰ, গীতাৰ শ্লোক প্ৰয়োজনত আজিও মানুহে মনত পেলায়, উচ্চাৰণ কৰে। কোনে লিখিছিল নজনাকৈয়ে। অমৰত্ব প্ৰয়াসী বহুতেই আজি পাহৰণিৰ গৰ্ভত তথাপি, জানিব বিচাৰিছা যদি মোৰ ল'ৰালি দিনৰ বিষয়ে কওঁ শুনা।

(মোৰ উন্মুখ-অনুৰোধলৈ সঁহাৰি জনাই স্মৃতিৰ ডেউকা মেলি বৰেণ্য ব্যক্তি পদ্ম বৰকটকী উজাই আহিল আজিৰ পৰা ৮০/৬০ বছৰৰ আগৰ ল'ৰালি দিনলৈ আৰু শিশুসুলভ সৰলতাৰে কৈ গ'ল জীৱনৰ আদি অধ্যায়।)

১৯২৭ চনত যোৰহাট বালিগাঁৱত মোৰ জন্ম। জগন্নাথ বৰুৱা আৰ্য বিদ্যালয়ত প্ৰাথমিক শিক্ষা আৰু যোৰহাট উচ্চ মাধ্যমিক বিদ্যালয়ত হাইস্কুলীয়া শিক্ষা লাভ কৰোঁ। পঢ়া-শুনাত বৰ ভাল নাছিলো যদিও সংস্কৃত আৰু ইংৰাজী বিষয় দুটা ভাল পাইছিলো। শিক্ষাগুৰু কিৰণ চন্দ্ৰ গোস্বামীয়ে সংস্কৃত পঢ়াইছিল। খুব ভাল শিক্ষক আছিল তেওঁ। গতিকে পৰৱৰ্তী নিজৰ মাতৃভাষাটো আয়ত্ত কৰাত সংস্কৃতে বাৰুকৈয়ে সহায় কৰিছিল।

এতিয়া উপলব্ধি হয় গোস্বামী ছাৰৰ যত্ন আৰু কৃপাতেই এইখিনি হৈছে। অংক বিষয়টো মোৰ একেবাৰে ভাল নালাগিছিল। এতিয়া পিছলৈ উভতি চাই ভাবিছো, অংকৰ অবিহনে জীৱন আৰু জাতিৰ ক্ষতিও হয় অধিক। নহ'লেনো আমাৰ জাতিটোতকৈ আমেৰিকা যিকোনো ক্ষেত্ৰতেই উচ্চ স্থানত। আমেৰিকানসকল জীৱনৰ হিচাপ-নিকাচৰ অংকত সদাব্যস্ত বাবে ক্ষেত্ৰ বিশেষে নিজক শুধৰাই ল'ব পাৰে। আমাৰ জাতিয়ে নোৱাৰে, আমি নিজকে শুধৰাবলৈ বেয়া পাওঁ। মোৰ ক্ষেত্ৰতো হয়তো সেয়াই হ'ল। ইয়াৰ উপৰি সৰুতে মই মোৰ খুৰাদেউক ভাল নাপাইছিলো। — তেওঁ মোক খুব খং কৰিছিল। প্ৰতিবাদ হিচাপে সেয়ে তেওঁক উভতি ধৰিছিলো। ভিতৰি ভিতৰি মনত গজি উঠা এই বিদ্ৰোহী ভাবটোৱেই হয়তো পৰৱৰ্তী সোঁতৰ বিপৰীতে যাবলৈ মোক প্ৰলুব্ধ কৰিলে। এই কথাটো ভাবি মাজে মাজে মই আচৰিত হওঁ। মোৰ শৈশৱ-কৈশোৰৰ শিক্ষকসকলৰ প্ৰায়কেইজনৰেই আছিল 'চেন্স অব হিউমাৰ'। 'দাদু' দেৱেশ্বৰ শৰ্মা, সাংসদ হেম বৰুৱাৰ দৰে বৰেণ্য নেতা আৰু ব্যক্তি- সত্তাক ওচৰতে পাইছিলো। আজিও মোৰ দৃষ্টিত এই দুজন ব্যক্তি 'হিৰো'। 'চেন্স অব হিউমাৰ' থকা এই সকল ব্যক্তিৰ সান্নিধ্য লাভৰ ফলশ্ৰুতিতেই চাগৈ এদিন বংগ সাহিত্যতো হাত দিব পাৰিলো।

মোৰ খুৰাদেউকে ধৰি পৰিয়ালৰ আন আন মানুহে, আত্মীয়-স্বজনে অনবৰতে মোক পতিয়ন নিয়াবলৈ চেষ্টা কৰিছিল যাতে ডাঙৰ হৈ মই এজন আই চি এছ বিষয়া হওঁ। আই চি এছ-ৰ বাহিৰে যেন এই ভূ-ভাৰস্তত ভাল চাকৰি, শ্ৰেষ্ঠ চাকৰি নাই। কিন্তু এই পদবীৰ বাবে থাকিব লগা যোগ্যতা মোৰ নাই। থাকিবইবা ক'ৰ পৰা, পঢ়া-শুনাততো মই ভাল নাছিলো। অধ্যয়ন মোৰ বাবে জীৱনৰ এক অদৰকাৰী অধ্যায় বুলি ভাবিছিলো। তেনেকুৱা এটা সুযোগেই পালো। ১৯৪২ চন, গান্ধীজীৰ নেতৃত্বত সমগ্ৰ ভাৰতব্যাপী মহাআন্দোলন। স্কুলীয়া ছাত্ৰ হিচাপে গান্ধীজীৰ এই মহা আন্দোলনত জঁপিয়াই পৰিলো। পঢ়া-শুনা কৰাৰ পৰিৱৰ্তে এটা সুকীয়া বাট পালো। কংগ্ৰেছী নেতা কৃষ্ণনাথ শৰ্মাই যোৰহাটৰ নেতৃত্ব ল'লে। তেওঁৰ ওচৰলৈ মই সঘনে অহা-যোৱা কৰিবলৈ ল'লো। খোৱা-বোৱাও কৰিলো তেওঁৰ তাতেই। অসুস্থতাৰ কাৰণে তেওঁৰ বাহিৰে যোৰহাটৰ সকলো আন্দোলনকাৰীক পুলিচে গ্ৰেপ্তাৰ কৰিলে। পুত্ৰ কালীনাথ শৰ্মাক এদিন তেওঁ বুজাই ক'লে যে পুলিচৰ প্ৰতাপত যোগাযোগ বিচ্ছিন্ন হৈছে, কংগ্ৰেছে বিভিন্ন ঠাইৰ লগত সংযোগ ৰাখিব পৰা নাই। ভলণ্টিয়াৰবোৰক দেখা মাত্ৰেই পুলিচে ধৰে আৰু খানাতালাচ কৰে। এতিয়া কংগ্ৰেছৰ কিছুমান গুৰুত্বপূৰ্ণ কাগজ-পত্ৰ নিৰ্দেশ দিয়া মতে কিছু কিছু ঠাইত তইঁতিয়েই দি থৈ আহিব লাগিব। কথামতেই কাম। ঘৰত নোকোৱাকৈয়ে মই মাজুলীৰ গড়মূৰ সত্ৰ পালোগৈ। লগত কালীনাথ শৰ্মা। তাত কাগজ-পত্ৰ দি দুই-তিনিদিনৰ পিছত সত্ৰাধিকাৰে আমাক মাতি নি ক'লে, যে

পুলিচে গ্ৰেপ্তাৰ কৰিবলৈ আমাৰ দুজনক বিচাৰি ফুৰিছে। লগতে তেওঁ পৰামৰ্শ দিলে অতি সোনকালে যেন আমি মাজুলী ত্যাগ কৰি লগত কাগজ-পত্ৰ লৈ উত্তৰ লখিমপুৰলৈ যাব লাগে। সত্ৰাধিকাৰৰ পৰামৰ্শতেই আমি দুয়ো উত্তৰ লখিমপুৰ, বিহপুৰীয়া, তেজপুৰ, গুৱাহাটী হৈ বৰপেটা পালোগৈ। বৰপেটাত উপেন দাস নামৰ এজন উকীলৰ ঘৰত আছিলো। তাত সেই ঠাইৰ ছাত্ৰসকলে আমাক ছাত্ৰ নেতা বুলি চিনাকি দি দুখন সভা পাতিছিল। কিন্তু সেই সময়ত সৰভোগ বিমানকোঠ আৰু কেইটামান চৰকাৰী ঘৰ কংগ্ৰেছীয়ে জ্বলাই দিয়ে। সেই ঘটনাৰ পিছদিনাই পুৱা পুলিচে আহি আমাৰ দুয়োজনকে গ্ৰেপ্তাৰ কৰে। ঘৰ জ্বলোৱা, চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰা আদি বহু অভিযোগ দি আমাক হাকিমৰ সমুখত থিয় কৰালে। হাইস্কুলীয়া ল'ৰা, এইবোৰৰ বিষয়ে একো নাজানো, সেয়ে অপৰাধীৰ কাঠগড়াত নোসোমাই আমি পোনে পোনে সজাই থোৱা তথা উকীল বহা দুখন চকীত বহিলো। ইয়াত যে বহিব নাপায় বা নোৱাৰো হাকিমে মনত পেলাই দিয়াত কালীনাথ শৰ্মাই ওলোটাই খঙেৰে হাকিমক ক'লে- 'আমি কিয় বহিব নোৱাৰো? এতিয়া ভাৰতত ইংৰাজৰ শাসন নাই, আপুনি ইংৰাজৰ বহতীয়া। আপোনাৰ নিৰ্দেশ আমি নামানো।' কথাই বিষম ৰূপ ল'লে। হাকিম গণেশ ফুকনে হাতকেৰেয়া লগাই কাৰাগাৰলৈ নিবলৈ পুলিচক নিৰ্দেশ দিলে। হাকিমৰ নিৰ্দেশমতে পুলিচে মোক হাতত হাত কেৰেয়া লগালে, কিন্তু মোৰ হাতখন ক্ষীণ হোৱা কাৰণে হাতকেৰেয়াডাল সুলকি পৰিল। পুলিচজনে মোক ফুচফুচাই ক'লে, ভাইটি ধৰি লোৱাচোন। দুসপ্তাহমান কাৰাগাৰত থকাৰ পিছত আমাক গ্ৰেপ্তাৰ কৰা কথাটো বৰপেটাত বিয়পি পৰিল। সেই সময়ত বৰপেটাৰ হাকিম হৈ আছিল মোৰ আত্মীয় সত্যেন বৰকটকী। তেওঁ কেনেবাকৈ আমি কাৰাগাৰত থকা কথাটো শুনিলে আৰু ফুকন হাকিমৰ সৈতে কথা পাতি আমাক কাৰাগাৰৰ পৰা মুক্ত কৰি দিলে। কাৰাগাৰৰ পৰা ওলাই আহোঁতে মোক সত্যেন বৰকটকীয়ে কাণত ধৰি উলিয়াই আনে আৰু হাতত যোৰহাটলৈ যোৱা ৰে'লৰ দুটা টিকট দিলে যাতে আমি এতিয়াই তুৰন্তে বৰপেটা এৰিব লাগে। ৰে'ল ষ্টেচনলৈ আহি থাকোঁতেই কালীনাথ শৰ্মাই মোক ক'লে যে ধুবুৰীলৈ যোৱা কামটো থাকি যাব যোৰহাটলৈ যোৱা ৰে'লত উঠিলে। তেওঁৰ কথাৰ মৰ্মটো বুজি পাই যোৰহাটৰ টিকট দুটা তাতেই ফালি ধুবুৰীমুখী ৰে'লত উঠিলো। এইবাৰ ধুবুৰীতো গ্ৰেপ্তাৰ হ'লো। তিনিমাহ সশ্ৰম কাৰাদণ্ড। নগাঁও কাৰাগাৰলৈ আমাক চালান দিলে। কাৰাগাৰত লগ পালো দেৱকান্ত বৰুৱা, পুষ্পলতা দাস আদিক। দেৱকান্ত বৰুৱাই নতুন কিতাপ ওলালেই পঢ়ি চাবলৈ দিয়ে। তেঁৱেই মোক কিতাপৰ বাহ্যিক আৰু আভ্যন্তৰিক পৃথিৱীখনৰ সৈতে চিনাকি কৰাই দিয়ে। কিতাপ পঢ়াৰ ভয়ত যিজন ল'ৰাই এদিন ঘৰৰ পৰা পলাই পৰোক্ষভাৱে হ'লেও আন্দোলনত জঁপিয়াই পৰি কাৰাবাস খাটিলো, সেইজন

ল'ৰাই আজি অন্ধকাৰ কোঠাত কিতাপৰ জ্ঞান ল'লে ভৱিষ্যৎ জীৱন পোহৰাবলৈ! সেই কথা ভাবি আজি বিস্ময় বিমুগ্ধ হৈ পৰো নিজে নিজেই।

***? সেই সময়ৰ যোৰহটীয়া সমাজখনৰ বিষয়ে কওকচোন?***

**পদ্ম বৰকটকী ঃ** (১) শৌৰ্য-বীৰ্য আহোম ৰাজতন্ত্ৰৰ শেষ ৰাজধানী যোৰহাট। আহোম ৰাজতন্ত্ৰৰ বেলি মাৰ গ'ল, বৃটিছৰাজো গ'লত কিন্তু ৰাজকীয় ভাব এটা থাকি গ'ল যোৰহাটৰ মানুহৰ মনত। আজিও যেন অভিজাত অভিজাত লগা এক বায়বীয় পৰিৱেশ যোৰহাটত। ঘৰত বন কৰা ভৃত্য বা বাইজনীকো আনকি দুখীয়া বুলি নকয় মালিকে আৰু আনকো ক'বলৈ সুবিধা নিদিয়ে।

(২) যোৰহাটত মণিৰাম দেৱান আৰু পিয়লি ফুকনক ফাঁচি দিয়াৰ বাবে বৃটিছৰাজৰ বিৰুদ্ধে যোৰহটীয়া ৰাইজে কোনো ধৰণৰ প্ৰতিবাদ কৰিব নোৱাৰিলে। সেই দুখটো যোৰহাটৰ মানুহৰ মনত থাকি গ'ল।

(৩) সেই সময়তে যোৰহাটৰ পৰা এক পৃষ্ঠাৰ দৈনিক বুলেটিন প্ৰকাশ হয়। একে সময়তে যোৰহাটৰ দাঁতিকাষৰীয়া ঠেঙাল গাঁৱৰ পৰা শিৱপ্ৰসাদ বৰুৱাই প্ৰথমখন দৈনিক বাতৰি কাকত উলিয়াই বৌদ্ধিক মহলত স্তম্ভিত কৰি তোলে।

(৪) যোৰহাট বিখ্যাত চাহ খেতিয়কৰ ঠাই। আত্মভিমানী কেইগৰাকীমান যোৰহটীয়াই উপলব্ধি কৰিলে যে চাহৰ ওপৰতে ইংৰাজৰ চকু, চাহক লৈয়েই তেওঁলোকৰ ব্যৱসায় তথা অৰ্থনৈতিক সৌধ নিৰ্মাণ আৰু ইয়াৰ দ্বাৰাই অৰ্থনৈতিক শোষণ চলাই আছে। গতিকে, ইয়াৰ প্ৰতিবাদ স্বৰূপে গঢ়ি তুলিলে চাহ বাগান। আজিও তেওঁলোক চাহ খেতিয়কেই।

(৫) গান্ধীজী প্ৰথম যোৰহাটলৈ আহোঁতে তেওঁক মৰিয়নি ৰে'ল ষ্টেচনৰ (এতিয়া জংচন) পৰা এই পথছোৱা নিৰাপদে অনাৰ দায়িত্ব আছিল বৃটিছ চাহাবৰ। আইন-শৃংখলাজনিত কাৰণত যোৰহাটৰ বৃটিছ পুলিচ প্ৰশাসনে থেৰো-গেৰো কৰি থকাত নগৰৰ এজন চাহ খেতিয়কে তেওঁৰ গাড়ীৰে গান্ধীজীক লৈ আনে যোৰহাট নগৰলৈ। নাও ডুবি গ'লেও টিঙৰ পৰা নানামে যোৰহটীয়া অভিজাত সমাজে।

(৬) আৰু বহু কথা আছে পুৰণি যোৰহাট নগৰ তথা যোৰহটীয়া সমাজৰ। জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অধ্যক্ষ তুলসী নাৰায়ণ শৰ্মা শিক্ষক হিচাপেই নহয়, ব্যক্তি হিচাপেও আছিল অতুলনীয়। ইয়াৰ উপৰি প্ৰাচ্য বিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈক খুব ওচৰৰ পৰা দেখিছো। কাঠৰ টোল এখনত বহি তেওঁ ঘৰৰ সমুখৰ বাগিচাত আবেলি পৰত ফুল গছৰ গুৰিত মাটি খুচৰি থাকে, পানী দি থাকে। প্ৰতিবেশীয়ে সেই সময়তহে পণ্ডিতজনক দেখিবলৈ পায়। মানুহৰ চকুলৈ চাই কথা নাপাতিছিল কৃষ্ণকান্ত সন্দিকৈয়ে।

*? সাহিত্যৰ অন্যান্য ক্ষেত্ৰতো আপোনাৰ অবাধ বিচৰণ। এই ক্ষেত্ৰসমূহত থকা অৰিহণাৰ বিষয়ে কওঁকচোন।*

**পদ্ম বৰকটকী ঃ** লেখক হৈ 'লিখি খোৱা মানুহ' হিচাপে ওৰেটো জীৱন কলমেই হ'ল মোৰ চালিকা শক্তি। আজীৱন লেখক হিচাপে অবিশ্ৰান্তভাৱে লিখি গৈছোঁ- গল্প, গীত, নাটক, ব্যংগ ৰচনা, অনুবাদ, চিত্ৰনাট্য, জীৱনী সাহিত্য ইত্যাদি। গল্প সংকলন পাঁচখন - 'অশ্লীল', 'ৰীতাৰ প্ৰেম', 'বিয়াৰ প্ৰথম নিশা', 'মৰমৰ চিন' আৰু 'আঙুঠি পিন্ধোৱাৰ পিছত'। ভ্ৰাম্যমাণ থিয়েটাৰৰ বাবে 'শ্ৰীশংকৰদেৱ', 'ক্লিওপেট্ৰা', 'অথেলো', 'মেকবেথ', অনাতাঁৰৰ বাবে 'সিঁচা পুখুৰীৰ মাছ', 'আমাৰ আশাৰ আছে ইতিহাস' আৰু মঞ্চৰ বাবে 'পুতলা ঘৰ', 'অৰণ্যত গণতন্ত্ৰ', 'দৈয়াঙৰ ৰচৈ', 'পৰজনমৰ শুভলগনত' আদি নাটক। মুঠতে ১৬ খন নাটক ৰচনা কৰিলোঁ। 'এলবাৰ্ট আইনষ্টাইন', 'টমাচ আলভা এডিচন', 'হেলেন কেলাৰ', 'ৰবাৰ্ট ফুল্টন' আদিকে ধৰি দহখন অনুবাদ জীৱনীগ্ৰন্থ লিখিলোঁ। 'জ্ঞানৰ সঞ্চয়', 'জগতখনক জানিম আমি', 'সুৰীয়া মাতৰ গুৰিকথা' নামৰ তিনিখন শিশুগ্ৰন্থৰ উপৰি ইংৰাজীত 'Hidden Facts from the Magic Land of Assam' শীৰ্ষক গ্ৰন্থখন আৰু 'A Silent Revolution' শীৰ্ষক গ্ৰন্থখন সম্পাদনা কৰিছোঁ। 'সপোন দেখোঁ মই' মোৰ একমাত্ৰ গীতৰ পুথি। অনাতাঁৰৰ বাবে পাঁচশমান গীত লিখিছোঁ। গতিকে সাহিত্যৰ গন্ধীয়া ভঁৰাললৈ সোণালী জয়ন্তী অতিক্ৰম কৰা (অৰ্দ্ধ শততম) মোৰ এই লেখক জীৱনত মই এশখন গ্ৰন্থ আগবঢ়ালোঁ। নিঃসন্দেহে চেঞ্চুৰীটো কোবালোঁ বুলিয়েই ধৰি লৈছোঁ।

*? আপোনাৰ অসামান্য সাহিত্য-কৃতি তুলনাবিহীন। সাহিত্যৰ সমান্তৰালভাৱে সাংবাদিকতাও কৰিছে। এই সাংবাদিকতাৰ ক্ষেত্ৰখনত লাভ কৰা স্মৰণীয় অভিজ্ঞতাৰ বিষয়ে কওকচোন।*

**পদ্ম বৰকটকী ঃ** 'আসাম ট্ৰিবিউন' কাকতত সংবাদদাতা হিচাপে সাংবাদিকতা আৰম্ভ কৰাৰ সময়তে 'জনমভূমি' আৰু 'শান্তিদূত' কাকততো সংবাদদাতা হিচাপে কাম কৰোঁ। ইয়াৰ পিছত 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' কাকতত ধাৰাবাহিক লেখক। এই সময়ছোৱাতে ১৯৬৩ চনত 'ষ্টাডি মিচনছ ইণ্টাৰনেছনেল'ৰ উদ্যোগত 'ইণ্ডিয়ান জাৰ্ণেলিষ্টছ ষ্টাডি মিছন'ৰ সাংবাদিক-সদস্য হৈ আমেৰিকা ভ্ৰমণ কৰোঁ। আমেৰিকাত দুমাহ আছিলোঁ। অসমৰ একমাত্ৰ প্ৰতিনিধি মই। মাৰ্কিন যুক্তৰাষ্ট্ৰ চৰকাৰে তাৰ সমসাময়িক বাতৰি কাকতবোৰৰ বিষয়ে এলানি ক্ষেত্ৰভিত্তিক অধ্যয়ন কৰিবলৈ সাংবাদিকসকলক দায়িত্ব ন্যস্ত কৰিছিল। সেই সাংবাদিক দলটোৰ ময়ো এগৰাকী সদস্য আছিলোঁ। এই সুযোগ আৰু সুবিধাই উন্নত দেশ আমেৰিকা আৰু উন্নয়নশীল ৰাষ্ট্ৰ ভাৰতবৰ্ষৰ সাংবাদিকতাৰ বিষয়ে এক সম্যক ধাৰণা লাভ কৰিবলৈ দিলে। আমাৰ দেশৰ জাতীয় আৰু আঞ্চলিক

ভাষাৰ বাতৰি কাকতবোৰৰ চৰিত্ৰ সম্পৰ্কতো এক তুলনামূলক দিশ সম্পৰ্কে ধাৰণা এটা পালোঁ। আমেৰিকাৰ পৰা আহিয়েই মই সম্পাদনাৰ ভাৰ লওঁ শ্ৰীভূমি পাব্লিকেশ্যন কোম্পানীযে কলকাতাৰ পৰা প্ৰকাশ কৰা 'আমাৰ প্ৰতিনিধি' নামৰ মাহেকীয়া আলোচনীখনৰ। এই আলোচনীখনৰ সম্পাদক হিচাপে পাঁচ বছৰ কাৰ্যনিৰ্বাহ কৰাৰ পিছত 'নতুন প্ৰতিনিধি' মাহেকীয়া আলোচনী সম্পাদনা কৰোঁ। আসাম বুক ডিপোৱে প্ৰকাশ কৰা এই আলোচনীখন সম্পাদনা কৰি থকাৰ সময়তে অসমলৈ মনত পৰাত কলকাতাৰ পৰা আহি গুৱাহাটী পালোঁহি। এই আলোচনী দুখন সম্পানা কৰি ভালেই লাগিছিল। সেই সময়ত প্ৰচলন সংখ্যা তেৰ হাজাৰলৈকে হৈছিলগৈ। এক কথাত 'আৱাহন' আলোচনীতকৈ ১০-১২ গুণ বেছি প্ৰচলন সংখ্যা। এক বৈপ্লৱিক চিন্তাধাৰাৰে পুষ্ট আলোচনী দুখনে তৰুণচাম পাঠকৰ পৰা আশাপ্ৰদ সঁহাৰি লাভ কৰিছিল। ইয়াৰ উপৰি বিহু, পূজাকে সাঙুৰি বিশেষ সংখ্যা প্ৰকাশ কৰি এক নতুনত্বৰ গতি দিবলৈ প্ৰয়াস কৰিছিলোঁ। গুৱাহাটীলৈ আহি তেতিয়াৰ 'দৈনিক অসম' কাকতৰ উপ-সম্পাদক অনিল বৰুৱা (পিছত দৈনিক অসমৰ সম্পাদক আৰু আজিৰ দৈনিক বাতৰিৰ উপদেষ্টা সম্পাদক), পৱিত্ৰ কুমাৰ ডেকা, অমূল্য বৰুৱা আদিক লগ পাই সম্মিলিত প্ৰচেষ্টাত 'সমকালীন' মাহেকীয়া পত্ৰিকাখন উলিয়াওঁ। মুখ্য সম্পাদকৰ দায়িত্ব ল'লোঁ। তেনেকৈয়ে এদিন 'মাতৃভূমি' আৰু 'ইস্তাহাৰ' এই দুখন সাপ্তাহিক কাকতৰো সম্পাদক হ'লো। ইয়াৰ পিছত প্ৰায় এটা দশক ধৰি তিনিদিনীয়া 'অগ্ৰদূত'ত সোঁতৰ বিপৰীতে শিতানত স্তম্ভ লেখক হিচাপে তীক্ষ্ণধী আৰু যুক্তিনিষ্ঠ কলম চলাই অসমৰ ভিন্ন ঠাইৰ বিশেষকৈ গ্ৰামাঞ্চলৰ চিন্তাশীল, সচেতন পঢ়ুৱৈয়ে মোক বিপুল সঁহাৰি জনায়। ইয়াৰ পিছত কিছুদিনৰ কাৰণে পযেকীয়া 'আজিৰ সময়' আৰু 'নতুন দিন'ৰ সম্পাদক আৰু 'নৰ্থ ইষ্ট ডেইলী'ৰ মুখ্য সম্পাদক আছিলো। গতিকে এই সুদীৰ্ঘ কালৰ সাংবাদিক জীৱনে মোক অভিজ্ঞ কৰি তুলিছে আৰু দিছে অনন্য পথৰ সন্ধান। লগে লগে সাংবাদিকতাক এডভেঞ্চাৰ হিচাপে ল'লো। যিটো মোৰ খুবেই প্ৰিয়। সেই তাহানিতেই সাংবাদিকতাক বৃত্তি হিচাপে লোৱা অসমৰ দ্বিতীয় ব্যক্তি খুব সম্ভৱ ময়েই। এইখিনিতে এজৰা পাউণ্ডৰ কথা এবাৰ মনত পৰিছে। তেওঁ কৈছিল, "সাহিত্যও সম্বাদেই, কেৱল সাহিত্যত সংবাদবোৰ সম্বাদ হৈয়ে ৰৈ যায় অৰ্থাৎ পুৰণি নহয়।" কথাষাৰ বিশ্বাস কৰি কওঁ, যে মোৰ ৰচনাতো আজিলৈকে সদায়ে যিমান পাৰো মানুহৰ বুকুৰ আচল সম্বাদ দিবলৈকে চেষ্টা কৰোঁ। মোৰ প্ৰথম তিনিখন উপন্যাস 'মনৰ দাপোণ', 'খবৰ বিচাৰি', 'বিচাৰৰ বাবে' আৰু পৰৱৰ্তী উপন্যাস 'পুতলাৰ নমস্কাৰ'ৰ কেন্দ্ৰীয় চৰিত্ৰ সাংবাদিক। মই ভাবো, বিশ্ব সাহিত্যত ভালেমান শ্ৰেষ্ঠ গ্ৰন্থৰ শ্ৰেষ্ঠত্বৰ মূলতে আছে সেইবোৰত থকা চিৰ নতুন সংবাদ।

***? সাম্প্ৰতিক অসমৰ সাংবাদিকতা সম্পৰ্কত আপোনাৰ মতামত?***

**পদ্ম বৰকটকী ঃ** তথ্য আৰু প্ৰযুক্তি, বিশ্বায়নৰ প্ৰভাৱত এহাতেদি যেনেকৈ ইলেক্ট্ৰনিক মাধ্যমৰ প্ৰৱেশ ঘটিছে, আনহাতেদি ঠিক তেনেকৈ বিশ্বৰ অন্যান্য ঠাইৰ লগতে আমাৰ ইয়াতো সমান্তৰালভাৱে বৰঞ্চ ক'ব পাৰি এঢাপ আগুৱাইহে ছপা মাধ্যমৰ গুৰুত্ব বাঢ়িছে। শেহতীয়াকৈ অসমত সঘনে বাতৰি কাকত প্ৰকাশ হ'বলৈ ধৰিছে। একাষাৰে ইয়াক ভাল বা বেয়া বুলি ক'ব নোৱাৰি। নিঃসন্দেহে এচাম যুৱ সংবাদসেৱী এতিয়া সংবাদ জগতখনলৈ আহিছে। তেওঁলোকৰ উৎসাহ আছে, উন্মাদনা আছে। স্বাভাৱিকতে এয়া শুভ লক্ষণ। আচল কথা হ'ল কোনখন বাতৰি কাকতক পঢ়ুৱৈয়ে কেনেদৰে গ্ৰহণ কৰিছে সেইটোহে। গঢ়ি উঠা ধাৰাটোত পঢ়ুৱৈয়ে ভাল পালে চলিব আৰু নাপালে নচলে। এটা কথা ঠিক, যে বাতৰি কাকত প্ৰকাশৰ যোগেদি এচামে কেৱল নিজৰ সুবিধা আদায়কে লক্ষ্য কৰি লোৱা বাস্তৱত দেখা গৈছে। ক'ব পাৰি, এডাল অদৃশ্য শিকলিয়ে সাংবাদিকসকলক টনা-আঁজোৰা কৰি আছে। অসমৰ সাম্প্ৰতিক বাতৰি কাকতবোৰৰ চৰিত্ৰ আৰু মতাদৰ্শ বেলেগ বেলেগ। ভূমিকাও সুকীয়া সুকীয়া। দেখা গৈছে এখন অঘোষিত প্ৰতিযোগিতা।

***? সততে আলোচিত এইবোৰ প্ৰসংগই বহুতকে সন্দিহান কৰি তোলে যে ইলেক্ট্ৰ'নিক মাধ্যমৰ আগ্ৰাসী ভূমিকাই এদিন বাতৰি কাকতৰ দৰে ছপা মাধ্যমক নিঃশেষ কৰিব! আপুনি কথাটো কেনেদৰে ভাবে?***

**পদ্ম বৰকটকী ঃ** এইবোৰ তৰল মানুহৰ তুলুঙা যুক্তি। ক'তা পশ্চিমত দেখোন নতুন নতুন বাতৰি কাকত, পত্ৰিকা ওলায়েই আছে। আন্তৰ্জাতিক আৰু দেশীয় কাকতবোৰৰ প্ৰচলন সংখ্যা দিনক দিনে বাঢ়ি গৈছে। একোখন কাকত-আলোচনীৰ একে সময়তে বহু সংস্কৰণ প্ৰকাশ হৈছে। আঞ্চলিক ভাষাৰ কাকতবোৰতো এই প্ৰভাৱ পৰিছে। আমাৰ অসমো বাদ পৰা নাই। গ্ৰামাঞ্চলৰ পঢ়ুৱৈৰ বাবে দৈনিক এখনৰ সমানেই সাপ্তাহিক কাকতখনৰো গুৰুত্ব আছে। একোটা বিশেষ পৃষ্ঠা বা শিতানেই তেওঁলোকৰ ক্ষেত্ৰত মূল্য অপৰিসীম। তাৰ উৎকৃষ্ট দৃষ্টান্ত প্ৰায় এটা দশক ধৰি তিনিদিনীয়া 'অগ্ৰদূত'ত মই লিখা 'সোঁতৰ বিপৰীতে' শিতান। ইলেক্ট্ৰ'নিক মাধ্যমত প্ৰচাৰিত আৰু পৰিবেশিত সংবাদ সংক্ষিপ্ত। এতিয়াৰ উপভোক্তা-পঢ়ুৱৈয়ে 'ডিটেইলছ্'ত যাব বিচাৰে। বৰঞ্চ মই এনেদৰেহে ক'বলৈ ভাল পাম, যে ইলেক্ট্ৰ'নিক মাধ্যমে প্ৰত্যক্ষ বা পৰোক্ষভাৱে আজিৰ সাংবাদিক আৰু সংবাদ পত্ৰ (ছপা মাধ্যম)ক উপকৃতহে কৰিছে। লগতে তথ্যৰ ভঁৰালটো সমৃদ্ধ হৈছে। মাউছ টিপিলেই ইণ্টাৰনেট, কম্পিউটাৰত বন্দী আৰু সংৰক্ষিত হৈ থকা যিকোনো তথ্য নিমিষতে পাব পৰা গ্ৰহণযোগ্য ব্যৱস্থাই ছপা মাধ্যমৰ গতিক ক্ষিপ্ৰ কৰি তুলিছে। উন্নত মুদ্ৰণ-প্ৰযুক্তিৰ প্ৰতি মানুহ আকৰ্ষিত

হৈছে। দূৰদৰ্শন আৰু ব্যক্তিগত চেনেলৰ বাতৰি চোৱা আৰু শুনাৰ উপৰি পুৱাৰ চাহকাপৰ প্ৰিয় সংগী বাতৰি কাকতখন নপঢ়ালৈকে চুই নোচোৱালৈকে দেখোন মানুহ সন্তুষ্টই নহয়। গতিকে, বাতৰি কাকতৰ কলীয়া আখৰকেইটাত চকু নুফুৰালে এতিয়াৰ মানুহৰো জীৱন-যাত্ৰা স্পন্দনহীন। কলীয়া আখৰকেইটাত মানুহে দি যাব চিৰদিন চিৰকাল অমৰত্ব।

*? যুৱ প্ৰজন্মৰ সাংবাদিকসকলৰ উদ্দেশ্যে আপোনাৰ ক'বলগা?*

**পদ্ম বৰকটকী :** তেওঁলোকৰ প্ৰতি মোৰ চাৰিটা কথা আছে- (১) 'সাগৰ মন্থন' কৰাৰ দৰে সংবাদ-পত্ৰত ব্যৱহৃত ভাষাটো (অসমীয়াই হওক বা ইংৰাজীয়েই হওক) মন্থন কৰিবলৈ শিকিব লাগিব। গতিকে ভাষা-মন্থন মূল কথা। (২) পঢ়ুৱৈক ভবাই তুলিব পৰা দক্ষতা থাকিব লাগিব। (৩) বাতৰিৰ প্ৰতি থাকিব লাগিব তীব্ৰ আকৰ্ষণ। ইংৰাজীত ক'বলৈ গ'লে- Knows for news. (৪) Everything is news. - এই বিশেষ গুণটো থাকিব লাগিব।

*? বিশ্বায়নৰ কবলত সমগ্ৰ বিশ্বখনেই হৈ পৰিছে এখন 'গ্ল'বেল ভিলেইজ'। তৃতীয় বিশ্বৰ দেশ ভাৰতবৰ্ষত বিশ্বায়নৰ প্ৰভাৱ সম্পৰ্কে আপোনাৰ মতামত?*

**পদ্ম বৰকটকী :** বিশ্বায়নে বেয়াকৈ ক্ষতি কৰিছে আমাক। মুক্ত অৰ্থনীতিৰ নামত এখন মুকলি বজাৰ সৃষ্টি হৈছে। যিখন বজাৰৰ কাৰণে আমাৰ অৰ্থনীতিত কুঠাৰাঘাত পৰিছে। উদাহৰণ হিচাপে আমাৰ দেশত উৎপাদিত বানাৰসী শাড়ী এখনৰ প্ৰকৃত দাম যদি এহাজাৰ টকা হয়, চীনাসকলে তৈয়াৰ কৰা তেনেকুৱা এখন শাড়ী (বানাৰসী শাড়ীৰ 'ডুপ্লিকেট')ৰ দাম হ'ব দুশ টকা। গ্ৰাহক বা উপভোক্তাই দুশ টকাতে পোৱা শাড়ীখনহে ক্ৰয় কৰিব। ফলত চীনা বজাৰখনহে ধনী হৈছে। গতিকে বিশ্বায়নে দেশীয় অৰ্থনীতিৰ সৌধ নিৰ্মাণত কোনো উল্লেখযোগ্য অৰিহণা আগবঢ়াব পৰা নাই।

*? সাম্প্ৰতিক অসমীয়া সাহিত্য সম্পৰ্কে আপুনি কি মন্তব্য দিব?*

**পদ্ম বৰকটকী :** অসমত এতিয়া সকলোতে অপচয়। সাম্প্ৰতিক অসমীয়া সাহিত্যতো অপচয় আৰু সংকটে দেখা দিছে। সংবাদ-পত্ৰ, আলোচনী আদি বিশ্লেষণ কৰি যদি চাওঁ, তেতিয়াহ'লে দেখিবলৈ পাওঁ শতকৰা এশৰ ভিতৰত ৫০-৬০ শতাংশই অপচয়। অৰ্থাৎ সৰহখিনিয়েই 'ৰিপিটেশ্যন' (পুনৰাবৃত্তি)। নতুনত্ব বুলিবলৈ একো নাই। অসমীয়া সাহিত্য আৰু ভাষাক চৰকাৰী স্বীকৃতি দি এটা স্বতন্ত্ৰীয়া ভাষাৰূপে গঢ় দিয়াত আমেৰিকান বেপ্টিষ্ট মিছনেৰী, তেওঁলোকৰ উদগনিত আনন্দৰাম ঢেকিয়াল ফুকন আদি আৰু কেৱল উচ্চাৰণৰ ওপৰত ভিত্তি কৰি লিখা অভিধান নাকচ কৰি "হেমকোষ" অভিধানেৰে হেমচন্দ্ৰ বৰুৱাই ভাষাটোলৈ সৰ্বশ্ৰেষ্ঠ অৰিহণা যোগালে। তাৰ পিছত ভিন্নধৰ্মী গ্ৰন্থ আৰু সাহিত্য ৰচনাৰে ভাষাটোক চহকী কৰি প্ৰতিবেশী ৰাজ্য

বংগৰ বাংলা ভাষাৰ লগত ফেৰ মাৰিব পৰা ভুৰলৈ লক্ষ্মীনাথ বেজবৰুৱাই আনি দিলে। ইয়াৰ আগতে শংকৰী যুগৰ সাহিত্যই অসমীয় ভাষাৰ বুনিয়াদটো সুদৃঢ়ভাৱে নির্মাণ কৰি গৈছে। গতিকে একাষাৰতে ক'বলৈ গ'লে ইয়াৰ পাছত জোনাকী যুগৰ ৰথী-মহাৰথীসকলে যিখিনি প্রতিষ্ঠা কৰিলে সেইখিনিৰ বাহিৰে বিশেষ একো পৰিবর্তন হোৱা নাই। কেৱল চর্বিত-চর্বন কৰি বহুতে নাম কিনি আছে। স্থিতাবস্থাৰ পৰিবর্তন আনি সমাজ গঢ়াৰ নির্দিষ্ট ভূমিকা গ্রহণ কৰা সাহিত্যতকৈ নন্দনতাত্ত্বিক দিশত বগাবলৈ বিচৰা সাহিত্যিকেই সম্প্রতি বেছি। আধুনিক অসমীয়া সাহিত্যত তেনেকুৱা উদ্দেশ্যপূর্ণ সাহিত্য নাই বুলিবই পাৰি, যি সাহিত্যই সমাজত প্রভাৱ বিস্তাৰ কৰিছে। বঁটা আৰু পদবীৰ পিছে পিছে ঘূৰি ফুৰা লেখক-সাহিত্যিক বেছি হ'ল। মই আশাবাদী আৰু মোৰ বিশ্বাস, সাহিত্যৰ ৰূপ সলনি হ'ব। বেলবেলাই থকা সাহিত্য আৰু নাথাকিব। সাহিত্য কিমান স্থায়ী, মই সিমান নাজানো, কিন্তু বিশ্বসাহিত্যত হেৰী পটাৰৰ স্থায়িত্ব নাথাকিবগৈ। গতিকে, নিজকে অসমীয়া সাহিত্যৰ কর্ণধাৰ বুলি ভবাসকলে কথাবোৰ চিন্তা কৰিবৰ হ'ল। আমাক এতিয়া কিছু সৃষ্টিশীল লেখক লাগে, ভাল ভাল কিতাপ লাগে।

***? অসম সাহিত্য সভাক আপুনি ভিন্ন সময়ত কঠোৰ ভাষাৰে সমালোচনা কৰিছে। সম্প্রতি এই সম্পর্কত আপোনাৰ দৃষ্টিভংগী সলনি হৈছে নেকি?***

**পদ্ম বৰকটকী :** 'আমাৰ প্রতিনিধি'ৰ দিনৰে পৰা যোৱা ৪০ বছৰ কাল মই অসম সাহিত্য সভাক যিকোনো মুহূর্ততে কঠোৰ ভাষাৰে সমালোচনা কৰি আহিছো। সাহিত্য সভাৰ লগত জড়িত ব্যক্তি, সভাপতি প্রমুখ্যে সাহিত্য কৰা সকলৰ লেখা আৰু কার্যকলাপক চোকা সমালোচনা কৰি থৈছো। এবাৰ ড° মহেশ্বৰ নেওগে কায়দা কৰি মোক কৈছিল- "..... সাহিত্য সভাৰ নাওখন চলাই যাওঁতে যদি পানীত পৰি ককবকাই থাকো, তেতিয়াও তুমি মোক উদ্ধাৰ নকৰিবা নেকি?" অর্থাৎ ছলেৰে মোক সাহিত্য সভাৰ ভিতৰ চ'ৰালৈ নিবলৈ ড° নেওগকে ধৰি বহুতে চেষ্টা কৰিছিল যদিও আজিলৈকে যোৱা নাই। সাহিত্য সভাত এতিয়া নিলিখা সাহিত্যিকৰহে সমাগম। সেয়ে অকপটে ক'ব পাৰো, অসম সাহিত্য সভা চৰকাৰৰ ৰং ঘঁহা ৰক্ষিতা বা বেশ্যা। সাহিত্য সভা প্রকৃতার্থত সাহিত্যৰ সভা হৈ থকা নাই; ধনৰ শ্রাদ্ধহে! য'ত সাহিত্যই নাই, তাত এতিয়া সাহিত্যৰ মহাসম্মিলন আয়োজন কৰে! আজিলৈকে পূর্ণাংগ অসমীয়া ভাষাৰ অভিধান এখন উলিয়াব নোৱাৰিলে। গতিকে সকলো মিলি অসম সাহিত্য সভা বিফল।

***? সাংস্কৃতিক অৱক্ষয়ে জাতিটোৰ প্রগতিত হেঙাৰ হিচাপে থিয় দিছে। আপোনাৰ মতামত?***

**পদ্ম বৰকটকী :** সাংস্কৃতিক অৱক্ষয়ে অসমীয়া জাতিটোক কোঙা কৰিছে। আজিৰ এই তথ্য আৰু প্রযুক্তিৰ দিনত, বিশ্বায়নে সমগ্র পৃথিবী তোলপাৰ লগোৱাৰ

দিনত আমি কিন্তু সেই তাহানিৰ দিনতেই আছো। ঐতিহ্য আৰু পৰম্পৰাৰ দোহাই দি, বোকোচাত সংস্কৃতি কঢ়িয়াই ফুৰোতেই হায়ৰাণ হৈছো। চকুৰ আগতে আমূল পৰিবৰ্তন দেখিও 'যুগৰ পৰিবৰ্তনক মানি ল'ব নোখোজো। বিহুৱেই হওক বা সভা-সমিতিয়েই হওক, ডিঙিত ফুলাম গামোচাখন ল'ব লাগিব বা দিব লাগিব বুলি ক'ত নিয়ম আছে? কেৱল মুগাৰ মেখেলা পিন্ধিয়েই নাচিব লাগিব, পাটৰ সাজযোৰ পিন্ধি বিয়ালৈ যাব লাগিব বুলি ক'ত লিখা আছে? ফুলাম গামোচাখন শ্ৰদ্ধাৰ বিহুৱান হিচাপে প্ৰিয়তমাই মৰমৰ চিনস্বৰূপে চেনাইক যচাৰহে নিয়ম। কিন্তু আজিকালি সেই গামোচা, শৰাই আদি উপহাৰৰ সামগ্ৰী হ'ল। অথচ আজি সমগ্ৰ পৃথিৱীজুৰি আমেৰিকাৰ অখণ্ড প্ৰতাপ। পঞ্জাবৰ ভাংৰাৰ দৰে আমেৰিকাৰ জাজ সংগীতো বিশ্বজুৰি সমাদৃত। আমেৰিকাৰতো কোনো সাংস্কৃতিক ঐতিহ্য-পৰম্পৰা নাই, নাই কোনো ইতিহাস। তৎসত্ত্বেও আমেৰিকা সকলোৰে আগত। গতিকে আমিয়েই আমাৰ সংস্কৃতিক ধ্বংস কৰি গৈ আছো। আচলতে আমি নিজেই নিজক জনা নাই। ❑

*সাক্ষাৎ গ্ৰহণ ঃ* অংকুৰ ৰন্‌জন চাংমাই

('সাপ্তাহিক জনমভূমি'ৰ পহিলা আগষ্ট ২০০৭ ত
প্ৰকাশিত সাক্ষাৎকাৰৰ একাংশ)

# স্মৃতিৰ একাঁজলি

ইন্দিৰা বৰকটকী

সৌ-সিদিনা তেওঁৰ সৈতে কটোৱা অন্তৰংগ মুহূৰ্তবিলাক, এতিয়া কেৱল পাহৰিব নোৱাৰা স্মৃতিহে মাথো। তেওঁ যেন বৰ লৰালৰিকৈ গুচি গ'ল।

২১ জানুৱাৰী, ২০০৮ চন। সেইদিনা তেওঁ মোক ভাত ৰান্ধিবলৈ মানা কৰি ক'লে- 'আজি অলপ আউটিং কৰা যাওঁক।' তাৰ পিছত আমি ১০-৩০ মান বজাত ওলাই গ'লো। তেওঁৰ কামখিনি কৰি উঠি আমি হোটেলতে ভাত খালো আৰু লগতে বিহুৰ বজাৰ কৰি আমি সন্ধিয়া আহি ঘৰ পালোহি। বোধকৰো সেইদিনা দিনটো আমাৰ বাবে বৰ অনুকূল নাছিল। কিয়নো সেইদিনাই ৰাতি তেওঁ কিছু অসুস্থ অনুভৱ কৰিলে আৰু পিছৰাতি তেওঁ হঠাতে এটা চিঞৰ মাৰি অজ্ঞান হৈ পৰিলে। মই কিংকৰ্তব্য বিমূঢ় হৈ কাষতে থকা মোৰ জী-জোৱাইক চিঞৰিলো। লগে লগে তেওঁক জি.এন.আৰ.চি. হস্পিটালত ভৰ্তি কৰা হ'ল। ডাক্তৰে তেওঁৰ ব্ৰেইন ষ্ট্ৰোক হোৱা বুলি ক'লে। লাহে লাহে অলপ সুস্থ হোৱাত এসপ্তাহৰ মূৰত তেওঁক ঘৰলৈ ঘূৰাই অনা হ'ল আৰু ডাক্তৰৰ পৰামৰ্শ অনুসৰি তেওঁক বিশেষ সাৱধানতাৰে জিৰণি ল'বলৈ দিয়া হ'ল। তেওঁৰ নিজৰ অসুখৰ কথা গম পাই তেওঁৰ নিজৰে চিন্তা হ'ল। এদিন মোক কৈছিল - "মই আৰু ডেৰ বছৰমান জীয়াই থাকিব পাৰিলে, কিছু কাম আগবঢ়াই থৈ যাব পাৰিলোহেঁতেন (লিখা-মেলাৰ কথাই নিশ্চয়) আৰু এদিন কৈছিল লিখিব নোৱাৰিলে জীয়াই থকাৰ কোনো অৰ্থই নাই। তেওঁ হস্পিটালৰ পৰা অহাৰ পিছত এদিন দিলীপ চন্দন শৰ্মাই (অসম বাণীৰ সম্পাদক) খবৰ কৰিবলৈ আহি তেওঁক লিখিবলৈও কৈ গৈছিল। পাছত দিলীপে প্ৰায়েই লিখিবলৈ ফোনেৰে তাগিদা দিছিল। এদিন তেওঁ লিখিবলৈ বহিল। কিন্তু কিছু লিখাৰ পিছত তেওঁ মোক কৈছিল - "মোৰ হাতখন ঠাণ্ডা ঠাণ্ডা লাগিছে, মই কৈ যাওঁ তুমি লিখা।" তেওঁ কৈ গৈছিল আৰু মই লিখি গৈছিলো। সেইটোৱেই আছিল তেওঁৰ জীৱনৰ শেষ লেখা। ২৪ ফেব্ৰুৱাৰী "অসম বাণী"ত সেইটো প্ৰকাশ হৈছিল। সেই লেখাটোত তেওঁ চুকাফা আৰু জ্যোতিপ্ৰসাদৰ দৰে মণিৰাম দেৱানৰ মৃত্যু দিৱসো উদ্‌যাপন কৰিব লাগে বুলি লিখিছিল।

তেওঁ বৰ ছটফটীয়া আছিল। বিছনাত পৰি থাকিবলৈ তেওঁ সমূলি ভাল পোৱা নাছিল। সুবিধা পালেই উঠি ঘূৰি ফুৰিছিল। ২৬ ফেব্ৰুৱাৰীৰ নিশা ২-৩০ মান বজাত তেওঁ উঠিছিল আৰু লগতে ময়ো সাৰ পালো। কিন্তু মোৰে দুৰ্ভাগ্য পুৱতি নিশা উঠোতে মই সাৰ নাপালো। বাথৰূমত হঠাৎ হোৱা এটি শব্দ শুনিহে জাপ মাৰি উঠি গৈ দেখো - তেওঁ বহি আছে আৰু নাকে-মুখে তেজ ওলাইছে। তেজ বন্ধ নোহোৱাত তেওঁক পুনৰ জি.এন.আৰ.চি.লৈ লৈ যোৱা হ'ল। তাত তেওঁক I.C.U.ত এৰাতি ৰাখি, অলপ ভাল হোৱা যেন দেখি কেবিনলৈ লৈ আনিলে। তেওঁ লাহে লাহে ভাল হৈ আহিছিল, কথা পাতিছিল, খাইছিল। ৮ মাৰ্চত সাহিত্যিক ড° নগেন শইকীয়া আৰু তেওঁৰ পৰিবাৰ হস্পিটাললৈ আহিছিল। মই তেওঁলোকক কিবা এটা ক'ব খোজোতেই চিএঞৰ এটা শুনি ঘূৰি চাই দেখো তেওঁৰ আকৌ ষ্ট্ৰোক হৈছে। লৰালৰিকৈ তেওঁক অক্সিজেন মাস্কটো লগাই দিলে। পিছত তেওঁক আকৌ I.C.U.লৈ লৈ গ'ল যদিও এইবাৰ আৰু তেওঁক ঘৰলৈ ঘূৰাই আনিব পৰা নগ'ল।

তেওঁৰ লেখাবোৰ যেনেকৈ ব্যতিক্ৰম আছিল, ঘৰুৱা জীৱনটো প্ৰায় তেনেকুৱাই। তেওঁ কোনো নীতি-নিয়মমতে চলা নাছিল। সাধাৰণতে মানুহে নিজৰ বয়স বঢ়াই নকয়, তেওঁ কিন্তু এবছৰ বঢ়াই কয়। তেওঁৰ জন্ম ১৯২৭ চনত যদিও তেওঁ কয় ১৯২৬। মোৰ মায়ে কোৱা শুনিছিলো, বয়স বঢ়াই ক'ব নাপায়, যমে আসৈ পায়। মই অন্ধবিশ্বাসী নহয়, তথাপিও কিয় জানো সেই কথাষাৰ মনত পৰিছিল। দেৱৰ সম অনিল বৰুৱাই (দৈনিক অসমৰ প্ৰাক্তন সম্পাদক) মোক খণ্ডত সোধাদিয়েই সুধিছিল দাদাই বয়সটো কিয় বঢ়াই দিলে বুলি।

তেওঁ কোনো দিনে হতাশ নহৈছিল। তেওঁৰ মতে সমস্যা যেনেকৈ আহে, তেনেকৈ যায়গৈ, চিন্তা কৰি লাভ নাই। ঘৰুৱা সমস্যাবোৰতো তেওঁ নিৰ্বিকাৰ হৈ থাকে কাৰণে মোৰ চিন্তাটো বেছি হয়। তেওঁ কাৰো ওপৰতে ক্ষোভ নাছিল। আনকি তেওঁক কোনোদিনে বঁটা-বাহন আদি পোৱা নাই বুলি আক্ষেপ কৰা নুশুনিলো। মোৰহে কেতিয়াবা বেয়া লাগে, যেতিয়া বাতৰি কাকত আনে বঁটা আদি পোৱা খবৰ পঢ়ো। মোৰ এটা ডাঙৰ সান্ত্বনা যে দেৰীকৈ হ'লেও চৰকাৰে তেওঁক চুকাফা বঁটাটো দিলে। তেওঁ বঁটা-বাহন নাপাব পাৰে, কিন্তু অসমৰ পঢ়ুৱৈ সমাজৰ তথা তেওঁৰ অনুজসকলৰ পৰা যথেষ্ট স্বীকৃতি পালে।

খোৱা-বোৱা, পিন্ধা-উৰাত তেওঁ বৰ চৌখিন আছিল। মাজে-মধ্যে হোটেলত খাই ভাল পাইছিল। তেওঁ গোঁসাই-গোঁসানীক কোনো দিনে সেৱা কৰা নেদেখিলো।

ঘৰত সত্যনাৰায়ণ পূজা পাতিলে, অৱশ্যে তেওঁক ক'লে কেতিয়াবা পূজাৰ বজাৰখনো কৰি দিয়ে।

তেওঁৰ শিল্পীসুলভ মন এটাও আছিল। বহু বছৰৰ আগতে এবাৰ ডিব্ৰুগড়লৈ যাওঁতে, তেওঁ (Driftwood) আনি তাৰে বিভিন্ন ধৰণৰ প্ৰতিকৃতি, জন্তু-জানোৱাৰ আদি বনাইছিল। আমাৰ শিৱসাগৰৰ ঘৰত এতিয়াও তাৰ দুই-এটা অৱশিষ্ট আছেগৈ।

বিয়াৰ পাছতে সাহিত্যিক ড° লক্ষ্মীনন্দন বৰাৰ ঘৰলৈ এওঁৰ লগত গৈছিলো। বৰাৰ পৰিবাৰে মোক কৈছিল - "আপুনি এইধৰণৰ মানুহ বিয়া কৰাই ভুল কৰিলে। মই পাই থৈছো।" মই তেতিয়া একো ভবা নাছিলো। হাঁহিছিলোহে। এদিন এওঁৰ লগত যোৰহাটৰ বজাৰলৈ গৈছিলো। বালিগাঁৱৰ পৰা যোৰহাট টাউনলৈ বেছি দূৰ নহয়, ওচৰতে। বজাৰত কি কি কিনিম মনতে ঠিক কৰি গৈছো। টাউন পাইয়ে, ৰাস্তাতে সাহিত্যিক ড° হেম বৰুৱাক লগ পালে। দুয়ো ৰাস্তা কাষৰ কিতাপৰ দোকান এখনত বহি কথা পতাত লাগিল। লাহে লাহে সন্ধিয়া হৈ আহিল, ৰাতিও হ'ল। দোকানবোৰ এখন এখন কৈ বন্ধ কৰিছে। আমি বহা দোকানখনৰ দোকানীজন ৰৈ আছে, আমি উঠিলেই বন্ধ কৰিব। কথা পতা শেষ হ'লত তেওঁ মোলৈ চাই হাঁহি এটা মাৰি ক'লে - "বলা যাওঁ।" তেতিয়াহে মই বৰাৰ পৰিবাৰে কোৱা কথাষাৰৰ মৰ্ম উপলব্ধি কৰিছিলো।

গুৱাহাটীলৈ অহাৰ পাছত তেওঁ কেতিয়াবা কাৰোবাক ভাত খাবলৈ মাতি থৈ আহি মোক ক'বলৈ পাহৰে। যেতিয়া আমি ভাত খাবলৈ যো-জা কৰোঁ, নিমন্ত্ৰিত অতিথি জনা আহি ওলাইহি। তেতিয়াহে তেওঁ চিএৰ এটা মাৰি কয় "অ' এখেতক মই ভাত খাবলৈ মাতিছিলো।" তেতিয়া মোৰ আৰু আলহীজনৰ অৱস্থা কল্পনা কৰকচোন? ময়ে নহয়, প্ৰায় সকলো গৃহিণীয়েই আলহীক কেইবাবিধো ৰান্ধি খোৱাই ভাল পায়। কিন্তু এনেকুৱা পৰিস্থিতিত প্ৰায়ে ঘৰতে যিহকে থাকে, তাকে লৰালৰিকৈ ৰান্ধি খোৱাব লগা হয়।

তেওঁ কাকো গা বেয়া বুলি কোৱা নুশুনিলো। শিৱসাগৰৰ পৰা বাইদেউইঁতে ফোনত কেনে আছে বুলি সুধিলে কয় "অপূৰ্ব।" খোৱা-পিন্ধা, আদব-কায়দাত বয়সৰ চিন ফুটি উঠা নাছিল।

তেওঁ সদায় যুৱ প্ৰজন্মৰ লগত থাকিয়েই ভাল পাইছিল। এবাৰ তেওঁ অসমবাণীত লিখিছিল - "আজিলৈকে সদায় সংবাদ পত্ৰত পাই আহিছো উশৃংখল যুৱ মানসিকতা। যুৱ সমাজৰ অধঃপতনৰ কথা পঢ়ি অসহ্য হৈ এবাৰ লিখিছিল,

'হয়, যুৱ-প্ৰজন্মৰ মাজত বিশৃংখল, ড্ৰাগচ সেৱন, নৃত্যৰ নামত যৌন ক্ৰিয়াৰ অভিনয় আদি চলে, কিন্তু শতকৰা কিমান জনৰ? কিমানে সেই জীৱন-যাপন কৰাৰ কাৰণে লগা ধন-বিত পায়? আৰু মনত পৰা দিনৰে পৰা যুৱ-প্ৰজন্মবোৰ ৰসাতলে গ'ল বুলি চিঞৰ-বাখৰ চলিয়েই আহিছে। কিন্তু সেইটোও সঁচা যে এই যুৱ প্ৰজন্মবোৰৰ মাজৰ পৰাই আইনষ্টাইন, মহাত্মা গান্ধী, বিবেকানন্দ আদিকে ধৰি হেজাৰ-বিজাৰ কবি, সাহিত্যিক আদি ওলাইছিল, আজিও ওলায়। সমাজৰ এটা অংশ বিপথে পৰিচালিত হোৱাটো নতুন কথা নহয়। কিন্তু সেই বিপথগামী সামান্য শতাংশই সমাজৰ বিপৰ্যয় আনিব নোৱাৰে।" ইত্যাদি যুক্তিৰে কথা কৈও স্বীকাৰ কৰিছিল যে যুৱ প্ৰজন্মৰ বহুতো দোষ থাকিব পাৰে, কিন্তু মনত ৰাখিব লাগিব যে তেওঁলোকেই ভৱিষ্যত, বয়সস্থসকল নহয়। অতীতৰ সংস্কাৰ-সংস্কৃতি, কৃষ্টিৰ বোজাৰে ভাৰাক্ৰান্তৰ লগত থকাতকৈ অগ্ৰগামী যুৱ-প্ৰজন্মৰ লগত থাকি গৰ্ব কৰোঁ৷ কাৰণ মই ভৱিষ্যতমুখী, অতীতমুখী নহয়। অতীতটো কৃষ্টি, সংস্কৃতিৰ আপুৰুগীয়া সম্পদ হ'ব পাৰে, সমাজক আগুৱাই নিয়া শক্তি হ'ব নোৱাৰে।"

তেওঁ কেতিয়াবা লিখি থকাৰ মাজতে উঠি আহি মোক সহায় কৰোঁ বুলি পাচলি কুটিব খোজে বা জুইত কেৰাহী পাতি কিবা ৰান্ধিব বিচাৰে। মই কওঁ, "মোক সহায় কৰিবলৈ আহিছানে, দিগদাৰ দিবলৈ আহিছা। লিখা হলেইনে?" তেওঁ কয়, "তুমি নুবুজিবা। কেতিয়াবা কমাৰে লোহা গৰম কৰি হাতুৰিৰে পিটা দেখিছানে? এটা কোব এনেয়ে লাহেকৈ কাষতে মাৰে। ময়ো সেইটো কৰিবলৈকে উঠি আহো।" তেওঁ লিখি থাকোতে, সময়মতে চাহ দিয়াৰ ওপৰিও, কেতিয়াবা উঠি আহি আকৌ চাহ একাপ খোজে। মই বেলেগ কামৰ মাজতে একাপ কৰি তেওঁক দি আহো। পাছত দেখো চাহকাপ টেবুলতে ঠাণ্ডা হৈ পৰি আছে, তেওঁ খোৱাই নাই। সেই চাহকাপো বোধকৰো কমাৰে লাহেকৈ মৰা টোকৰটোৱেই! তেওঁৰ এটা উগ্ৰখণ্ডো আছিল অৱশ্যে বেছি সময়ৰ বাবে নহয়।

২৬ ডিচেম্বৰ ২০০৫ চনত তেওঁ লৌহপুৰুষ প্ৰেমদাকান্ত শৰ্মাদেৱৰ ৯১ তম জন্ম দিৱস উপলক্ষে অনুষ্ঠিত হোৱা দশম অসম ক্ৰীড়া সংস্কৃতিত শৰ্মাৰ স্মৃতিৰক্ষা সমিতিৰ তৰফৰ পৰা দেশবাসী ৰাইজৰ হৈ অসম তথা দেশৰ সংবাদ ক্ষেত্ৰলৈ আগবঢ়োৱা বিশিষ্ট সেৱাৰ স্বীকৃতি স্বৰূপে এওঁক সাংবাদিকতাৰ বঁটা প্ৰদান কৰাৰ লগতে এখন মানপত্ৰেৰে সম্বৰ্দ্ধনা যাচিছিল। ২০০৭ চনৰ ৪ নৱেম্বৰত অসম নাট্য সন্মিলনৰ ষট্‌চত্বাৰিংশ ধেমাজী অধিৱেশনত নাট্য সন্মিলনে এওঁক আজীৱন সন্মানিত সদস্য পদৰে সৰ্বোচ্চ সন্মান জনাইছিল। এই অনুষ্ঠানৰ বাবে

তেওঁ ধেমাজীলৈ যাব নোৱাৰিলে। জীতেন শৰ্মা আৰু সন্মিলনৰ সভাপতি অৰুণ শৰ্মাই ঘৰতে আহি সম্বৰ্দ্ধনা জনাই থৈ যায়।

২ ডিচেম্বৰ ২০০৭ চনত ৰবীন্দ্ৰ ভৱনত মুখ্যমন্ত্ৰী শ্ৰীযুত তৰুণ গগৈয়ে এওঁক চুকাফা বঁটা প্ৰদান কৰে। ২০০৮ চনৰ ১৬ ফেব্ৰুৱাৰীত নেমকেয়াৰ হস্পিটাললৈ আৰু এপেক্স ডায়েগনষ্টিকে তেওঁৰ কৰ্মস্পৃহা আৰু মৌলিক চিন্তাধাৰাৰে সত্য আৰু সুন্দৰৰ উপাসক ৰূপে সাহিত্য আৰু সাংবাদিক জীৱনত অসমবাসীলৈ যি অৱদান আগবঢ়াইছে তাৰ বাবে তেওঁক সম্বৰ্দ্ধনা জনাবলৈ ঘৰলৈকে আহে। ৰবীন্দ্ৰ ভৱনত আয়োজিত কৰা অনুষ্ঠানলৈ যাব নোৱাৰা বাবে, ড° অঞ্জনজ্যোতি চৌধুৰী, ড° হিতেশ বৰুৱা আৰু ড° চন্দনলাল মেধিয়ে আহি সম্বৰ্দ্ধনা পত্ৰ, শ্বাল, শৰাই-গামোছা আদি দি ঘৰতে সন্মান জনাই যায়।

আমাৰ এই বিপদৰ সময়ত যিসকল ব্যক্তিয়ে হস্পিটাললৈ গৈ বা ঘৰতে আহি আমাক মাত এষাৰ লগালে তথা বিভিন্ন ঠাইৰ তথা সংগঠনৰ পৰা শোকবাণী পঠিয়ালে আৰু আমাৰ আত্মীয়-স্বজন, ওচৰ-চুবুৰীয়া সকলোলৈকে মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। ❑

# সাহিত্য সভাতকৈ বহল, সাহিত্য একেডেমীতকৈ গধুৰ, যুগাগ্ৰগামী পদ্ম বৰকটকী

ললিত বৰমুদৈ

অসমীয়া সাহিত্যৰ বহুবোৰ দিশৰ বাটকটীয়া আৰু জাতীয় জীৱনৰ সমন্বয় সম্প্ৰতিৰ ক্ষেত্ৰখনত নতুন চিন্তাৰ আলোড়ন অনা বৰকটকীক কেৱল লেখক, সাংবাদিক অথবা ঔপন্যাসিক বুলি কৈ থ'লে সেই পৰিচয় আধাডুখৰীয়া হ'ব।

অসমীয়া আধুনিক কবিতাৰ অন্যতম বাটকটীয়া ৰূপে অসমীয়া সাহিত্যৰ জগতত বৰকটকীয়ে প্ৰৱেশ কৰিছিল স্কুলীয়া কালত 'জয়ন্তী' (১৯৩৬-৪৯) আলোচনীৰ যোগেদি। বৰকটকীৰ নিজৰ ভাষাত — সেই সময়ত স্কুলৰ পাঠ্যত থকা বেজবৰুৱাৰ 'বাটৰ দুৱৰিখন', ৰঘুনাথ চৌধুৰীৰ 'অয়ি অৱগুণ্ঠিত ফুল্ল শিখৰণী' আদি কবিতাবোৰ পঢ়ি আমনি লাগিছিল। '....এবছৰ মানৰ মূৰত 'জয়ন্তী' নামৰ আলোচনীখনত দেখিছো আগৰ দৰে ছন্দ মিলাই লিখা কবিতাৰ পৰিৱৰ্তে নতুন কবিতা ওলাইছে।'

বৰকটকীৰ এই নতুন ধাৰাৰ কবিতাৰ প্ৰতি আকৰ্ষণৰ সৈতে সামাজিক সংবেদনৰ এক শিহৰণো জড়িত আছিল, যি শিহৰণৰ আপাহটো তেওঁৰ শেষ নিশ্বাসলৈকে চেতনাৰ চালিকা শক্তি হিচাপে পোহ মানি থাকি গ'ল। তেখেতৰ স্কুলীয়া দিনত 'জয়ন্তী'ত প্ৰকাশিত প্ৰথম কবিতাটি আছিল **'দুৱৰিবন'**। স্কুললৈ অহা-যোৱা কৰাৰ বাটত সদায়ে দুৱৰিবনত বহি থকা এজনী উন্মাদপ্ৰায় ভিক্ষাৰিণীৰ দৃষ্টিত দুৱৰিবনৰ অনুভৱক লৈ লিখা তেওঁৰ প্ৰথম কবিতাটিৰ অংশ বিশেষ এনেকুৱা

**এডৰা দুৱৰিবন**
**কত কবিক**
**তাৰ এটা পাতে দিয়ে 'সৰগৰ বতৰা'**
**কত সৌন্দৰ্য সাধকৰ চকু কৰে**
**জলক তবক**
**সেই দুৱৰিত নিয়ৰে মুকুতা আঁকা দেখি**
**'.... কোনোবাটো প্ৰেমিকে**
**তাতে দেখে হয়তো**

প্ৰেমিকাৰ চেলেঙৰ ৰঙৰ আভাস'
'মলিনা ছিন্নবস্ত্ৰ পৰিহিতা
কংকালসাৰ নাৰী বহি থাকে
সেই দুৰ্ব্বৰি ভৰাৰ ওপৰত
'ক্ষুধাতুৰ অৱসন্ন দেহাটোক
দুৰ্ববিৰ ওপৰত থৈ তাই
অনুভৱ কৰে তুলীৰ আৰাম
আনৰ দৰে তায়ো ভালপায় নিজ
দেহাটোক
কটামাটি, পকী আলিতকৈ
বহুত কোমল দুৰৰি ভৰা,
সেয়ে তাই ভাল পায় দুৰৰি।
আৰামী চকীত বহি, বিছনিৰ বা লৈ
দুৰৰি দলিচাৰ কবিতা লিখা
কবিতকৈ
তাই দুৰৰি ভৰাক বেছি ভালপায়
বেছি জানে
'তায়ো ভাল পায় দুৰৰি ভৰাক
সৰগৰ ৰতৰা দিয়ে বুলি নহয়
তেনে ৰতৰা শুনাৰ আজৰি নাই তাইৰ
নিয়ৰে মুকুতা আঁকি আমনিহে কৰে
তল ফালৰ পৰা সেমেকি আহি
তাই জাৰত কঁপি উঠে।
জ্যোৎস্না লোকত নিয়ৰে মুকুতা আঁকা
বন ভৰাই
যেতিয়া কোনোৰা কবিৰ মন হৰে,
জাৰত কঁপি কঁপি তেতিয়া তাই
থিয় হয়'

কবিতাৰূপে এই কবিতা কিমান সফল সেই কথা লৈ নগৈ ছন্দ নিমিলোৱা আধুনিক কবিতা যে ভক্তিবাদ, প্ৰকৃতিবাদৰ ডেওনা পাৰ হৈ সমসাময়িক সমাজ বৰ্ণনৰ সবল শিল্প আহিলা ৰূপে অসমীয়া সাহিত্যত ভুমুকি মৰাৰ সেই সংক্ৰান্তি

কালৰ কবি আছিল বৰকটকী।

বৰকটকীৰ এই ল'ৰালিৰ স্বতঃস্ফূৰ্ত্ত চেতনাটোক পাচলৈ বহুতেই মাৰ্ক্সবাদী ধ্যানধাৰণা আদি বুলি ধৰি লৈ বৰকটকীৰ মাৰ্ক্সবাদচ্যুতিৰ চন তাৰিখ বিচাৰি অথবা বৰকটকীৰ মাজত প্ৰতিক্ৰিয়াশীলতা বিচাৰি ভোমোলা পাণ্ডিত্য জাহিৰ কৰাৰ উদাহৰণো তেনেই কম নাই।

. মুন্সী প্ৰেম চান্দ কোনো মাৰ্ক্সবাদৰ ছাত্ৰ নাছিল, নাছিল কবি সুকান্তও। স্থিতাৱস্থাৰ বিপৰীতে অৱস্থান কৰাটো তেওঁলোকৰ ল'ৰালিৰ স্বতঃস্ফূৰ্ত্ত চেতনা আছিল। বালজাক কোনো মাৰ্ক্সবাদী ঔপন্যাসিক নাছিল, তেওঁ পুঁজিবাদৰ উত্থানত সামন্তবাদী সংস্কৃতি আৰু মূল্যবোধৰ বিলুপ্তিত বিতত হৈ অকপটে সাহিত্য ৰচনা কৰিছিল। মাৰ্ক্সে বালজাকক প্ৰশংসা কৰিছিল তেওঁৰ অকপট সৃষ্টিৰ বাবে। সামন্তবাদৰ প্ৰতিভূ টলষ্টয়ৰ সাহিত্যক লেনিনে প্ৰশংসা কৰাৰ পটভূমিও একেটা আছিল।

ঔপন্যাসিক হিচাপে বৰকটকীয়ে অসমীয়া সাহিত্যত অশ্লীলতাৰ অৱতাৰণা কৰা বুলি পেংলাই কৰিবলৈ বিচৰা তুলুঙা সমালোচকৰো অভাৱ নাই। বৰকটকীৰ এই লেখীয়া সাহিত্য সৃষ্টিৰ আঁৰতো প্ৰথাগত ভদ্ৰলোকসুলভ ভণ্ডামিৰ বিৰুদ্ধে ই এক সহজাত বিদ্ৰোহ আছিল। এই বিদ্ৰোহৰ প্ৰেৰণা তেওঁ পাইছিল দেৱকান্ত বৰুৱাৰ কলঙ্-পাৰত মাজনিশা কবিতাৰ পৰা—

**"এতিয়াই যাবা ? কিয়, কেনেবাকে**
**কোনোবাই যদি সাৰ পায় ?**
**তুমি গোলাপৰ আজি লভিছো পৰশ প্ৰিয়া**
**কাঁইটৰ শংকা মোৰ নাই।**
**হয়তো কোনোবা নিশা বহিবা ইয়াতে আহি,**
**ওচৰত ৰ'ব প্ৰিয়জন;**
**বকুলৰ সুগন্ধিয়ে তেতিয়া তোমাৰ বাক**
**কিবা কিবি কৰিবনে মন ?**
**হয়তো কৰিব পাৰে, হয়তো নকৰে**
**মোৰ খেদ নাই, মোৰ অহংকাৰ**
**প্ৰথম জগালো ময়ে তন্দ্ৰালসা**
**গাভৰুক মনোৰমা ! হিয়াৰ তোমাৰ।"**

দেৱকান্ত বৰুৱাৰ এই অকপট প্ৰকাশ যে অসমীয়া আধুনিক কাব্য সাহিত্যত ভাৱৰ জগতত এক আলোড়ন আছিল সেই কথা আমি বৰকটকীৰ পৰাই জানিছিলো।

তেওঁৰ মতে বিহুনামত যদি

নদীৰে পানীয়ে
গা জুৰ নকৰে
নৈত গৈ নপৰে মানে,
দুৰৰে চেনেহে
গা জুৰ নকৰে
ওচৰ গৈ নেপাওঁ মই মানে।

অথবা—

খাবলৈ মন আছিলে
বগীনো হাঁহ এজনী
চোবাব মই নোৱাৰো ঠেঙ,
যাবলৈ মন আছিলে
পিলিঙানো ডেকালৈ
বাটত আছে বগৰীৰ জেং।

বুলি আকাশ বতাহ কঁপাই বিহুনাম গোৱা সমাজখনৰ পৰা দুশ্ৰেণী পঢ়ি পাচ কৰি চহৰলৈ আহি চাকৰি কৰাৰ লগে লগে এক ভদ্ৰলোক-সুলভ ভণ্ডামিয়ে বাঁহ লোৱা কৃত্ৰিম প্ৰৱণতাৰ বাবেই যে বিহুক অশ্লীল আখ্যা দি তথাকথিত শিক্ষিত ভদ্ৰলোক সমাজে এদিন টেঁটু চেপি মৰাবো ব্যৱস্থা কৰিছিল সেইটো মনোবৃত্তিৰ বিৰুদ্ধে অৱস্থান কৰিছিল বৰকটকীৰ বিদ্ৰোহ। বিহু নৃত্যক শিল্পী-সুলভ সাজপাৰ পিন্ধাই ৰঙীণ জাপিৰ ব্যৱহাৰেৰে অসমীয়া বোলছবিলৈ আনি নতুন মৰ্যাদাত স্থাপন কৰা জ্যোতি প্ৰসাদেও '৩০ ৰ দশকতে—

ৰূপহ কোঁৱৰৰ
চুমা পৰশত
লাজুকী কুঁৱৰী
মৰহি যায়।

অথবা—

মোৰ বাসনা উৰ্বশী
বিবসনা
নৃত্যতে আকুল।

বুলি দ্বিধাহীন ভাবে যৌনাবেদনৰ দিশটোক গীতি সাহিত্যত সন্নিবিষ্ট কৰিছিল। ভণ্ডামি কৰিবলৈ ভদ্ৰলোকৰ ভাও ধৰাটো বৰকটকীয়ে মুঠেই সহিব নোৱাৰিছিল।

বৰকটকীয়ে তাৰেই বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। বৰকটকীৰ মতে প্ৰাচীন কালৰ পৰাই আজিলৈকে যৌনাবেদন সাহিত্যৰ এক সফল আংগিক আছিল আৰু ভৱিষ্যতেও ই থাকিবই।

বৰকটকীৰ প্ৰথম কবিতা পুথি 'শুনা প্ৰিয়া মোৰ পৰিচয়' প্ৰকাশিত হয় ১৯৫৭ চনত। ইয়াৰে প্ৰথমটি কবিতা 'তাজমহল নে তেজমহল' কবিতাটিৰ পাতনিত বৰকটকীয়ে লিখিছে 'কবিগুৰু ৰবীন্দ্ৰ নাথৰ 'শ্বাজাহান' নামৰ কবিতাটিয়েই এই কবিতাৰ উৎস। কবিগুৰুৰ ভাবৰ গতি, ছন্দ আৰু সম্ভৱ স্থলত শব্দও লৈছো কেৱল তেখেতৰ 'ভাৰত ঈশ্বৰ শ্বাজাহান'ক নমাই তাৰ ঠাইত ৰাজভক্ত প্ৰজাগণ'ক আনিছো। সেই কাৰণেই বহু ঠাইত ই কবিগুৰুৰ 'শ্বাজাহান'ৰ প্ৰত্যুত্তৰ ৰূপে দেখা দিছে।'

প্ৰথাগত ধাৰণা, সামাজিক সংবেদনশীলতাৰ পিনৰ পৰা সমসাময়িক সাহিত্যিকসকলৰ সৈতে সম্পূৰ্ণ বিপৰীত স্থিতিত অৱস্থানত কৰা বৰকটকীয়ে পাছৰ কালত সমালোচক তথা সাংবাদিক হিচাপেও নিজৰ সুকীয়া পৰিচয় অটুট ৰাখিছিল জীৱনৰ শেষ লেখাটোলৈকে।

বৰকটকীৰ ব্যক্তিগত জীৱন দৰ্শনো আছিল অতি আকৰ্ষণীয়। বিগত ২৭ বছৰীয়া সান্নিধ্যত বৰকটকীৰ মুখত অ-তৃপ্তিৰ অথবা হতাশাৰ কোনো কাহিনী আমি শুনা নাই। সদাপ্ৰসন্ন বৰকটকীয়ে কোনটো দুঃসাহসৰ প্ৰেৰণাত সাহিত্য সৃষ্টিৰ স্বাৰ্থত চৰকাৰী চাকৰি এটা গোটাই লোৱাৰ নিৰাপদজনক অৱস্থান নোলোৱাকৈ থাকি গ'ল, সেই কথাই আমাক আজিও আচৰিত কৰে। ছাত্ৰ কংগ্ৰেছ আৰু স্বাধীনতা সংগ্ৰামত সক্ৰিয়ভাৱে কাম কৰি কাৰাবাস পৰ্যন্ত খোৱা বৰকটকীয়ে পিছত কংগ্ৰেছ চৰকাৰবোৰৰ দিনত অতি সহজেই এটা চৰকাৰী চাকৰি যোগাৰ কৰি লৈ বা অন্ততঃ মুক্তি যোদ্ধা পেন্সন এটা লৈ হ'লেও আৰ্থিকভাৱে কিছু নিৰাপদ আৰু সচ্ছল জীৱন এটা যাপন কৰাৰ পথ বাছি ল'ব পাৰিলেহেঁতেন, তেওঁক কটাক্ষ কৰিবলৈ ধৃষ্টতা কৰাসকলে এই দিশটো ভাবি চাব পাৰিব লাগে। সাংবাদিক হোৱাৰ সুযোগ গ্ৰহণ কৰিও চৰকাৰী চাকৰি এটা যোগাৰ কৰি লোৱাটো বৰকটকীৰ বাবে ভাতৰ লগত পানী খোৱাৰ দৰে কথা আছিল। এতিয়াৰ দৰে A.C.S., I.A.S. কৰি অথবা গোপন ধনৰ বিনিয়োগত নিমিষতে কৰিব পৰা কামতো বৰকটকীয়ে নকৰিলে। দুশ্ৰেণী আৰু পঢ়ি কলেজ শিক্ষক কিম্বা উকীল হোৱা কামটোকে তেওঁ কিহৰ মোহত পৰি নকৰিলে ভাবিলে আচৰিত হ'ব লগা হয়। যিটো সময়ত অসমীয়া আলোচনী এখনৰ ৫০০ পৰা ১০০০ কপি বিক্ৰী কৰিব পৰাটোৱেই অসাধ্য সাধনৰ কথা আছিল, সেই নিৰাপত্তাহীন পৰিস্থিতিতো বৰকটকীয়ে অলৰ অচৰ হৈ সাহিত্য সৃষ্টিক ধাউতি হিচাপে লৈ থাকি গ'ল। সম্ভৱতঃ ৩১ বছৰীয়া ডেকা সাহিত্যিক বৰকটকীৰ ১৯৫৮ চনতে প্ৰথমখন উপন্যাস 'মনৰ দাপোন'ৰ একে বছৰতে

চাৰিটাকৈ সংস্কৰণ প্ৰকাশ পোৱা ঘটনাই তেওঁৰ মাজত আত্ম প্ৰত্যয়ৰ সৃষ্টি কৰিছিল যে তেওঁ সাহিত্য সৃষ্টি কৰিয়েই জীৱিকা নিৰ্বাহ কৰিব পাৰিব। অসমীয়া সাহিত্যৰ সীমাবদ্ধ বজাৰৰ সংকটে বৰকটকীৰ কালত জীৱন-জীৱিকা সংগ্ৰামে এক যুদ্ধ ক্ষেত্ৰৰ ৰূপ ধাৰণ কৰিছিল। নিজৰ জীৱন-জীৱিকাক সুৰক্ষিত কৰি লৈ অৰ্থাৎ নিৰাপদ অৱস্থানত থিয় হৈ বৰকটকীয়ে এনাৰণে খ্যাতি অৰ্জন কৰিছিল বুলি ভবা সমালোচকৰ সংখ্যা মুঠেই নাছিল আৰু নাই বুলি ভাবিলে ভুল হ'ব। নিৰাপদ অৱস্থানৰ পৰা বৌদ্ধিক আলোচনাৰ গাগৰি মাৰিবলৈ সহজ, আৰ্থিক সংকটৰ গিৰিমাৰি সাহিত্য সাধনা কৰা বৰকটকীৰ লেখীয়া সাহিত্যিক তেনেই বিৰল। জীৱন-জীৱিকাৰ তাড়নাত বৰকটকীয়ে অসমীয়া সাহিত্যৰ এনে কোনো ক্ষেত্ৰ নাই যাক বাদ দিছে, ১০ বছৰমান পূৰ্বে এগৰাকী শ্বিলং নিবাসী বন্ধুৰ স'তে কথা প্ৰসংগত জানিব পাৰিলো যে শ্বিলং-গুৱাহাটী ৰেডিঅ' ষ্টেশ্বনৰ কালত প্ৰচাৰিত হোৱা গীতসমূহৰ আশী শতাংশই বৰকটকীয়ে লিখিছিল। বৰকটকীক সোধাত তেওঁ এটি গীতো সম্পূৰ্ণকৈ দিব নোৱাৰিলে, আনকি এই গীতসমূহৰ প্ৰকাশিত পুথিখনো দিব নোৱাৰিলে। গীত আৰু সুৰবোৰ সংগ্ৰহ কৰিবলৈ বৰকটকীৰ লগত শ্বিলঙলৈ যাবলৈ বহুবাৰ দিন তাৰিখ ঠিক কৰিও শেহত হৈ নুঠিলগৈ। তেখেতৰ মৃত্যুৰ পিচত তেখেতৰ গীতৰ পুথি 'সপোন দেখো মই'ৰ কপি এটা তেওঁৰ কোনো শুভাকাংক্ষীয়ে পৰিয়ালক দিছিলহি। গীতৰ পুথিখনত ১০৪ টাকৈ গীত আছে আৰু গীতসমূহ আকাশবাণীৰ জৰিয়তে অতি কমেও ৩৮ গৰাকী শিল্পীৰ কণ্ঠই দি অনুৰণিত হৈছিল। এই কণ্ঠ শিল্পীসকলৰ মাজত ব্ৰজেন বৰুৱা, পুৰুষোত্তম দাস, ৰুদ্ৰ বৰুৱা, ভূপেন হাজৰিকা, দিলীপ শৰ্মাকে আদি কৰি জ্ঞানদা কাকতি, দিপালী বৰবৰা (বৰুৱা), তুলতুল ভৰালী (বৰুৱা), মৃণালিনী সেনাপতি আদিৰ নাম পোৱা যায়। গীত সমূহত সুৰ দিছিল পৰিমল বৰুৱা, জিতেন দেৱ, পুৰুষোত্তম দাস, ব্ৰজেন বৰুৱা আদি সুৰকাৰ সকলে। সুখৰ খবৰ যে প্ৰবাসী অসমীয়া দিলীপ দত্তই সম্প্ৰতি আইফোনৰ বাবে যুগুত কৰা বনগীত লানি "Sylvan Rhapsodies of Assam" ত বৰকটকীৰ 'ধাননি' নামৰ গীতটিও সন্নিবিষ্ট কৰিছে। গীতটিত সুৰ দিছিল ইক্ৰামুল মজিদে আৰু কণ্ঠ দিছে পাৰবিন চুলতানাই। আকাশবাণীত একুৰি গীত জমা দি অনুমোদন পাবৰ দিনাৰে পৰা সাহিত্য সভাৰ শাখা এটাত মূৰ সুমুৱাবলৈ ঠেলা ঠেলি কৰা আৰু সাহিত্যিক পেন্সনৰ আবেদন জেপত লৈ ফুৰা মখাৰ সৈতে বৰকটকীৰ কোনো বিজনী হ'ব নোৱাৰে। সম্প্ৰতি আমি জ্ঞানদা কাকতি আৰু দিপালী বৰবৰা (বৰুৱা)ৰ জৰিয়তে বৰকটকীৰ সুৰসহ কিছু গীত সংগ্ৰহৰ প্ৰচেষ্টা হাতত লৈছো।

এইখিনিতে উল্লেখনীয় যে — 'শোণিত কুঁৱৰী' নাটকৰ আলোচনা প্ৰসংগত বাণীকান্ত কাকতিয়ে ১৯২৫ চনৰ 'বাঁহী'ত লিখিছে - 'আমাৰ বৰ্তমান সাহিত্যত

কেতবোৰ নামজ্বলা মানুহৰ ভিতৰত উৰুঙা প্ৰশংসা-পত্ৰৰে ফাকুৱা খেলা ৰীতিৰ চলতি হ'ব লাগিছে' জ্যোতিপ্ৰসাদে নাটখনিৰ দোষ-গুণ আলোচনা কৰি 'বাঁহী' কাকতত নিজৰ বন্ধু এগৰাকীৰ হতুৱাই বাণীকান্ত কাকতিক আলোচনা কৰিবলৈ অনুৰোধ কৰাত কাকতিয়ে লিখিছে— 'বৰ্তমানৰ গ্ৰন্থাকাৰ কুমলীয়া ল'ৰা আৰু বয়সত আমাৰ ছাত্ৰস্থানীয় ৷ সুৰমুৰীয়াসকলৰ ফাকুৱা খেলাৰ পৰা নিজ ইচ্ছাৰে আঁতৰি থাকিব খোজাত আমাৰ আন্তৰিক শ্ৰদ্ধাৰ পাত্ৰ হৈছে।' নামজ্বলা মানুহৰ ভিতৰত উৰুঙা প্ৰশংসা পত্ৰৰে ফাকুৱা খেলা তথাকথিত ভদ্ৰলোকসকলৰ মাজত বৰকটকী কোনো দিনেই নাছিল। সমালোচক ৰূপে সমকালীন সাহিত্যিকসকলক যুক্তিপূৰ্ণভাৱে থকা-সৰকা কৰি থোৱা বৰকটকী সাহিত্য সভা আৰু সাহিত্য একেডেমী বা আলফাৰ বৰত পোৱা ব্ৰহ্মপুত্ৰ উপত্যকা বঁটা আদি একোৰ বাবেই যোগ্য বুলি বিবেচিত হোৱা নাছিল।

সেইটোৱেই বৰকটকীৰ গৌৰৱ আৰু অহংকাৰ ৰূপে থাকি যাব। বঁটা-বাহনৰ প্ৰলোভনৰ পৰা নিজকে নিলগত ৰাখিবলৈ হ'লে কি ধাৰাৰ সাহিত্য কৰিব লাগিব সেই কথা গৱেষণা কৰিবলৈ বৰকটকীৰ ২২ খন উপন্যাস, ৩৫ খন উপন্যাসিকা, ৪ খন অনূদিত উপন্যাস, ৪ খন অনূদিত জীৱনী, ৩ খন নাটক আৰু বহুকেইখন অনাতাঁৰ নাটক, শিশুগ্ৰন্থ, চুটিগল্প আৰু মেটমৰা সমালোচনাৰ সাহিত্য-সমগ্ৰ এতিয়াৰে পৰা অসমীয়া ভাষাৰ গৱেষণাৰ এটি গম্ভীয়া ভঁৰাল হৈ থাকিব। সেইবাবেই অসম সাহিত্য সভাতকৈ বহুল আৰু সাহিত্য একেডেমীতকৈ গধুৰ ৰূপে যুগাগ্ৰগামী হৈ ৰ'ব বৰকটকী। ❑

# কিৰীটিবিহীন পদ্মদাদাৰ সোঁৱৰণত

পুলিন কুমাৰ শৰ্মা

পদ্ম দাদা মোৰ অগ্ৰজ আছিল। যোৱা ১০/১২ বছৰৰ পৰাই দাদা আৰু দাদাৰ পৰিয়ালৰ লগত আত্মীয়তা গঢ়ি উঠিছিল। এই সময়তে দাদাক মই ভালকৈ বুজি পাইছিলো। যেতিয়াই দাদাক লগ পাওঁ বা টেলিফোনত কথা পাতো দাদাৰ কথা-বতৰাবোৰ অত্যন্ত ৰসিকতাৰে ভৰপুৰ আছিল। তেখেতক আমি কোনো দিনেই খণ্ডত বা উদ্বেগত থকা দেখিবলৈ পোৱা নাছিলো। বিখ্যাত সাহিত্যিক হোৱা স্বত্ত্বেও তেখেত গুৰু-গম্ভীৰ নাছিল। এনে অৱস্থাত তেখেতৰ মনৰ ভাব কি আছিল তাক অনুমান কৰিবলৈ কঠিন আছিল। সকলো ধৰণৰ সংঘাত, অৱস্থা আৰু পৰিস্থিতিক দাদাই সহজে অতিক্ৰম কৰি গৈছিল। তেখেতৰ ঘৰ-সংসাৰ চলাই নিয়াত মূল বাহন বা ভেটি আছিল তেখেতৰ কলমটো। জীৱনৰ বিয়লি বেলালৈকে তেখেতৰ কলম থমকি ৰোৱা নাছিল। দাদা আছিল অসমীয়া সাহিত্য জগতৰ মুকুটবিহীন সম্ৰাট।

সোঁতৰ বিপৰীতে সাঁতোৰ মেলা দাদাই একে সময়তে ভাষা-সাহিত্য-সংস্কৃতিৰ বিভিন্ন দিশলৈ অৱদান আগবঢ়াইছিল। গল্প, উপন্যাস, নাটক, সাংবাদিকতা আৰু ব্যংগ ৰচনাৰ বাদেও সমসাময়িক ৰাজনৈতিক ঘটনা প্ৰবাহৰ দাদা আছিল তীক্ষ্ণ পৰ্যবেক্ষক। তেখেত আছিল অসমীয়া জাতীয় জীৱনৰ অতন্দ্ৰ প্ৰহৰী। যোগ্য স্বীকৃতি বা সন্মান চৰকাৰ বা অন্য বে-চৰকাৰী ৰাজহুৱা অনুষ্ঠানে নিদিলেও সাহিত্যিক হিচাপে দাদা বহুতৰে আপোনজন আছিল। কাৰণ তেখেত আছিল ৰসাল ব্যক্তি আৰু আপোচহীন সাহিত্যিক। তেখেত সাহসী ব্যক্তি হোৱাৰ বাবেই বহুতৰ দৰে তেখেতৰ লবী নাছিল। তেখেত আছিল বঁটা-বাহনৰ প্ৰতি নিস্পৃহ ব্যক্তি—নিজেই এটা অনুষ্ঠান। হাঁহি-ধেমালীৰে নানা বিষয়ত আলোচনা কৰোতে দাদাক ভাবিবই পৰা নেযায় যে তেখেতৰ মনৰ দাপোনত অন্য এজন বিখ্যাত সাহিত্যিক লুকাই আছে।

সাহিত্যিক হিচাপে দাদাৰ অন্য গুণো বহুতো। তেখেত আছিল সম্পূৰ্ণ নিৰহংকাৰী আৰু কথা বতৰাত অত্যন্ত সহজ-সৰল। তেখেতে সাধাৰণ সহজ জীৱন প্ৰণালীক আঁকোৱালি লৈ সমাজৰ সৰ্বস্তৰৰ মানুহৰ ছবি সাহিত্যৰ যোগেদি প্ৰতিফলিত কৰিছিল।

দাদা দেখাতো ধুনীয়াই, আনকি তেখেতৰ আখৰবোৰো মুকুটা যেন, ধুনীয়া আৰু পৰিস্কাৰ। সদাই ৰঙীন চোলা পিন্ধি নিজে ধুনীয়া হৈ জৰ্দা পান খাই মুখত এমোকোৱা হাঁহি লৈ আছিল আৰু সদায় মূৰত হিমাচল প্ৰদেশৰ টুপী লগাই সোণত সুৱগা চৰাইছিল। ❑

# ববকটকীছাৰক ওভতাই দিব পাৰিবনে?

অনিল মজুমদাৰ

আপুনি সুখতেই থাকক বা দুখতেই থাকক আনে জানি নো কি কৰিব? সুখ অথবা দুখ নিজৰ অনুভৱৰ বস্তু। ইয়াক আনে বুজি নাপায়, বুজাবলৈ গ'লেও লাভ নাই। কিন্তু এটা কথা ঠিক যে নিজে সুখী নহ'লে আনৰ সুখত ঈৰ্ষান্বিত হোৱাৰ কোনো যুক্তি নাই অথবা নিজৰ দুখৰ বাবে আনকো অনবৰত দুখী কৰি ৰখাৰ মানসিকতা সঠিক নহয়। নিজৰ সমস্ত দুখ, বেদনা, ক্ষোভ কিম্বা হতাশাক একাষৰীয়া কৰি থৈ অনবৰত আপুনি স্ফূৰ্তিত থাকিব পাৰেনে? চকুৰ সন্মুখত প্ৰায়বোৰ ভাল মানুহৰ অধঃপতন দেখিও, চৰম অনাচাৰ-বিশৃংখলতাই সমাজৰ ধ্বংস কৰিব বুলি সকলোৱে ইচ-আচ কৰি থকাৰ সময়তে এই মানুহবোৰক লৈ, এই সমাজখনক লৈ কিবা এটা কৰাৰ উদ্যম আপোনাৰ থাকিব নে? সমাজত কিমানজন আছে এনে উদ্যমী মানুহ? স্বাৰ্থপৰতা, অসহনশীলতা, সৰ্বোপৰি অশান্তি-অসূয়াৰে ভৰি পৰা সমাজখনৰ পৰা আপুনি বাৰু কিবা আশা কৰিব পাৰেনে? আশা হয়তো কৰিব পাৰে য'ত কিঞ্চিত, ফলাফল যে মুঠেও সন্তোষজনক নহয় সেয়াও সহজেই অনুমেয়। কিন্তু ইয়াৰ পিছতো এজন মানুহ, মাত্ৰ এজন মানুহে কম্মিন কালেও হতাশ নোহোৱাকৈ সুদিনৰ আশা কৰি প্ৰতিটো ক্ষণ উপভোগ কৰিছিল, নাম যাৰ— পদ্ম বৰকটকী। পদ্ম বৰকটকী এনে এজন মানুহ যিয়ে জীৱনটোক কেৱল পজিটিভ দৃষ্টিভংগীৰে চাবলৈ শিকিছিল, আনকো শিকাইছিল। এই মানুহবোৰ, এই সমাজখন ধ্বংস হৈ গ'ল বুলি সকলোৱে মূৰে-কপালে হাত দি হায় হায় কৰি থকাৰ সময়ত খুউব সম্ভৱ পদ্ম বৰকটকীয়ে এজন মানুহ আছিল যিয়ে নিগেটিভবোৰৰ মাজৰ পৰাই পজিটিভ বিচাৰি উলিয়াবলৈ সক্ষম হৈছিল। পদ্ম বৰকটকীৰ দৰে এনে বিৰল ব্যক্তিত্বৰ লোক আৰু ওলাব বুলি মনে নধৰে।

সকলো মানুহৰে সুখ থাকে, থাকে দুখো। সুখৰ আনন্দৰ সমভাগী হোৱা মানুহৰ অভাৱ নাই, কিন্তু দুখত? তেনেহ'লে নিজৰ দুখৰ কথা আনক কৈ জানো কিবা লাভ আছে! যিমানেই দুখত নাথাকক, যিমানেই ক্ষোভত নাথাকক পদ্ম বৰকটকীয়ে কেতিয়াও আনৰ আগত দুখৰ কথা কৈ কাৰো পৰা সহানুভূতি বিচৰা নাছিল। সেইবাবে মৃত্যুৰ মুহূৰ্তলৈকে মানুহজনক কোনেও দুখত থকা বুলি ভাবিব পৰা নাছিল। তেওঁৰ বাৰু সঁচাকৈয়ে দুখ নাছিল নেকি? অনবৰত ৰং-ধেমালি, হাঁহি-

স্ফূৰ্তিৰে কটোৱা পদ্ম বৰকটকীক দেখিলে এনে লাগে— যেন কোনো দুখেই নাই তেওঁৰ বুকুত! হয়, দুখ হয়তো নাথাকিব পাৰে অথবা মুখ খুলি নক'ব পাৰে তেওঁৰ দুখৰ কথা। কিন্তু তেওঁকনো আমিবোৰে কি সুখ দিলো? মৃত্যুৰ পিছত এতিয়া সকলোৱে আপচোচ কৰিছে, ইচ-আচ কৰিছে- হায়, মানুহজনক যথাযোগ্য সন্মান দিয়া নহ'ল। কিন্তু কিয় দিয়া নহ'ল যথাযোগ্য সন্মান? এই ভুল কোনে কৰিলে, কৰিলেইবা কিয়? প্ৰথম কথা— পদ্ম বৰকটকী সোঁতৰ বিপৰীতে যোৱা মানুহ। তথাকথিত এলিট সমাজখনে নিজৰ খেয়াল-খুচি মতে পছন্দ কৰি লোৱা বাটেৰে তেওঁ খোজ দিবলৈ অস্বীকাৰ কৰিছিল। তেওঁ ভালকৈ বুজি পাইছিল যে ভদ্ৰ, সভ্য, জ্ঞানী বুলি কোৱা অভিজাত সমাজখনেই আচল সমাজ নহয়। এই সমাজত সৰ্বসাধাৰণ মানুহৰ সুখ-দুখ, হাঁহি-কান্দোনৰ প্ৰতিচ্ছবি প্ৰকাশ নাপায়। ইয়াৰ হাঁহি-কান্দোনবোৰ কৃত্ৰিম। কৃত্ৰিমতা তেওঁৰ আদৰ্শৰ পৰিপন্থী আছিল। পদ্ম বৰকটকী এনে এজন মানুহ— যিয়ে কাকো বেয়া পোৱা নাছিল, কোনোবাই কিবা ক'লে বিমুখ কৰা নাছিল। হয়তো ইয়াৰ বাবেই মানুহজনে নিজৰ একো কৰিব নোৱাৰিলে। এইটোও ঠিক যে নিজৰ বাবে একো কৰিব নোৱাৰিলেও, সৰ্বসাধাৰণ মানুহৰ বাবে কিন্তু তেওঁ বহু কিবাকিবি কৰি থৈ গ'ল। যাৰ বাবে সৰ্বসাধাৰণ মানুহৰ মনত তেওঁৰ স্থান আজি বহু ওপৰত।

সাংবাদিক হ'ম বুলি জীৱনত কেতিয়াও নভবাৰ পিছতো সাংবাদিকতাক চৰম প্ৰত্যাহ্বান হিচাপে লৈ আজিও যুদ্ধক্ষেত্ৰত বৰ্তি থকাৰ বাবে মোক শেহতীয়াভাৱে যিসকল ব্যক্তিয়ে আন্তৰিকতাৰে উদ্‌গনি দি আহিছিল সেইসকলৰ ভিতৰত অন্যতম প্ৰয়াত পদ্ম বৰকটকীছাৰ। সাংবাদিকতা মোৰ কেতিয়াও সপোন নাছিল। ঘটনাক্ৰমত সাংবাদিক হৈ পৰিলো, সাংবাদিকতাৰ এন্ধাৰ-পোহৰত বাট বিচাৰি বিচাৰি আজি এই স্থানত উপনীত হৈছো। ইয়াৰ পিছৰ খোজ কি হ'ব মই নাজানো। অৱশ্যে, এইটোও ঠিক যে বহুতে ভবাৰ দৰে বাঘৰ পিঠিত উঠি লৈ উভয় সংকটত পৰা বুলি মই নাভাবো। কিবা এটা কৰিবলৈ ওলাই আহিছো যেতিয়া কৰিমেই— প্ৰতিবন্ধকতা যিয়েই নাহক কিয়। যিকোনো প্ৰতিবন্ধকতাক চেলেঞ্জ হিচাপে লৈ আগুৱাই যাবলৈ মোক অনুপ্ৰেৰণা দিছিল পদ্ম বৰকটকীছাৰে। সুলেখক, সাহিত্যিক, সাংবাদিক হিচাপে বৰকটকীছাৰৰ অজস্ৰ গুণমুগ্ধ আছে। এইসকলৰ প্ৰায়বোৰে বৰকটকীছাৰৰ গল্প, উপন্যাস অথবা অন্যান্য ৰচনা আদি পঢ়ি মানুহজনৰ চিন্তাধাৰা সম্পৰ্কে এক ধাৰণা লৈ থৈছে। তেওঁক ওচৰৰ পৰা পোৱাসকলে হয়তো মানুহজনক আৰু অধিক বুজি পাইছে। বৰকটকীছাৰক এবাৰ যিয়ে ওচৰৰ পৰা পাইছে, পিছলৈ তেওঁক আৰু কোনেও এৰিব নোৱাৰে। খুউব সম্ভৱ ২০০৩ চনত বৰকটকীছাৰৰ

সৈতে মোৰ প্ৰথম মুখামুখি হৈছিল। প্ৰকাশদা (প্ৰকাশ মহন্ত, জ্যেষ্ঠ সাংবাদিক)ৰ সৈতে ছাৰৰ ঘৰলৈ গৈছিলো এটি বিশেষ মিছন লৈ। ২০০৩ চনত আমি 'অসমীয়া জনমত' নামেৰে এখন নতুন কাকত প্ৰকাশৰ কাম হাতত লৈছিলো। কাকতখন প্ৰকাশৰ মুহূৰ্তত আমি প্ৰায়বোৰ গণদায়বদ্ধ সম্পন্ন বুদ্ধিজীৱী লেখকৰ ওচৰলৈ গৈ দিহা-পৰামৰ্শ বিচাৰিছিলো। বিশিষ্ট নাট্যকাৰ, সমালোচক মহেন্দ্ৰ বৰঠাকুৰ (প্ৰয়াত) দেৱৰ ওচৰলৈ যাওঁতে এদিন তেৱেঁ আমাক বৰকটকীছাৰৰ ঘৰৰ ঠিকনাটো দিছিল। মাননীয় বৰঠাকুৰদেৱে কৈছিল— তোমালোকে পৰিকল্পনা কৰা কাকতখনৰ বাবে উত্তম মানুহ হ'ব পদ্ম বৰকটকী। তেওঁ তোমালোকক বহুত সহায় কৰিব পাৰিব। মহেন্দ্ৰ বৰঠাকুৰৰ ঘৰৰ পৰা আমি পোনে পোনে গৈছিলো পদ্ম বৰকটকীছাৰৰ ঘৰলৈ। এই যে আৰম্ভণি, তাৰ পিছত আৰু ৰৈ থকাৰ সময় নাই। এখন নতুন কাকত কিয় লাগে তাক ক'বলৈ আৰম্ভ কৰি দিলোহে মাত্ৰ, ছাৰে পোনছাটেই সমৰ্থন দি আমাক যিমান সম্ভৱ সহায় কৰাৰ প্ৰতিশ্ৰুতি দিলে। লগতে পিছদিনা আহি প্ৰথম সংখ্যাটোৰ বাবে এটি লেখা লৈ যাবলৈ ক'লে। পদ্ম বৰকটকীছাৰৰ 'সোঁতৰ বিপৰীতে' আছিল অসমৰ সংবাদ-সাহিত্যৰ বাবে এক কালজয়ী কীৰ্তি। ডেৰ দশক পূৰ্বে তিনিদিনীয়া অগ্ৰদূতত নিয়মীয়াভাৱে প্ৰকাশিত 'সোঁতৰ বিপৰীতে' নপঢ়া মানুহ বোধহয় খুউব কম ওলাব. ছাৰক আমি অনুৰোধ জনাইছিলো এই 'সোঁতৰ বিপৰীতে' পুনৰ আৰম্ভ কৰিবলৈ। ছাৰে সন্মতি দিছিল। (কেৱল নামটো সলাই 'ওভত মাত নামাতি কওঁ' বুলি জনমতৰ পাতত এই শিতানটো পুনৰ আৰম্ভ কৰিছিল)। 'জনমত'ৰ পিছত 'নতুন দিন' ওলাল। 'নতুন দিন' আলফাৰ কাকত বুলি পুলিচে মোক গ্ৰেপ্তাৰ কৰিলে। 'জনমত'-'নতুন দিন'ৰ পৰিয়াল ভাঙি থান-বান হ'ল। পূৰ্বতে আমাৰ সৈতে ছাঁৰ দৰে লাগি থকা প্ৰায় সকলোবোৰ চৰকাৰী ৰোষত পৰাৰ ভয়ত আঁতৰি গ'ল। ইয়াৰ বিপৰীতে সকলোকে আচৰিত কৰি বৰকটকীছাৰে শকত দৰমহা লৈ চাকৰি কৰি থকা নিজৰ কাকতখন এৰি থাউনি হেৰুওৱা 'নতুন দিন'ৰ সম্পাদক হ'বলৈ গুচি আহিল। যি সময়ত পুলিচ, প্ৰশাসনে মোক আলফা সজাই শুভাকাংক্ষী মহলটোক ভীতিগ্ৰস্ত কৰি পেলাইছিল, যি সময়ত মহানগৰীৰ প্ৰায় সকলো সাংবাদিক-বুদ্ধিজীৱী, লেখক-সাহিত্যিকে মোক এই জগতখনৰ পৰা আঁতৰাই পঠিওৱাৰ ভয়ানক জাল পেলাইছিল ঠিক সেই সময়তে সকলোকে আচৰিত কৰি পদ্ম বৰকটকীয়ে 'নতুন দিন'ৰ সম্পাদকৰ দায়িত্ব ল'বলৈ আগবাঢ়ি অহাটো অসমৰ সংবাদ জগতৰ বাবেই এক আলোড়নকাৰী ঘটনা হিচাপে চিহ্নিত হৈছিল। ক'লা টকাৰ প্ৰতিযোগিতা পুলিচ-প্ৰশাসনৰ ষড়যন্ত্ৰত তিষ্ঠিব নোৱাৰি এদিন 'নতুন দিন'ৰ প্ৰকাশ বন্ধ হৈ গৈছিল। 'নতুন দিন' বন্ধ হৈ গ'লেও

আমাৰ যাত্ৰা থমকি ৰোৱা নাছিল। একেদৰে সম্পৰ্ক ছিন্ন হোৱা নাছিল বৰকটকীছাৰৰ সৈতে। বৰং দিন যোৱাৰ লগে লগে বৰকটকীছাৰ মোৰ নিজ পিতৃৰ দৰে হৈ পৰিছিল, মাতৃৰ দৰে হৈ পৰিছিল ছাৰৰ বাইদেউ। আজি এই কথা মই দ্বিধাহীনভাবে ক'বলৈ টান নাপাম যে আমাৰ দৰে গাঁৱৰ পৰা আহি মহানগৰীত থিতাপি ল'বলৈ প্ৰাণেপণে চেষ্টা চলাই থকা এচাম সূৰ্যসন্ধানী যুৱক-যুৱতীক মহানগৰীৰ তথাকথিত এলিট সমাজখনে যি সময়ত চৰম অৱজ্ঞাৰে চাই আহিছিল, ঠিক সেই সময়ত পদ্ম বৰকটকীৰ দৰে লোক আমাৰ বাবে ভগৱান হৈ থিয় দিছিল। বৰকটকীছাৰৰ বিষয়ে লিখিব পৰা মই হৈছো নে নাই নাজানো, এই কথা কিন্তু ঠিক যে এই সময়ত বৰকটকীছাৰৰ দৰে ব্যক্তিৰ খুউব প্ৰয়োজন আছিল। বৰকটকীছাৰক কোনোবাই ঘূৰাই দিব পাৰিবনে? তাৰ বাবে আমি সমস্ত কম্প্ৰমাইজ কৰিবলৈ সাজু আছো। ❑

# খন্তেকীয়া মনোৰম মুহূৰ্ত

## ডাঃ অঞ্জনজ্যোতি চৌধুৰী

**লো**কবন্ধু প্ৰয়াত ডাঃ ভুবনেশ্বৰ বৰুৱাৰ জন্মদিনৰ দিনা ইণ্ডিয়ান মেডিকেল এছচিয়েচনৰ (আই, এম, এ) অসম ৰাজ্যিক শাখা আৰু দিশপুৰ প্ৰশাখাই এটি স্মৃতি তৰ্পনৰ আয়োজন কৰিছিল। সেই সভাত প্ৰয়াত পদ্ম বৰকটকীদেৱ নিৰ্দিষ্ট বক্তা হৈ আহিছিল। তেখেতৰ মতে ডাঃ প্ৰণৱ শৰ্মা, ডাঃ দীপক বৰবৰা আদিয়ে বাঘে ধৰাদি ধৰিব জানে। সেয়ে তেওঁ সভালৈ অসুখীয়া দেহাৰেই আহিছিল। সেই সভাতেই আমাৰ চিকিৎসককেইজনমানক গীত পৰিৱেশন কৰিবলৈ মাতিছিল। ডাঃ হিতেশ বৰুৱা, এন এম ডি হাচান আৰু মই সেই সভাত আধুনিক গান গাইছিলো। সেইদিনা মই গোৱা গীত এটিৰ কথা আছিল প্ৰয়াত পদ্ম বৰকটকীদেৱৰ, গীতটিৰ সুৰ আছিল প্ৰয়াত ব্ৰজেন বৰুৱাদেৱৰ আৰু 'আমাৰ ঘৰ' নামৰ বোলছবিখনত গীতটি গাইছিল ব্ৰজেন বৰুৱাদেৱে। গীতটিৰ প্ৰথম ফাঁকি হ'ল "শুনা মোৰ জীৱন চাকি, স্বপ্নভৰা জোনাক ৰাতি"। সভাৰ শেষত পদ্ম বৰকটকীদেৱে মোক ওচৰলৈ মাতি ক'লে "আজি বৰ ভাল লাগিলহে, ইমান নামী দামী ডাক্তৰৰ মাজত থাকি গাটো বৰ ভাল লাগি আছেহে। তাতে তোমালোকৰ কথা আৰু গান শুনি সঁচাই মোৰ অসুখ বহুখিনি ভাল হৈ যোৱা যেন লাগিছে। এটা কাম কৰা, তোমালোকে এখন গানৰ সভা পাতা, তাত কেৱল ডাক্তৰ সকলেই গান গাব। সেই গানৰ সভালৈ মোক কিন্তু মাতিবাই। মই আশাৰে ৰ'ম সেই দিনটোলৈ। আৰু এটা কথা, তোমালোকৰ আজিৰ এই সভাখনৰ কথা মই অসমবাণীত লিখিম।" সেইদিনটোতেই ইমান ওচৰৰ পৰা মই তেখেতক প্ৰথম লগ পাইছিলো। মনতে ভাবিলো আমাক উৎসাহ দিবৰ বাবেই এনেয়ে কথাখিনি কৈছে। কিন্তু সঁচাকৈয়ে ১৪ চেপ্তেম্বৰ ২০০৭ ৰ 'অসমবাণী' কাকতত তেখেতে প্ৰথম পৃষ্ঠাতেই 'চিকিৎসকৰ হিয়াৰ সুৰ' শীৰ্ষক লেখনি এটা দেখিলো। তেখেতৰ লিখনিৰ কিছু অংশ হ'ল 'সভাৰ আৰম্ভনিতেই বিষ্ণু গীতেৰে পৰিবেশ স্মৃতি তৰ্পনৰ উপযোগী কৰিলে ডাঃ মৌচুমী শইকীয়াই। সেইদিনা বিষ্ণু-নিৰ্মলা ন্যাসৰ সভাগৃহত নেমকেয়াৰ হস্পিটালৰ ডাঃ হিতেশ বৰুৱাই সুমধুৰ দ্ৰুতলয়ৰ গীতেৰে সমজুৱাক নচুৱাই দিছিল। সভাৰ শেষত আয়োজন কৰা নৈশ ভোজনলৈকে তাকৰীয়া বিৰতিক মধুৰ কৰি তুলিলে ডাক্তৰ সকলৰ গীত আৰু বাদ্য সংগীতৰ সুৰে। বিশেষকৈ পিতৃৰ সমানেই হাস্যৰসিক, প্ৰয়াত লক্ষ্যধৰ

চৌধুৰীৰ পুত্ৰ ডাঃ অঞ্জনজ্যোতি চৌধুৰী আৰু ডাঃ এন এম ডি হাচানে কেইবাটিও গীতেৰে মধুৰ পৰিবেশৰ সৃষ্টি কৰিলে। এনেকুৱা ক্ষন্তেকীয়া মনোৰম মুহূৰ্ত্তবোৰে সমাজক সকাহ দিয়ে, নিৰাশা আঁতৰায়, ভৱিষ্যতত বিশ্বাস বঢ়ায়।' তেখেতৰ সেই উৎসাহ যোগোৱা লিখনীয়ে আজিও আমাক প্ৰেৰণা যোগায়।

তেখেতৰ মৰমৰ দাবীতেই আমি ১৬ ফেব্ৰুৱাৰী ২০০৮ চনত ৰবীন্দ্ৰ ভৱনত নেমকেয়াৰ হস্পিটাল আৰু এপেক্স ডায়গনষ্টিকৰ সহযোগত চিকিৎসক সকলৰ এটি গীতৰ সন্ধিয়াৰ আয়োজন কৰিছিলো। সেই সভাত তেখেতক মুখ্য অতিথি হিচাপে আনি সম্বৰ্দ্ধনা জনোৱাৰ কথা আছিল। তেখেতে অসুখীয়া দেহাৰেই আহিমেই বুলি আমাক বাৰে বাৰে কৈছিল। "মোৰ কথামতে তোমালোকে এই গীতৰ সন্ধিয়া পাতিছা, মই যেনে তেনে হ'লেও যামেই।" আমি তেখেতক নিমন্ত্ৰণ কৰিবলৈ যোৱা সময়খিনিত বৌৱে আমাক কৰা আতিথ্য, পদ্মদাক কৰা শুশ্ৰূষা দেখি আমি অভিভূত হৈ পৰিছিলো। এজন জীৱনৰ সকলো দিশতে সফল স্বামীৰ জীৱনত পত্নীৰ ভূমিকাই কিমান প্ৰভাৱ পেলাব পাৰে তাৰেই জ্বলন্ত নিদৰ্শন চকুৰ আগতেই দেখিলো। কিন্তু আমাৰেই দুৰ্ভাগ্য যে গীতৰ সন্ধিয়াটো তেখেতে উপভোগ কৰিব নেপালে। সেইদিনা ৰাতিপুৱাৰে পৰা গাটো বেয়া লাগি থকা বাবে আমাক আবেগিক হৈ ক'লে "মনে টানিলেও শৰীৰে নেটানে। ইয়াৰ পিছৰবাৰৰ গীতৰ সভাত মই যামেই। সেই দিনটোলৈ মই আশাৰে বাট চাই ৰ'ম।"

পিচদিনা আমি তেখেতৰ বাসভৱনলৈ গৈ তাতেই তেখেতক সম্বৰ্দ্ধনা জনাই আহিলো। সেইবাৰেই মই তেখেতক শেষবাৰৰ বাবে লগ পাইছিলো। সেইদিনা 'আমাৰ ঘৰ' বোলছবিখনত তেখেতে লিখা 'শুনা মোৰ জীৱন চাকি' শীৰ্ষক গীতটি লিখাৰ সময়ত হোৱা আমোদজনক কথা এটি তেখেতৰ মুখত শুনিলো— পঞ্চাশ দশকৰ শেষৰফালে 'আমাৰ ঘৰ' বোলছবিখনৰ চিত্ৰগ্ৰহণৰ কাম কলিকতাত চলি আছে। এটা নৈশ ক্লাবত গোৱা গান এটাৰ বাবে তৎক্ষণাত এজন গীতিকাৰৰ আৱশ্যক হ'ল। তেতিয়াৰ দিনত গুৱাহাটীৰ পৰা কলিকতালৈ গান লিখিব পৰা কোনোবা এজনক লৈ যোৱাটোও সম্ভৱ নহয়। আজিৰ দৰে যাতায়াতৰ সুবিধা নাছিল। সেই সময়ত স্বৰ্গীয় পদ্ম বৰকটকীদেৱ কলিকতাতে থাকে। ব্ৰজেন বৰুৱাদেৱে তেখেতক মাতিবলৈ দুদিনো গ'ল। বৰকটকীদেৱ সেই সময়ত কিবা এটা লিখনিৰ কামত ব্যস্ত আছিল। দুদিন মতাৰ পিছতো তেখেত নহা দেখি ব্ৰজেনদাই এটা বুদ্ধি উলিয়ালে। ব্ৰজেনদাই তেখেতৰ নিজৰ বিয়া বুলি মাত্ৰ এখনেই চিঠি ছপালে। নিজে চিঠিখন লৈ গৈ বৰকটকীদেৱক বিয়ালৈ নিমন্ত্ৰণ জনাই আহিল। বৰকটকীদেৱে এটি উপহাৰ লৈ ব্ৰজেনদাৰ থকা ঘৰলৈ বিয়া খাবলৈ অহাত

সকলোৱে আচল কথাটো কৈ তেওঁৰ হতুৱাই গান লিখোৱাত লাগি গ'ল। তেখেতেও কথাটো গম পাই হাঁহি হাঁহি ক'লে 'জোকে এৰিলেও ব্ৰজেন বৰুৱাই নেৰে।' সেই গীতটোৱে (শুনা মোৰ জীৱন চাকি) প্ৰচুৰ জনপ্ৰিয়তা লাভ কৰিছিল। ছবিখনত গীতটো গাইছিল ঁব্ৰজেনদাই। ছবিখনত গীত গাই গাই অভিনয় কৰিছিল নটসূৰ্য ঁফণী শৰ্মা, ঁক্ষীৰদা বিষয়া, ঁবিভায় মান্না আদি প্ৰখ্যাত শিল্পীসকলে।

মই মাত্ৰ তিনিদিনহে ঁপদ্ম বৰকটকীদেৱৰ সান্নিধ্যলৈ আহিছিলো। কিন্তু পদ্মদা, আপোনাৰ ভাষাতেই ক'ব খুজিছো, "আপোনাক লগ পোৱা ক্ষন্তেকীয়া মূহুৰ্ত্তবোৰে মনক সকাহ দিয়ে, নিৰাশা আতৰায়, ভৱিষ্যতত বিশ্বাস বঢ়ায়।" ❑

# "মূল্যবোধ"

নন্দ সিং

অসমীয়া সাহিত্যত কমিটেড লেখক— পদ্ম বৰকটকী প্ৰবাহমান নৈৰ সোঁতৰ দৰে— সেউজীয়া নাম। চিৰস্থায়ী ধ্যন-ধাৰণা ভাঙি অসমীয়া সাহিত্যক নতুন ৰূপ দিয়া পদ্ম বৰকটকীৰ বিশ্লেষণাত্মক বিশেষত্ব বিশেষভাবে মন কৰিবলগীয়া। জীৱন আৰু জগত সম্বন্ধে তীব্ৰ চিন্তা আৰু চেতনাৰে সিক্ত আৰু গতানুগতিক জীৱনধাৰাৰ বিপৰীতে গৈ প্ৰত্যাহ্বানৰ দেৱাল বগাই মানবীয় প্ৰকৃত প্ৰমূল্য ৰূপান্তৰৰ বাটেৰে নিৰলৈ গৈ বাচি লৈছিল এখন আপোচবিহীন সংগ্ৰাম। যিখন সংগ্ৰামৰ পথে প্ৰকৃততেই বহু ধিমান-দ্বিগজ বুদ্ধিজীবি বুলি জাহিৰ কৰা ব্যক্তিত্বক সমাজ সম্বন্ধে, জীৱন সম্বন্ধে, জীৱনৰ প্ৰত্যাশা, প্ৰতীক্ষা সম্বন্ধে নিৰবে হ'লেও ভাবিবলৈ বাধ্য কৰিছিল। পুৰঠ, ৰুচিবোধ, চিন্তাৰ কৰ্ষণ, বৰ্ণময়তাৰ বিচিত্ৰ ৰং তেওঁৰ লিখাত সদায়েই বিদ্যমান। ৰজাঘৰ-প্ৰজাঘৰ—কাৰো স'তেই আপোচ নকৰা এইজন জীৱন সন্ধানী লেখকৰ সোঁতৰ বিপৰীতে সাতুৰি আমাৰ অনেকেই যাক 'মহাসম্পদ' বুলি বুকুত সাৱতি তাৰ পৰিবেৰৰ মাজতে সমাজ পৰিচালনা কৰাৰ অমৃতবৃক্ষ বুলি ভাবিছিল সেই মহাসত্যকো ভাঙি মানুহৰ মনত সুমুৱাই দিছিল যে এয়ে জীৱন নহয়। জীৱন ইয়াতকৈ বিশাল, বৰ্ণাঢ্য আৰু বৰ্ণিল। সেয়ে তেওঁৰ লেখাই জোৱাৰ আনি আমাক বিমুগ্ধ কৰিছে। অনুৰাগ আৰু আসক্তিৰ প্ৰবাহ তেওঁৰ লেখাত অবিস্মৰণীয়, সেয়ে মোৰ বাবে তেওঁৰ লেখাত পাওঁ আনন্দ অনুৰক্তিৰ তীব্ৰ কেঁচা-সেউজীয়া।

সৌষ্ঠৱ, বৈশিষ্টপূৰ্ণ কল্পনাশক্তিৰ সৃষ্টিৰে অসমীয়া সাহিত্যক ভাৰতৰ যিকোনো ভাষাৰ সাহিত্য মৰ্যদাক প্ৰত্যাহ্বান জনাব পৰা তেওঁৰ লেখাক সেয়ে বহুতেই বিস্ময় মানে। সেয়ে তেওঁৰ সমকালীন সাহিত্যিকসকলৰ হিংসা, ঈৰ্ষাৰ জোৱাৰে— তেওঁলোককে পুৰিব ল'লে আৰু লগে লগে সোণৰ দৰে বৰকটকী উজ্জ্বল হ'ল; কিন্তু বঞ্চিত হ'ল অনেক পাব লগা প্ৰাপ্যৰ পৰা। কাহিনী সৃষ্টি, নায়ক-খলনায়কৰ পৰা নায়িকালৈ—তেওঁৰ সৃষ্টিতো সমাজৰ পংকিল কদৰ্য স্বৰূপটো তুলি ধৰি শ্লেষাত্মক কটুক্তিৰে ভোগবাদী চৰিত্ৰৰ ব্যাপক স্খলনক তাচ্ছিল্য কৰি দেখুৱাব খুজিছিল জীৱনৰ নিৰ্মল জোনাকত কেনেকৈ জোনে তৰাবোৰ লৈ লৈ বাতি বাতি চৰি ফুৰে মানুহৰ চকুত। অসমীয়া সাহিত্যত সেয়ে তেওঁ এক সম্মোহনকাৰী প্ৰমূল্য, চাঞ্চল্যকৰ চেতনা। সৃষ্টি হ'ল অসমীয়া সাহিত্যত নতুন বিপ্লৱ আৰু বৰকটকী এই বিপ্লৱৰ সেনাপতি।

সাহস, দৃঢ়তা, মৰম, ক্ষমা, বুদ্ধিৰে কলমৰ খেতি কৰি অসম মোলোকত বৰ কম লেখকেহে জীৱন নিৰ্বাহ কৰিব পাৰে। য'ত কাপুৰুষ-মহাপুৰুষৰ সংঘাতক তীব্ৰ শ্লেষেৰে ভাস্বতঃ কৰিছে সমাজৰ আগত। বিবৰ্তন, সংবৰ্তন, আবৰ্তন, পৰিবৰ্তনৰ সতে ৰূপান্তৰৰ মূল বিষয়বস্তুক তথাকথিত সমাজক আৰ-বেৰ নোহোৱাকৈ দেখুৱাবলৈ গৈয়ে বৰকটকীয়ে অসমৰ ৰাজনৈতিক, আৰ্থ-সামাজিক জীৱনত সময়ে সময়ে আবিৰ্ভাৱ হোৱা আকৌ তৰিৎ গতিত অৱলুপ্তি ঘটা সংগঠনবোৰৰ কথাও কলমেৰে নিৰ্ভীকভাবে সিংহনাদৰূপে গৰজি উঠা এক প্ৰশংসনীয় প্ৰচেষ্টা। কবিতাৰে জীৱনক জুখি-মাখি বৰ্ণ, উপমা, ব্যঞ্জনা, চিত্ৰকল্প, উৎপ্ৰেক্ষা শব্দ, ৰস আদিৰ বিশাল নৈত সাঁতুৰি নাদুৰি থকাৰ বাবেই তেওঁৰ উপন্যাস, গল্প আদিত কবিতাৰ ৰস বিদ্যমান। তথাকথিত অভিজাত ধনীক শ্ৰেণীৰ বিৰুদ্ধে ঘৃণা; তীব্ৰ বিদ্বেষ আৰু অবজ্ঞা উচ্চ। বৰকটকীয়ে নিজেই মমতাজৰ তাজমহলক 'তেজমহল' বুলি জ্ঞান কৰাৰ পৰা অনুমান কৰিব পাৰি সামন্তযুগীয়া ধ্যান-ধাৰণাত অকৃষ্ট সমাজৰ প্ৰতি তেওঁৰ অনুৰাগ কেনে! সংঘাতে, অবিশ্বাসে, ভংগুৰ সমাজে মানুহৰ নৈতিক চৰিত্ৰৰ অধঃপতনে তেওঁক ভিতৰি ভিতৰি বিদ্ৰোহী কৰি তুলিছিল— আৰু এই বিদ্ৰোহতযোগ দিবলৈ তেওঁৰ লগত মানুহ নাই। অথচ তেওঁক আগুৰি তোষামোদকাৰী মানুহৰ অভাৱ নাছিল। সেয়ে এই যাত্ৰাপথত অকলশৰীয়া হৈ সোঁতৰ বিপৰীতে নাও চলাবলৈ গৈ তেওঁৰ লেখাত আহি পৰিছিল অভিনৱ মৌলিকতা। ভোগবাদী সাময়িক জীৱনৰ বোধিপ্ৰসূত মূল্যবোধৰ আস্থাহীনতাই তেওঁৰ কলমক কৰি তুলিছিল আৰ্থ-সামাজিক আগ্নেয়গিৰিৰ উদ্‌গীৰণৰ উত্তপ্ত লাভাৰ অসহ্য অৱস্থাৰ বিৰুদ্ধে মাত মতাৰ নতুন শক্তি।

বহুকেইখন সাপ্তাহিক আৰু দৈনিক কাকতৰ সম্পাদক তথা মুখ্য সম্পাদকৰ দায়িত্ব লৈ কলম চলোৱা বৰকটকীৰ এই সম্পাদনাৰ জীৱন কাল বৰ দিঘলীয়া নহয়। ইয়াৰ একমাত্ৰ কাৰণ মোৰ বোধেৰে তেওঁ যিখন আপোচবিহীন সংগ্ৰাম কৰিব খুজিছিল তাত সেই স্বাধীনতা নাছিল। জীৱনক নেতৃত্ব দিয়াৰ সঠিক কণ্ঠস্বৰ এটা নাথাকিলে জীৱন হৈ পৰে দুৰ্বল, অকৰ্মন্য সময়।তোষামোদ, স্বাৰ্থপূৰ্ণ অনুগ্ৰহ, নিঃস্বাৰ্থ আদি শব্দবোৰ যেন তথাকথিত মানুহৰ পৰম সম্পদ। এই চামৰ মাজত পদ্ম বৰকটকীৰ দৰে বিদ্ৰোহী ব্যক্তিত্ব টিকি থকাটো সম্ভৱ নাছিল। যিবোৰ মানুহে কথাৰে কাৰোবাৰ অন্তৰ জয় কৰে- কিন্তু পিছ মুহূৰ্ততে তেনে মানুহে কিবা সুযোগ লাভ কৰিলেই পাহৰি থাকে তেওঁৰ ব্যক্তিত্ব। এনেচাম মানুহৰ বিৰুদ্ধে তেওঁ আছিল বিদ্ৰোহৰ অনন্য অনল। ওপৰত উল্লেখ কৰা মানুহচামে অনিশ্চিতভাবেই সকলো ক্ষেত্ৰতে সৰ্বান্তঃকৰণে সকলো পৰিস্থিতিতে সৎ হৈ থকাৰ ফটা ঢোল বজায়।

পদ্ম বৰকচকীৰ কলমত দেখা পোৱা অন্য এক উল্লেখযোগ্য দিশ হ'ল নতুন প্ৰজন্মৰ মাজত তেওঁ চাব খুজিছিল সততাৰ চৰ্চা। আজিৰ দিনত যুৱ সমাজৰ সৰহ সংখ্যকে ভোগবাদী দুনীয়াৰ কোনো সামন্তযুগীয়া প্ৰভুৰ আচৰণতে পৰিচালিত হয়। ই অৰ্থৰ লালসা নে জীৱনৰ ৰঙীণ সম্ভোগ অথবা ক্ষমতাৰ হাবিয়াস জনা নাযায় - সেয়ে সহজে যুৱশক্তি তেনে ভোগবাদী দুনিয়াৰ বাবে হৈ পৰে—Collectively they are a power, power of a vote bank. কিন্তু বৰকটকীৰ দৃষ্টিত যুৱশক্তি তেনে power নহয়। ই আৰু বৰ্ণাঢ্য, সংবেদনশীল, অনুভূতিপ্ৰৱন আৰু ভাবিকালৰ সুন্দৰ পৃথিবীৰ দ্ৰষ্টা আৰু স্ৰষ্টা-বিশ্বকৰ্মা। সেয়ে প্ৰতিবাদৰ কৰটি শিলৰ ফাঁকেৰে সৰকি অহা নিৰ্মল পানীৰ দৰে যুৱ শক্তিক স্নান কৰিছিল তেওঁ। নতুনেই কঢ়িয়াব পৃথিবীৰ সুখ, সমাজৰ মানুহৰ দুচকুত জিলিকিব জীৱনৰ ভূগোল আৰু ইয়াৰ পৰাই ইতিহাসে আমাক ক'ব প্ৰাচীন প্ৰমূল্য—এই ধ্যান-ধাৰণা বুকুত সাৱতি সোঁতৰ বিপৰীতে তেওঁ লিখি গ'ল................দুখ আৰু যন্ত্ৰণাৰ কথা। ❑

# প্ৰথিতযশা সাংবাদিক পদ্ম বৰকটকী ঃ প্ৰেৰণাৰ অমল উৎস

ভূপেন গোস্বামী

অসমীয়া সাহিত্য আৰু সংবাদ জগতৰ এক উজ্জ্বল তাৰকা পদ্ম বৰকটকীয়ে যোৱা কেইবাটাও দশক ধৰি সোঁতৰ বিপৰীতে কলম চলাই এজন সমাজ সচেতক ৰূপে সুখ্যাতি ৰাখি গৈছে। 'খবৰ বিচাৰি' অৱশেষত জীৱন আৰু সৃষ্টিৰ মোহ এৰি নিজেই এটা খবৰ হৈ পৰাত মোৰ দৰে তেওঁৰ শিষ্যবোৰ কিমান মৰ্মাহত কিমান নিথৰুৱা হ'ল সেই কথা বুজোতাইহে বুজিব। এই মহান সাংবাদিক-সাহিত্যিকগৰাকী আছিল নিৰ্ভীক আৰু অতি চোকা বুদ্ধিদীপ্ত সমালোচক। কাৰো লগত কোনো ক্ষেত্ৰতে আপোচ নকৰা বৰকটকীৰ উপন্যাস সৰুতেই পঢ়ি তেওঁৰ প্ৰতি শ্ৰদ্ধাশীল হৈ পৰিছিলো। বিশেষকৈ যেতিয়া শাসক-শোষক, সমাজবাদ, দ্বন্দাত্মক্ বস্তুবাদ, বিজ্ঞান আৰু যুক্তি আদি শব্দবোৰৰ অৰ্থ কিছু কিছু বুজিব পৰা হৈছিলো, তেতিয়াই পঢ়াৰ সুবিধা পাইছিলো 'ৰঙা ৰঙা ৰং'। তদুপৰি এই বিদ্ৰোহী লেখকগৰাকীয়ে ক্ষমতাকেন্দ্ৰীক ৰাজনীতিৰে শাসকশ্ৰেণীয়ে কৰা দুষ্কাৰ্য আৰু অন্যায়-অনীতি, চৰকাৰী আমোলা-বিষয়াই ৰাইজৰ প্ৰতি কৰা ঠগ-প্ৰবঞ্চনা, ভণ্ডামী আদিৰ বিৰুদ্ধে জোৰদাৰ কলম চলাই সমাজক সঠিক পথেৰে আগবঢ়াই নিয়াৰ চেষ্টা কৰিছিল। আৰু এইবোৰ পঢ়ি মই ব্যক্তিগতভাৱে তেওঁক লগ পোৱাৰ বাসনা মনত পুহি ৰাখিছিলো। যেতিয়া কামৰ তাগিদাত গুৱাহাটীলৈ আহো তেতিয়া এজন সংবাদকৰ্মী আৰু তেওঁৰ গুণমুগ্ধ পাঠক পোৱাৰ সুযোগত আনসকলৰ দৰে ময়ো এই মহান ব্যক্তিজনক লগ পাই তেওঁৰ সৰল আৰু নিৰহংকাৰী ব্যক্তিত্বৰ দ্বাৰা আকৰ্ষিত হৈছো আৰু গভীৰ শ্ৰদ্ধা পোষণ কৰি আহিছো।

পদ্ম বৰকটকী আছিল আমাৰ সমাজৰ বাবে দুৰ্যোগ কালৰ সাহস আৰু আন্ধাৰ নিশাৰ বন্তি। বিশেষকৈ, তেওঁ সাংবাদিকৰ পাপ্য বিচাৰি কৰা গণতান্ত্ৰিক আন্দোলনৰ আগৰণুৱা ব্যক্তি আছিল। আজি মোৰ মনত পৰিছে বিশিষ্ট সাংবাদিক পৰম শ্ৰদ্ধাৰ প্ৰয়াত গিৰিশ শৰ্মাৰ অকাল বিয়োগৰ পাছত ১৯৯১ চনৰ কোনোবা এটা দিনত পদ্ম বৰকটকী নেচনেল ইউনিয়ন অব জাৰ্ণেলিষ্ট (ইণ্ডিয়া)ৰ এফিলিয়েটেড-জাৰ্ণেলিষ্ট এচ'ছিয়েছন অব আসামৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰে। সেই সময়ত মই 'আজিৰ বাতৰি' নামৰ দৈনিক কাকতখনৰ 'ষ্টাফ ৰিপ'ৰ্টাৰ' হিচাপে কাৰ্যনিৰ্বাহ কৰিছিলো। ইয়াৰ লগে লগেই এচ'ছিয়েছনৰ

সহ সম্পাদকৰ দায়িত্বত আছিলো। ২০০১ চনত চণ্ডিগড়ত অনুষ্ঠিত হোৱা নেচনেল ইউনিয়ন অব জাৰ্ণেলিষ্ট (ইণ্ডিয়া)ৰ ৰাষ্ট্ৰীয় কাৰ্যনিৰ্বাহক বৈঠকত অংশ গ্ৰহণৰ বাবে জাৰ্ণেলিষ্ট এছ'চিয়েছনৰ তদানীন্তন সাধাৰণ সম্পাদক উদয়শংকৰ ভূঞা আৰু মোক ধন যোগান ধৰি অসমৰ সমস্যাৰাজিৰ ওপৰত আলোচনা কৰি প্ৰয়োজনীয় ব্যৱস্থা যাতে গ্ৰহণ কৰে তাৰবাবেও পৰামৰ্শ দিছিল। তদুপৰি উদয়শংকৰ ভূঞা (ভূঞাদা) চিকিৎসাৰ বাবেও অসম চৰকাৰৰ সংশ্লিষ্ট বিভাগৰে যোগযোগ কৰি সাহাৰ্য্য আগবঢ়াইছিল। মোৰ লগত প্ৰয়াত বৰকটকীৰ ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠে, ১৯৯৮ চনৰ মাজভাগৰ পৰা। যেতিয়া মই এক জটিল ৰোগত আক্ৰান্ত হৈ নতুন দিল্লীলৈ চিকিৎসাৰ বাবে যাব লগা হোৱা সেই দুৰ্যোগৰ সময়ত বৰকটকীয়ে মোক এজন অভিভাৱকৰ দৰেই সাহস দি জীয়াই থকাত অনুপ্ৰেৰণা যোগাইছিল। হাতত ফুটাকড়ি এটা নোহোৱাৰ সময়তো তেওঁ মোক মানসিকভাবে যি সাহস দিলে আৰু মই কিদৰে সুস্থ হৈ উঠিলো সেয়া মোৰ জীৱনৰ এক ডাঙৰ অভিজ্ঞতা। নকৈয়ো নোৱাৰি যে সেই সময়ত মাখিৰ মূৰৰ ঘি কাঢ়ি খোৱা দুজনমান সতীৰ্থ সাংবাদিকে মোৰ প্ৰতি যি অন্যায় আৰু অমানৱীয় আচৰণ কৰিছিল, হয়তো মই শেষ হৈ গ'লোহেঁতেন (এই বিষয়ে ক'ৰবাত কেতিয়াবা বিস্তৃতভাবে নিশ্চয় আলোচনা কৰিম)। কিন্তু পদ্ম বৰকটকী মোৰ কাযত থাকি এজন অভিভাৱক হিচাপে মনত সাহস যোগাই যোৱাৰ কথা কোনো কালেই পাহৰিব নোৱৰা এক জীৱন্ত স্মৃতি।

উল্লেখযোগ্য যে 'জাৰ্ণেলিষ্ট এচ'ছিয়েছন অব আসাম'ৰ সভাপতি হিচাপে দায়িত্ব গ্ৰহণ কৰাৰ পাছত আৰু ইয়াৰ আগতেও পদ্ম বৰকটকীয়ে সাংবাদিক আৰু সংবাদকৰ্মীৰ নিৰাপত্তাৰ বিষয়টোত গুৰুত্ব প্ৰদান কৰি বলিষ্ঠ ভূমিকা গ্ৰহণ কৰি আহিছিল। যোৱা ২০০৬ চনৰ ফ্ৰেব্ৰুৱাৰী মাহৰ কথা, কলিকতাত নেচনেল ইউনিয়ন অব জাৰ্ণেলিষ্ট (ইণ্ডিয়া) ৰ জৰুৰী কাৰ্যনিৰ্বাহক বৈঠকত অংশ গ্ৰহণৰ বাবে প্ৰয়াত বৰকটকী আৰু মোক আমন্ত্ৰণ জনোৱা হৈছিল। স্বাস্থ্যজনিত কাৰণত তেওঁ নিজে যাব নোৱৰা হেতুকে মোৰ হাতত তিনি পৃষ্ঠাৰ এখন পত্ৰ দি অসমৰ সংবাদ-পত্ৰ আৰু সাংবাদিকৰ দুৰ্যোগ সম্পৰ্কে বিস্তৃত আলোচনাৰ পৰামৰ্শ দিলে। তেওঁ প্ৰেৰণ কৰা পত্ৰখনত উল্লেখ্য আছিল ১৯৯১ চনৰ পৰা ২০০৬ চন পৰ্যন্ত অসমৰ সংবাদকৰ্মী কিদৰে চৰকাৰী নিৰ্যাতনৰ বলি হৈছে আৰু বেচৰকাৰীভাবে বিভিন্ন পক্ষৰ পৰা কৰা অত্যাচাৰ-ভাবুকি আদিৰ সন্মুখীন হৈছে তাৰ বিস্তৃত বিৱৰণ। পত্ৰখনত তেওঁ মুকলিভাবেই প্ৰশ্ন তুলিছিল "অসমৰ সাংবাদিক আৰু সংবাদপত্ৰৰ নিৰাপত্তাৰ বিষয়ত ৰাষ্ট্ৰীয় সংগঠনটোৰ ভূমিকা কি হ'ব?" যথাসময়ত ৰাষ্ট্ৰীয় কাৰ্যনিৰ্বাহক সভাত উক্ত পত্ৰখন পাঠ কৰি দিয়া হৈছিল আৰু ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অহা সাংবাদিকৰ উপস্থিতিত সেই সভাতেই অসমৰ সাংবাদিক আৰু সংবাদ-পত্ৰলৈ অহা ভাবুকিৰ বিষয়ত স্ব-জমিন তদন্তৰ বাবে ৰাষ্ট্ৰীয় প্ৰতিনিধিৰ দল প্ৰেৰণৰ সিদ্ধান্ত লোৱা

হৈছিল। (অৱশ্যে পিছত বিভিন্ন কাৰণত সেয়া সম্ভৱ হৈ নুঠিলগৈ।) যি কি নহওক তদানিন্তন ৰাষ্ট্ৰীয় সভাপতি ড০ এন কে তৃখা (নতুন দিল্লী) আৰু সচিবপ্ৰধান প্ৰজ্ঞানন্দ চৌধুৰী (কলিকতা) উদ্যোগত বিষয়টো প্ৰায় এঘণ্টা সময় ধৰি আলোচনা চলিছিল। তেওঁৰ ভাষাৰ লালিত্য দেখি সকলোৱে তবধ মানিছিল। সেয়ে পদ্ম বৰকটকীৰ মৃত্যুৰ সংবাদ পোৱাৰ লগে লগে দেশৰ বিভিন্ন প্ৰান্তৰ পৰা আমালৈ ফোন আৰু ই-মেইলৰ জড়িয়তে শোকবাৰ্তা প্ৰেৰণ কৰিছিল। ইয়াৰ ভিতৰত আছিল এন ইউ জে আইৰ প্ৰাক্তন সভাপতি আৰু বৰ্তমানৰ বৈদেশিক পৰিক্ৰমাৰ দায়িত্বত থকা ড০ এন কে তৃখা, বৰ্তমানৰ সভাপতি ড০ পি কে ৰয়, (লক্ষ্ণৌ), সাধাৰণ সম্পাদক আত্মদ্বীপ (নতুন দিল্লী), প্ৰাক্তন সাধাৰণ সম্পাদক প্ৰজ্ঞানন্দ চৌধুৰী (কলিকতা), ৰাষ্ট্ৰীয় কাৰ্যনিৰ্বাহক চুনগ্ৰী থেংগামম (কেৰেলা) ইত্যাদি। যি কি নহওক পদ্ম বৰকটকীয়ে সাংবাদিক তথা সংবাদ-পত্ৰৰ পাপ্য অধিকাৰ বিচাৰি বেনাৰ প্লে-কাৰ্ড লৈ ৰাজপথত নমাৰ উপৰি বিভিন্নধৰণৰ গণতান্ত্ৰিক আন্দোলনৰ নেতৃত্ব দিছিল।

বহুমুখী প্ৰতিভা সম্পন্ন সমাজ সচেতন ব্যক্তি পদ্ম বৰকটকীৰ অতুলনীয় ব্যক্তিত্ব আৰু হাঁহিমুখীয়া স্বভাৱে মোৰ দৰে সকলোকে আকৰ্ষিত কৰি আহিছিল। পদ্ম বৰকটকীৰ লেখাসমূহত প্ৰকাশ পোৱা চিন্তা-চৰ্চা আৰু দৃষ্টিভংগীৰ মাজেদি আমি স্কুলীয়া জীৱনৰ পৰাই তেওঁৰ অধ্যয়নপুষ্ট মন আৰু আদৰ্শৰ বিষয়ে অৱগত আছিলো। সময়ৰ সোঁতত যেতিয়া একেলগে কাম কৰাৰ সুযোগ-সবিধা পাইছিলো, তেতিয়া উপলব্ধি কৰিছিলো, পদ্ম বৰকটকী এনে এগৰাকী ব্যক্তি যাক বয়স, অভাৱ দুৰ্যোগ বা শাৰীৰিক অসুস্থতাই কেতিয়াও টলাব নোৱাৰে। মৃত্যুৰ আগমুহূৰ্তলৈকে কলম থমকি ৰোৱা নাই। সৃষ্টিশীল ৰচনা অনুবাদ, সম্পাদনা আদিৰ পৰা অসমৰ কেইবাখনো আগশাৰীৰ আলোচনীত তথ্য-সমৃদ্ধ চিন্তাশীল প্ৰবন্ধ-পাতি প্ৰকাশ কৰি সমাজক সঠিক পথেৰে লৈ যোৱাৰ চেষ্টা অব্যাহত ৰাখিছিল। অসমীয়া সাহিত্য জগতলৈ তেওঁ গোটাই থৈ গৈছে গভীৰ অধ্যয়ন; সীমাহীন অভিজ্ঞতা, চিন্তাশক্তি ফচলৰ শতাধিক গ্ৰন্থ আৰু অসংখ্য প্ৰবন্ধ-পাতি। পদ্ম বৰকটকী আজি আমাৰ মাজৰ পৰা হেৰাই গ'ল সঁচা কিন্তু তেওঁ আকৌ আহিব। মৃত্যুৰ দৰে ভয়ংকৰ বাস্তৱক জয় কৰি সৃষ্টিশীল কৰ্মৰে তেওঁ অসমীয়া জাতিৰ মাজত চিৰকাল জীয়াই থাকিব। বৰকটকীৰ লিখনিত শোষিত-নিষ্পেষিত আৰু অৱহেলিতজনৰ মৰ্ম কথা বাস্তৱ ৰূপৰ ইমেজেৰে মনোৰম হৈ আছে। তেওঁৰ অন্তৰ্দৃষ্টি-বহিৰ্দৃষ্টি আৰু দূৰদৃষ্টিৰ প্ৰতিফলন ঘটা ৰচনা সম্ভাৰেৰে অসমীয়া সংবাদ আৰু সাহিত্য জগতৰ ভঁৰাল চহকী কৰি গৈছে। প্ৰয়াত বৰকটকী সমাজৰ একান্ত প্ৰয়োজনীয় গুৰুত্বখিনিৰ প্ৰতি সচেতন আছিল আৰু ইয়াৰ প্ৰতি থকা দায়বদ্ধতা কোনোদিন অস্বীকাৰ কৰা নাছিল। সেয়ে আজি পদ্ম বৰকটকী এটা যুগজয়ী প্ৰতিষ্ঠান বুলি সকলোৱে একেমুখে ক'বলৈ বাধ্য হৈছে। এই সাংবাদিক সাহিত্যিকগৰাকী বহুমুখী প্ৰতিভাৰে জ্যোতিষ্মান, তেওঁ একেধাৰে কবি, গীতিকাৰ,

ঔপন্যাসিক, নাট্যকাৰ, নিবন্ধকাৰ আৰু সমাজ সচেতক আছিল। শব্দ প্ৰয়োগ তথা নিৰ্বাচনত অপূৰ্ব দক্ষতা আৰু বিৰল চাতুৰ্য্য; লোকজীৱনৰ আধাৰত অন্তৰপৰশা ভাষা-প্ৰকাশ ভংগীত তেওঁৰ চেতনাৰ মূৰ্ত প্ৰকাশ ঘটিছিল। মন কৰিবলগীয়া যে মহামান্য সাহিত্যিক, বুদ্ধিজীৱীৰ আজিৰ সমাজৰ এক অংশত এনে এক প্ৰৱণতাই গা কৰি উঠিছে যে লবি সৃষ্টিৰ জৰিয়তে নিজৰ স্বাৰ্থ সিদ্ধিৰ বাবে ভালটোক বেয়া বুলি কোৱা অথবা জনাজনক নজনা বুজি, নজনা জনক জনা বুলি, ওপৰলৈ উঠায় বেয়াটোক ভাল বুলি ক'বলৈ কুণ্ঠাবোধ নকৰা হৈছে। কিন্তু পদ্ম বৰকটকী ইয়াৰ সম্পূৰ্ণ বিপৰীত। তেওঁ চোৰক চোৰ বুলি আৰু দগাবাজ ভণ্ডতপস্বীলৈ পত্যক্ষভাবে আঙুলি টোৱাই মুখা খুলি দিবলৈ কেতিয়াও আপোচ কৰা নাছিল। সদায় সাহসেৰে যিকোনো পৰিস্থিৰ মুখা-মুখি হ'বলৈ ভাল পোৱা এইগৰাকী সাংবাদিক-সাহিত্যিকে ৰজাঘৰৰ পৰা প্ৰজা ঘৰলৈ— 'ৰজা-প্ৰজা, আমোলা-বিষয়া, শিল্পী-সাহিত্যিকক প্ৰয়োজন সাপেক্ষে কঠোৰ ভাষাৰে সমালোচনা কৰি সমাজৰ প্ৰতি থকা দায়বদ্ধতাৰ কথা সোঁৱৰাই দিব পাৰিছিল। সেয়ে পাঠক সমাজত পদ্ম বৰকটকী এক প্ৰতিষ্ঠান হিচাপে সদায় জীয়াই থাকিব। তেওঁ কোনোদিন বঁটা বাহনৰ আশাত সাহিত্য চৰ্চা কৰা নাছিল আৰু বঁটা নোপোৱাৰ বাবে কোনো আক্ষেপো নাছিল। কিন্তু এটা কথা শুনি আচৰিত হৈছো যে তেখেতৰ মৃত্যুৰ পাছত বহুকেইজন বিশিষ্ট্য ব্যক্তিয়ে মত প্ৰকাশ কৰিছে— "পদ্ম বৰকটকীয়ে শতাধিক গ্ৰন্থ ৰচনা কৰাৰ পাছতো বঁটা-বাহন নোপোৱাত তীব্ৰ ক্ষোভ লৈ চিৰবিদায় ল'ব লগা হ'ল।" কিন্তু আমি যিমানখিনি জানো যে এই কথা তথ্যগতভাবে শুদ্ধ নহয়। এই কথা এশ শতাংশই সঁচা আৰু স্পষ্ট যে এই ধীমান সাংবাদিক-সাহিত্যিক গৰাকীক ২০০৭ বৰ্ষৰ চুকাফা বঁটা প্ৰদান কৰি অসম চৰকাৰ নিজেহে ধন্য হৈছে। । যি কি নহওক যোৱা ২০০৪-০৫ বৰ্ষত এইজন প্ৰতিভাধৰৰ লগত একেলগে কাম কৰাৰ আমাৰ সৌভাগ্য ঘটিছিল 'নতুন দৈনিক' নামৰ অধুনালুপ্ত কাকতখনত। তেতিয়া মই কাকতখনৰ উপ সম্পাদক হিচাপে তেখেতৰ পৰা সাংবাদিকতাৰ ওপৰত যথেষ্ট শিক্ষা লাভ কৰিছিলো। উক্ত কাকতখনৰ আন কেইবাটাও গুৰুত্বপূৰ্ণ পৃষ্ঠাৰ লগতে সম্পাদকীয় পৃষ্ঠাটোৰ দায়িত্ব মোৰ ওপৰত অৰ্পণ কৰাত তেখেতৰ ওচৰ চাপি যোৱাত সহায়ক হৈ পৰিছিল। পদ্ম বৰকটকীৰ সম্পাদকীয়ৰ নিৰ্বাচনো আছিল ব্যক্তিক্ৰমধৰ্মী। সমাজত প্ৰভাৱ পেলাব পৰা সৰু সৰু বিষয়বোৰকো তেখেতে তুলি ধৰিছিল আৰু কৰ্তৃপক্ষ তথা সচেতন মহলৰ দৃষ্টি আকৰ্ষণৰ চেষ্টা কৰিছিল। কাৰ বেলীৰ সময়ত অসম চৰকাৰ আৰু সদৌ অসম ছাত্ৰ সন্থাৰ মাজত চলা শীতল যুদ্ধ, ছাত্ৰ সন্থাৰ উদ্যোগত গঠিত 'অসম সেনা', প্ৰধান মন্ত্ৰী ড$^{0}$ মনোমোহন সিঙৰ প্ৰথম অসম ভ্ৰমণ, দিছপুৰ লাষ্ট গেটত অন্ধ ছাত্ৰ-ছাত্ৰীৰ ওপৰত চৰকাৰী আতিশয্যা, সাংবাদিকৰ ওপৰত আক্ৰমণ, গড়কাপ্তানি বিভাগৰ দুৰ্নীতি, গুৱাহাটী বানপানী, বিদ্যুতৰ চৰম নাটনি, অসমীয়া ভাষা সাহিত্যৰ আজিৰ পুতৌ

লগা অৱস্থাৰ ওপৰত তেওঁ লিখিছিল অসমীয়া ভাষা সাহিত্যৰ ভৱিষ্যৎ সম্পৰ্কে। অসমীয়া ভাল সাহিত্যৰ অভাৱত যে পঢ়ুৱৈৰ সংখ্যা যে ক্ৰমাগতভাৱে কমি আহিছে, সেই কথা বছৰী অনুষ্ঠিত হোৱা গ্ৰন্থমেলাবোৰত গ্ৰন্থ বিক্ৰীৰ দুখজনক অৱস্থাটোৰ কথা ভাবি লেখক-লেখিকাসকলক আজিৰ সমাজৰ বিষয়বস্তুৰে পঢ়ৱৈক মনৰ খোৰাক যোগাবলৈ তেওঁ মুকলিকে আহ্বান জনাইছিল। তদুপৰি সাম্ৰাজ্যবাদী আমেৰিকা ৰাষ্ট্ৰই ভাৰত ৰাষ্ট্ৰযন্ত্ৰৰ ওপৰত কোনো কোনো বিষয়ত অযথা হস্তক্ষেপ কৰি ৰাষ্ট্ৰখনক নিজৰ বহতীয়া কৰিব বিচৰাটোক তেওঁ কেতিয়াও সহ্য কৰিব পৰা নাছিল আৰু ইয়াৰ বিৰুদ্ধে গৰজি উঠিছিল। ২০০৫ বৰ্ষত আমেৰিকাৰ ভাৰতস্থিত ৰাষ্ট্ৰদূতে অসমৰ মুখ্য মন্ত্ৰী তৰুণ গগৈলৈ দিয়া চিঠিখনৰ ওপৰত তেওঁ লিখিছিল "এডেও দুডেও লোটা নিয়াৰ চেও" ইত্যাতি ইত্যাদি বিষয়বোৰৰ ওপৰত প্ৰকাশিত সম্পাদকীয়বোৰ আজিৰ তাৰিখতো ইয়াৰ প্ৰভাৱ বিদ্যমান। দূৰদৃষ্টি সম্পন্ন এইজন সম্পাদকে তেতিয়াই কিছুমান কথা সকীয়াই থৈ গৈছিল। যিবোৰ কথাৰ বাস্তৱতা আজি প্ৰতিফলিত হোৱা আমি দেখিবলৈ পাইছো। প্ৰয়াত সাংবাদিকগৰাকীৰ লগত কাম কৰাৰ সেইসময়ৰ অবৰ্ণনীয় অভিজ্ঞতা মোৰ মন মগজুত আজিও সজীৱ হৈ আছে।

জাতিক ভাল পোৱা প্ৰতিজন অসমীয়াই পদ্ম বৰকটকীক জীয়াই ৰাখিব 'ৰঙা ৰঙা ৰঙে'ৰে, 'মনৰ দাপোনত', 'খবৰ বিচাৰি', 'নতুন দিনৰ কইনাৰ শিৰৰ সেন্দুৰেৰে ছবি আঁকি'.......... আদিৰ মাজেৰে।

শেষত, পদ্ম বৰকটকীৰ সৃষ্টিশীল কৰ্মৰ দ্বাৰা মই অনুপ্ৰাণিত হৈ সুকান্ত ভট্টাচাৰ্যৰ কবিতাৰ ভাষাৰে কও—

"চ'লে যেতে হ'বে আমাদেৰ।
চ'লে যাব; তবু আজ যতক্ষণ দেহে আছে প্ৰাণ,
প্ৰাণ পণে পৃথিবীৰ সৰাবে জঞ্জাল।
তাৰ পৰ সব কাজ সেৰে
আমাৰ দেহেৰ ৰক্তে; নতুন শিশুকে
কৰে যাব আশীৰ্বাদ
তাৰ পৰ হ'ব ইতিহাস...."।

নতুন প্ৰজন্মৰ প্ৰেৰণাৰ অমল উৎস, এই মহান সাংবাদিক, সাহিত্যিকগৰাকীলৈ একাঁজলি অশ্ৰুৰে গভীৰ শ্ৰদ্ধা নিবেদিলোঁ। পদ্ম বৰকটকী তোমাক জনাওঁ মুঠিয়ে মুঠিয়ে লাল চালাম। ❑

# বৰকটকীছাৰৰ সান্নিধ্য আৰু এখন্তেক অনুভৱ

অপূৰ্ব ভূঞা

*ভাগি গ'ল বীণখনি*
*ছিগি গ'ল তাঁৰ*
*বৈ গ'ল অৱশেষ*
*অমিয়া জোকাৰ*

— নলিনীবালা দেৱী

আটোমটোকাৰিকৈ ৰখা বীণখনি অৱশেষত ভাগি গ'ল। কিন্তু তাৰ যি অমিয়া সুৰ সেয়া জানো শেষ হ'ল? বৰঞ্চ দিন যোৱাৰ লগে লগে এই সুৰৰ ধ্বনি আৰু প্ৰসাৰিতহে হ'বলৈ ধৰিছে। তেওঁ যি সুৰৰ সৃষ্টি কৰিলে সেই সুৰৰ জানো শেষ আছে? এই সুৰ সুদূৰ প্ৰসাৰি। লাহে লাহে ই দিগন্তলৈ বিয়পি যাব। দিগন্তত তেওঁৰ সেই হাঁহিটো পুনৰ জিলিকি উঠিব।

এক উজ্জ্বল জ্যোতিষ্ক নিৰ্বাপিত হৈ গ'ল। মমবাতিৰ দৰে নিৰলে জ্বলি জ্বলি কেৱল আনক পোহৰ দি গ'ল। কিন্তু তাৰ পোহৰ যুগ-যুগান্তৰলৈ থাকি গ'ল। নিৰ্ভিক এজন যুঁজাৰু, কেৱল যুঁজি গ'ল, সমাজলৈ এৰি গ'ল বিৰল আদৰ্শ।

ছাৰৰ মৃত্যু। এতিয়াও সপোন সপোনহে লাগি থাকিল। আজি কেইদিনমানৰ আগতে ছাৰৰ লগত অন্তৰংগতাৰে কথা পাতিছিলো। মোক মোৰ কামৰ বাবে প্ৰেৰণা যোগাইছিল। কাম কৰি যাবলৈ উৎসাহ দিছিল আৰু আজি সেই সকলোবোৰ কেৱল পাহৰিব নোৱাৰা স্মৃতি মাথোঁ। তেওঁ আৰু দুটামান বছৰ জীয়াই থাকিব বিচাৰিছিল, যাতে আধৰুৱা কামবোৰ সম্পূৰ্ণ কৰিব পাৰে। কিন্তু নিয়তিয়ে তেওঁক লৈ গুচি গ'ল।

ছাৰৰ লগত মোৰ আন্তৰিক সান্নিধ্য বেছি দিনৰ নাছিল। ছাৰক প্ৰথম লগ পাইছিলো 'নতুন দৈনিক' কাকতত কাৰ্যনিৰ্বাহ কৰি থাকোতে। যোৱা বছৰৰ নৱেম্বৰ মাহত ছাৰৰ নিৰ্বাচিত ৰচনা সংকলন প্ৰকাশৰ কাম কৰিবৰ বাবে মাতিছিল আৰু মোৰ বাবে সেয়াই আছিল ছাৰৰ আন্তৰিক সান্নিধ্য পোৱাৰ সুবৰ্ণ সুযোগ। মই কাম কৰি থকা অৱস্থাত ছাৰে তেওঁৰ জীৱনৰ দুই-এটা অভিজ্ঞতাৰ কথা কৈ গৈছিল।

তেতিয়া ভাব হৈছিল মোৰ সমবয়সীয়া এজনহে যেন মোৰ লগত কথা পাতি আছে। একান্তই সৰলতা আৰু আন্তৰিকতাৰে কথা পতা মুহূৰ্তখিনিত ছাৰ আৰু মোৰ মাজৰ ব্যৱধান যে বহুত বেছি সেই ভাব মুঠেই নাছিল। খুহুতিয়া আৰু সৰস কথাবোৰে মোৰ কামৰ ক্লান্তিখিনি নোহোৱা কৰি দিছিল। ছাৰে এদিন কৈছিল— 'মই আৰু দুটামান বছৰ জীয়াই থাকিলে মোৰ আধৰুৱা কামবিলাক সম্পূৰ্ণ কৰি যাব পাৰিম।'

কেতিয়াবা দুসংবাদ পাবলগীয়া থাকিলে, মনটোৱে উচপিচাই থাকে। '০৮ৰ মাঘ বিহুৰ দিনা মোৰ লক্ষীমপুৰৰ ঘৰৰ পৰা ছাৰৰ খবৰ পাওঁ বুলি ফোন কৰিছিলো। ভাবিছিলো ছাৰক বিহুৰ শুভেচ্ছা জনাও। কিন্তু আনন্দৰ মুহূৰ্তখিনি ম্লান কৰি দিলে— ছাৰ জি এন আৰ চি হাস্পতালত চিকিৎসাধীন হৈ থকা খবৰটোৱে। লাহে লাহে ছাৰৰ স্বাস্থ্য কিছু উন্নতি হোৱাত বিহুৰ দুদিনৰ পিছত চিকিৎসালয়ৰ পৰা আহিবলৈ দিলে। সম্পূৰ্ণ সুস্থ হৈ নুঠালৈকে তেওঁক কিছু সাৱধানতা মানি চলিবলৈ দিছিল। তেওঁ কিন্তু এই বাধা-বিঘিনিখিনি মানি চলিবলৈ বৰ টান পাইছিল। তেওঁ শয্যাগত আছিল যদিও মনটো আছিল তেনেই উতনুৱা। বিছনাৰ পৰা নামি মুকলিমনে খোজ কাঢ়িব বিচাৰিছিল। তেওঁ নিজৰ কাৰণে কোনোবা এজন ব্যস্ত হৈ থকা কথাটো ভাল পোৱা নাছিল। কথা প্ৰসংগত তেওঁ এদিন কৈছিল— 'মই মাত্ৰ লিখিব পৰা হৈ থাকিলেই হ'ল। লিখিবলৈ বহুত বাকী আছে।' সেই শয্যাগত অৱস্থাতে তেওঁ অন্তিম লেখাটো ('অসমবাণী' কাকতৰ বাবে) লিখিছিল যদিও শেষৰখিনি তেওঁ নিজে শেষ কৰিব পৰা নাছিল। বাইদেৱে (তেওঁৰ পত্নী) শেষৰখিনি লিখি দিছিল।

ছাৰে নিজৰ পত্নীক সৰু ছোৱালীৰ দৰে মৰম কৰিছিল। বাইদেউক কষ্ট দিবলৈ সমূলি ভাল পোৱা নাছিল। শেষলৈকে আছিল তেওঁৰ অদম্য সাহস আৰু দৃঢ়তা। ৮২ বছৰত ভৰি দিও চফল ডেকাৰ দৰে কাম কৰি গৈছিল আৰু আনকো সাহস যোগাইছিল। তেওঁৰ মতে, মনটোক সদায় সতেজ কৰি ৰাখিব পাৰিলে শৰীৰৰ বাৰ্ধক্যই মানুহক বুঢ়া কৰিব নোৱাৰে। সেয়েহে তেওঁ যেতিয়াই য'লৈকে মন যায় গুচি গৈছিল। গাড়ীৰ কাষৰ ছিটত বাইদেউক (পত্নীক) বহুৱাই লৈ যেতিয়া তেওঁ নিজে গাড়ী চলাই ওলাই যায়, তেতিয়া কোনে ক'ব তেওঁ সদায় ঘৰতে পত্নীয়ে ৰন্ধা ভাত সাজতকৈ মাজে সময়ে ধাবা, হোটেল বা ৰেষ্টোৰেণ্টত তৃপ্তিৰে এসাঁজ খাই ভাল পাইছিল। সেইদৰে বিধে বিধে নতুন নতুন খাদ্যৰ জুতি লৈও ভাল পাইছিল। পৰিপাটিকৈ সাজ-পোছাক কৰাতোটোও আছিল খুবেই চৌখিন। তেওঁৰ প্ৰাণখোলা হাঁহিটো এবাৰ যি শুনিছে, তেওঁ কেতিয়াও সেই হাঁহিটো পাহৰিব

নোৱাৰে। একেধাৰে কবি, গল্পকাৰ, প্ৰবন্ধকাৰ, নাট্যকাৰ, সমালোচক, ঔপন্যাসিক, সাংবাদিক, গীতিকাৰ আদি সকলো গুণেৰে পৰিপুষ্ট ছাৰৰ কথা কৈ শেষ কৰিব নোৱাৰি। বৰ্তমানৰ সমাজ তথা অনুজসকলৰ বাবে ছাৰ সদায় আদৰ্শ হৈ ৰ'ব। এই মহান লেখকজন কেৱল লিখিবৰ বাবেই জীয়াই আছিল আৰু সেয়ে হয়তো শেষবাৰৰ বাবে জি এন আৰ চিত ভৰ্তি হোৱাৰ চাৰিদিন পিছত এদিন কৈছিল— 'অপূৰ্ব মই সোনকালেই ভাল হৈ উঠিম আৰু দুই-এদিনতে মই ঘৰলৈ যাব পাৰিম। মোৰ আধৰুৱা কামবিলাক সোনকালে শেষ কৰি পেলাব লাগিব।' তেওঁ আছিল অত্যন্ত আশাবাদী। শেষলৈকে তেওঁৰ মনোবল দেখি জি এন আৰ চিৰ স্বত্বাধিকাৰী ড° নোমল চন্দ্ৰ বৰাও আচৰিত হৈছিল।

আপুনি বাৰু কাৰোবাৰ মৃত্যু দেখিছেনে? দেখিছে যদি অনুভৱ কৰিছেনে সেই মুহূৰ্তটোৰ কথা? মাইনি মহন্ত বাইদেউৰ এটা গল্পত পঢ়িছিলো মানুহৰ অন্তিম সময়খিনিৰ অনুভৱৰ বিষয়ে। জীৱনৰ অন্তিম সময়খিনিত তেওঁৰ চকুৰ আগত ভাঁহি উঠে বিগত দিনবোৰৰ ছবি। এজন বৃদ্ধ ব্যক্তিয়ে শেষ মুহূৰ্তখিনি হেৰাই যাব খোজে তেওঁৰ শৈশৱৰ দিনবোৰৰ মাজত। মোৰো তেনে এক অভিজ্ঞতাই হৈছিল ছাৰ জি এন আৰ চিত চিকিৎসাধীন হৈ থকা অন্তিম সময়খিনিত। সেইদিনা ৰাতি (অন্তিম যাত্ৰাৰ আগদিনা) প্ৰত্যক্ষ কৰিছিলো ছাৰ যেন শৈশৱলৈ ঘূৰি গৈছে। হয়তো তেওঁৰ মনত শৈশৱৰ প্ৰতিচ্ছবিবোৰ ভাঁহি উঠিছিল। সেয়ে তেওঁ এবাৰ শৈশৱত জিয়াঁ ধৰাৰ দৰে হাতখনে কিবা এটা ধৰিবলৈ বিছাৰিছিল। কোনোবা এটা মুহূৰ্তত কেৰম খেলাৰ দৰে হাতৰ আঙুলিৰে কিবা এটা মাৰিব বিচাৰিছিল। কোনোবা মুহূৰ্তত কিবা ক'বৰ বাবে কাষত কাৰোবাক বিচাৰিছিল। কিন্তু তেওঁ একো ক'ব পৰা নাছিল। সোঁহাতেৰে একেৰাহে কিবা এটা কৰি থাকিব বিচাৰিছিল, এটা সময়ত বিভিন্ন প্ৰতিভাৰে সৈতে দপদপাই ফুৰা মানুহজন, জীৱনত সেই অন্তিম ক্ষণত উপনীত হৈ নিজকে কিমান অসহায় আৰু অকলশৰীয়া অনুভৱ কৰিছিল সেয়া সেই মুহূৰ্তত ছাৰক প্ৰত্যক্ষ কৰি মৰ্মে মৰ্মে উপলব্ধি কৰিছিলো, এজন বীৰ মহাযোদ্ধাৰ শেষ পৰিণতিৰ সেই হৃদয়বিদাৰক দৃশ্য। হয়তো সেই দৃশ্য মোৰ মানসপটত সদায়ে ভাঁহি থাকিব। আমি এজন মুকুটবিহীন সম্ৰাটক হেৰুৱালো। এজন প্ৰকৃত বীৰক হেৰুৱালো। এজন উপযুক্ত নেতৃত্বক হেৰুৱালো। আজি আমি চকুলো টুকিছো, তেওঁক হেৰুৱাৰ বেদনাত, শোক-প্ৰস্তাৱ লৈছো, শ্ৰদ্ধাঞ্জলি জনাইছো, শোকত ম্ৰিয়মান হৈ দুআষাৰ লিখিছো আৰু দুদিনৰ পাছত পাহৰি পেলাইছো। কিন্তু তেওঁ জীয়াই থাকোতে আমি তেওঁক কিবা এটা দিব নোৱাৰিলো কিয়? তেওঁ জীৱিত

অৱস্থাত তেওঁক ৰাজহুৱাভাবে আমি সন্মান যাচিব নোৱাৰিলো কিয়?

তেওঁ নিৰলে আঁতৰি গ'ল আমাৰ মাজৰ পৰা। তেওঁ কেৱল দিহে গ'ল, একো লৈ নগ'ল। তেওঁ কেৱল হাঁহিব জানিলে, কান্দিবলৈ নিশিকিলে।

*গোলাপ মৰহি যায়,*
*ৰৈ যায় পাপৰি।*
*মানুহ মৰি যায়*
*ৰৈ যায় স্মৃতি।।*

ছাৰ আমাৰ মাজৰ পৰা হেৰাই যাব নোৱাৰে।তেওঁক জীয়াই ৰাখিব লাগিব। ছাৰ উত্তৰোত্তৰ সমাজৰ বাবে আদৰ্শ হৈ ৰওঁক। তেওঁ আকাশত নক্ষত্ৰ হৈ জিলিকি ৰওঁক। ❑

# পদ্মদাক যেনেদৰে জানিছিলো......

দেৱজিৎ দাস

পদ্ম বৰকটকী, নামটোতেই যেন লুকাই আছিল সৃষ্টিৰ এক প্ৰেৰণা। পদ্মদাক প্ৰথমবাৰ লগ পোৱাৰ পিছত মোৰ মানস পটত এটা কথাই অনুৰণিত হৈ আছিল এক অসাধাৰণ ব্যক্তিত্বৰ, এটা সংগ্ৰামী সত্বাৰ। সদায় ডেকা হৈ থাকিবলৈ ভাল পোৱা, এটি প্ৰাণচঞ্চল মনৰ অধিকাৰী পদ্ম বৰকটকী ডাঙৰীয়াৰ সান্নিধ্য লাভ কৰি আমি পাইছিলো এক বিৰল অভিজ্ঞতা। নিজৰ বৰ্ণময় কৰ্মৰাজী তথা সাহিত্য চৰ্চাৰ দ্বাৰা অসমৰ বাইজৰ পৰা সীমাহীন আদৰ বুটলিবলৈ সক্ষম হোৱা বিশাল ব্যক্তিত্বৰ অধিকাৰী পদ্মদাক প্ৰথম লগ পাইছিলো ২০০১ চনৰ কোনোবা এটি সন্ধিয়াত তেখেতৰ নিজৰ বাসভৱনত। মুখ্যমন্ত্ৰী শ্ৰীযুত তৰুণ গগৈ ডাঙৰীয়াৰ এগৰাকী বিষয়া হিচাবে তেখেতৰ ওচৰলৈ গৈছিলো। এগৰাকী সমাজ সচেতন তথা অসমৰ উন্নয়নক ভালপোৱা ব্যক্তি হিচাবে তেখেতৰ পৰা নৱনিৰ্বাচিত মুখমন্ত্ৰী শ্ৰীযুত তৰুণ গগৈ ডাঙৰীয়া আৰু অসম চৰকাৰৰ কাম-কাজ সম্পৰ্কে মতামত ল'বলৈ আমি গৈছিলো। সেই তেতিয়াৰে পৰা বৰকটকী ডাঙৰীয়াৰ সৈতে মই ঘনিষ্ঠতা ৰখাৰ সুযোগ পাইছিলো। সততে সুষ্ঠ দিহা-পৰামৰ্শ দি অহা বৰকটকী ডাঙৰীয়াই চাবে তিনি কুৰি বছৰ অতিক্ৰম কৰাৰ পাছতো মনতে পুহি ৰাখিছিল কিবা এটা কৰাৰ হেঁপাহ। বয়স হিচাবে মই তেওঁৰ আধাতকৈ কম বয়সৰ যদিও তেওঁ কিন্তু মোক একেবাৰে সমনীয়াৰ দৰে ব্যৱহাৰ কৰিছিল। প্ৰতিটো আলোচনাত তেওঁ কৈছিল- "দেৱজিত আমি কিবা এটা কৰো দিয়া।" তেওঁৰ পৰিকল্পনাবোৰে মোক যথেষ্ট অনুপ্ৰেৰণা দিছিল। বয়সৰ লগত হাৰ নমনা সদায় এটা ডেকা মন লৈ জীয়াই থাকিব বিচাৰিছিল পদ্মদাই। টুপী, লংপেণ্ট, ছাৰ্ট পিন্ধি এগৰাকী যুবকৰ নিচিনাকৈ থকা পদ্মদা আশীৰ ঘৰত প্ৰৱেশ কৰা কথা বিশ্বাস কৰিবলৈ টান পাইছিলো। বিৰাশী বছৰীয়া জীৱন পৰিক্ৰমাৰ প্ৰতিটো ক্ষণেই যেন সুন্দৰভাৱে উপভোগ কৰিছিল এই গৰাকী ব্যক্তিয়েই। নিজৰ বৰ্ণাঢ্য জীৱন গাঁথাৰ দ্বাৰা ৰাইজক প্ৰভাৱিত কৰিবলৈ সক্ষম হোৱা এই গৰাকী নমস্য ব্যক্তিৰ জীৱন অৱসানেই - অসমৰ সামাজিক আৰু বৌদ্ধিক ক্ষেত্ৰখনলৈ যেন এক শূন্যতা আনিলে। মানুহৰ দেহ-মন আন্দোলিত কৰি তেওঁ লিখা লেখনিবোৰে, তেওঁৰ উপন্যাসসমূহে অসমৰ সাহিত্য আৰু সংস্কৃতিৰ

ভঁৰালটোক যেনেদৰে চহকী কৰিলে, সেই সম্পৰ্কে আমি ব্যাখ্যা কৰাৰ প্ৰয়োজন নাই। ৰুগীয়া অৱস্থাৰেই চুকাফা বঁটা গ্ৰহণ কৰি বঁটাৰ ধনো সম্পূৰ্ণকৈ নিজে নাৰাখি ৰাইজৰ প্ৰতি যি দায়বদ্ধতা প্ৰদৰ্শন কৰি বক্তব্য ৰাখিছিল সেয়া মনত পৰিলে এতিয়াও চকু সেমেকি উঠে। বয়সৰ বাবে শাৰিৰীক ভাৱে কিছু দুৰ্বল হৈছিল যদিও মানসিকভাৱে মানুহজন আছিল অতি দৃঢ়। অসমীয়া সমাজখনক, অসমীয়া জাতিটোক নিঃস্বাৰ্থ ভাবে ভালপোৱা পদ্মদা আমাৰ মাজত আজি নাই। কিন্তু আমাৰ মনত আছে তেওঁ দেখুৱাই থৈ যোৱা জাতিপ্ৰেমৰ আদৰ্শ, তেওঁ দি থৈ যোৱা সামাজিক প্ৰমূল্যবোধৰ নমুনা। সৰগত থাকিও পদ্মদাই আমাক কাম কৰাৰ সাহস দিয়ক, অনুপ্ৰেৰণা যোগাওক, এয়াই আমাৰ একমাত্ৰ কামনা। ❑

# ˚সোণটিদাৰ স্মৃতি আৰু তেওঁৰ বিয়াখন

আভা শৰ্মা

'অসম বাণী'ৰ প্ৰথম পৃষ্ঠাত ৰঙীন টুপী পিন্ধা ফটোৰে ˚পদ্ম বৰকটকীৰ (সোণটিদাৰ) লেখা দেখিলেই মই আগতেই পঢ়োঁ। তেওঁৰ ৰস থকা নিৰ্ভীক লেখা পঢ়ি আগৰে পৰা বৰ ভাল পাওঁ। যোৰহাট বালিগাঁৱৰ জেঠাইৰ ল'ৰা ˚সোণটিদাক আগৰ পৰা ঘনিষ্ঠভাবে লগ পাইছিলো। আমাৰ দেউতা ˚গোলাপ শৰ্মা ˚সোণটিদাৰ একমাত্ৰ মামাক আৰু ভাগিনৰ মাজত বৰ মিল আৰু মৰম আছিল। ˚সোণটিদা আমাৰ ঘৰলৈ গ'লে দেউতাৰ লগত বৰ ৰসাল কথা পাতি হাঁহোতে আমিও তাৰ ভাগ লৈ বৰ ভাল পাইছিলো। ˚সোণটিদা কলিকতাৰ পৰা ঘুৰি অহাৰ পাছত তেওঁক বিয়া কৰোৱাৰ বাবে সকলোৱে পৰা জোৰ পৰিছিল। এদিন হঠাৎ আমাৰ তিনচুকীয়াৰ ঘৰলৈ আহি ক'লেহি—মামা, মোৰ বিয়া ঠিক হৈছে, কেনেকৈ, ক'ত ঠিক কৰিলে হাঁহি উঠা অভিজ্ঞতাৰ কথা ক'লত গম পালো ছোৱালী শিৱসাগৰৰ। মোৰ লগত তিনচুকীয়া কলেজত পঢ়া দাদাৰ লগত বয়সৰ ব্যৱধান হ'ব বুলি আমি কোৱাত তেওঁ ক'লে 'এজনী-দুজনী নহয়, আঠ-নজনীৰ মাজৰ পৰা ঠুনুক (ইন্দিৰা) যি সাহসত থাপ মাৰি ধৰিলো, ডেকা ল'ৰাই সেই সাহস কেতিয়াও নকৰে। দেউতাৰ লগত আলোচনা কৰি ঠিক হ'ল আমাৰ যোৰহাটৰ ক্লাব ৰোডৰ ঘৰৰ পৰা বিয়া পাতিব। বিয়াৰ দিনা দাদাই পুৰোহিতক লোভ দেখুৱাই ক'লে—আধা ঘন্টাত বিয়া শেষ কৰিলে দক্ষিণাৰ লগত এখন গৰম কাপোৰ দিব। পুৰোহিতে আপত্তি কৰাত মাত্ৰ হোমৰ মন্ত্ৰেৰে হোম পুৰি বিয়া সম্পন্ন কৰিবলৈ ক'লে। ওচৰ চুবুৰীয়া ল'ৰাইত দৰাৰ লগত শিৱসাগৰলৈ যোৱাৰ আশা পাতিছিল, নামতিয়ে জোৰা নামৰ আখৰা কৰাতে থাকিল। বিয়াৰ দিনা ৰাতি শিৱসাগৰৰ পৰা কইনা আহি দৰাৰ ঘৰৰ কলৰ তলত উপস্থিত হোৱাত সকলো আচৰিত হ'ল। দৰা হৈ নিজে শিৱসাগৰলৈ নগৈ কইনাহে আনি বিয়া পাতিলে আৰু এইদৰেই প্ৰথম ওলোটা বিয়া হ'ল। বিয়া বুলিলে আমাৰ কিমানবোৰ ৰীতি-নিয়ম কৰিও বহুতৰে দীৰ্ঘ আৰু সুখী জীৱন নহয়। কিন্তু সোণটিদা আৰু বৌৰ দুকুৰী বেছিকাল সাংসাৰিক সুখ ভোগ কৰিলে। খং-ৰাগবিহীন হাঁহি মুখেৰে বয়সক ধৰি ৰাখি মাত্ৰ দুসপ্তাহ দিন বিছনাত পৰি ইহলীলা গতি কৰিলে।

সদায় ৰংচঙীয়া সাজেৰে চিৰ সেউজ হৈ থাকিবলৈ ভাল পোৱা ˚সোণটিদাৰ সোঁৱৰণেৰে আত্মাৰ সদ্‌গতি কামনা কৰিলো। ❑

# সাহিত্যিক পদ্ম বৰকটকী ঃ
# মই লগ পাওঁতে

ৰ'জিৰাণী শৰ্মা

২০০১ চন। ফেব্ৰুৱাৰী।

মূৰত এটা টুপী, চকুত এজোৰ চশমা—ডিঙিত ওলোমাই ল'ব পৰা ব্যৱস্থা থকা, মুখত এমোকোৰা মিঠা হাঁহি, গম্ভীৰ কণ্ঠ, মোহন ব্যৱহাৰ - নিজে লগ নোপোৱালৈকে কোনে ক'ব এইজন পদ্ম বৰকটকীক শিশু বুলি? ব্যক্তিত্বৰ ভৰত ভাৰী হৈ সকলোৰে আগত নিজৰ ওজন বজাই ৰাখিব বিচৰা ধৰণৰ মানুহ নহয় বুলি? কিন্তু যিদিনা মই বৰকটকী চাৰৰ ঘৰলৈ গ'লো, চাৰক লগ পোৱা আৰু তাৰ আগলৈকে গোটেই সময়খিনি হৃদয়ঙ্গম কৰিবলৈ চেষ্টা কৰিলো, তেতিয়াই মোৰ কাণত বাজি উঠিল মৰমৰ ককা লক্ষ্যধৰ চৌধুৰীদেৱৰ বলিষ্ঠ কণ্ঠস্বৰ—

'............ বয়স জুখিবা বন্ধুৰে
বছৰেৰে নহয় ...........'

সঁচাই! পদ্ম বৰকটকী চাৰৰ ঘৰৰ গোটেই পৰিবেশটোৱেই বয়স বন্ধুৰে জোখে, জীৱন জোখে হাঁহিৰে।

ম'ভিং চেয়াৰখন এখন ভৰিৰে আগুৱাই আগুৱাই আনি থাকিয়েই চাৰে ক'লে 'ৰ'জি আহিছা নেকি হে? বৰ ডাঙৰ হৈ গ'লাচোন!'

চাৰক সেৱা কৰি কুশল বাৰ্ত্তা সোধাৰ আগেয়েই এখন ভৰিত বেণ্ডেজ দেখি খুবেই আচৰিত হৈ চাৰৰ মুখলৈ চালো।

'একেখন ভৰিয়েই দুবাৰ ভাগিল বুজিছা?'

'আগৰবাৰ বাথৰুমত পৰি ভাগিছিল। বেণ্ডেজ খোলাৰ দিনাখনেই ৰাতি হঠাৎ বিজুলী-চাকি নুমাই যোৱাত কিবা বিচাৰি খেপিয়াই ফুৰোতে চকীত খুন্দা খাই পৰিলো আৰু সেই একেখন ভৰিয়েই আকৌ আঘাতপ্ৰাপ্ত হ'ল। এতিয়া পেং লৈ ফুৰিবলগা অৱস্থা'। মনে মনে খঙো উঠিল - আন্ধাৰে-মুন্ধাৰেনো কিয় ঘূৰি ফুৰিব লাগে?

'বেণ্ডেজ খোলাৰ পাছত ভৰি ভাল হ'ল বুলি ছোৱালীকিজনীৰ আগত নাচিও দেখুৱালো ..........' - জীয়ৰীৰ মৰমৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰা চাৰ আকৌ সেই মৰমৰ মাজতেই সোমাই পৰিল।

হিন্দীৰ পৰা এখন শিশু উপন্যাস অসমীয়া ভাষালৈ অনুবাদ কৰিছিলো। পাণ্ডুলিপিটো চাৰক দেখুৱাবলৈ লৈ গৈছিলো। চাৰক ক'লো - 'চাৰ, মই পঢ়িম, আপুনি শুনক। খুব বেছি এঘণ্টামান লাগিব।'

চাৰে ক'লে, 'নিজেই পঢ়িম। তুমি পঢ়িলে মোৰ কিছুমান কথা চোৱাত অসুবিধা হ'ব। ............ কিবা লিখোতে কম শব্দত বেছি কথা প্ৰকাশ কৰিবলৈ চেষ্টা কৰিবা। অনুবাদ কৰোতে চাবা যাতে মৌলিকতা হেৰাই নাযায়। .......... অঁ, তুমি কিবা কিবি লিখাচোন; তুমিতো এতিয়াও শিশুৱেই'। (মই শিশু অৱস্থাতেই লিখা গল্প পুথি 'কোমল মন দাপোনত' চাৰে উন্মোচন কৰিছিল)। নিজৰ বুদ্ধিৰে, নিজস্ব পদ্ধতিৰে যি মন যায় লিখি মোলৈ পঠিয়াই দিবা, মই চাই দিম, - উপযুক্ততা বিচাৰ কৰি প্ৰকাশৰ ব্যৱস্থা কৰি দিম। ......... তুমি উপন্যাস লিখা আৰম্ভ কৰি দিয়া বুজিছা। উপন্যাস লিখাই আটাইতকৈ ভাল। লাগিলে ছুটিয়েই হওক .........' - চাৰৰ কথাবোৰে মোক ভীষণ উত্তেজিত কৰি তুলিলে। ভাব হ'ল - সাহিত্যিকৰ আটাইবোৰ গুণ যেন মোৰ মগজুৰ ভিতৰত এটি এটিকৈ সোমাই পৰিল। প্ৰতিভা বিকশিত হ'বলৈ প্লেটফৰ্ম লাগে। প্ৰতিটো মানৱ শিশুৱেই জন্মতেই প্ৰতিভা লৈ আহে, কিন্তু উপযুক্ত সময়ত উপযুক্ত সুবিধাবোৰ নাপালে এইবোৰ লুপ্ত হৈ পৰে চিৰদিনলৈ। পদ্ম বৰকটকী প্ৰতিভা বিকাশৰ প্লেটফৰ্ম।

বৰকটকী চাৰ এগৰাকী সফল সাহিত্যিক। কিন্তু তাৰ আগতে তেখেত এগৰাকী পিতৃ। সাংসাৰিক সকলো দায়িত্বৰ প্ৰতি পিঠি দি কেৱল সাহিত্য চৰ্চাতে জীৱন কটোৱা ব্যক্তি যে তেখেত নহয়, তাৰ উপযুক্ত উদাহৰণ হ'ল অধ্যয়ন কালতে বিভিন্ন দিশত সুখ্যাতিৰে উত্তীৰ্ণ হৈ বৰ্তমান সুপ্ৰতিষ্ঠিত তিনিটি সন্তান— কম্ন, কংকি, মাইমন আৰু চাৰৰ পত্নী? গেটৰ মুখৰ পৰাই আমাক এনেভাবে আদৰি নিলে যেন আমি চিৰপৰিচিত কোনোবা আপোন অতিথি। তেখেতে মোক দেখা নাছিল কোনোদিনে, অথচ অতি চিনাকিৰ দৰেই ক'লে-'তুমিয়েই সেই এওঁ কোৱা কণমানি ছোৱালীজনী নহয় জানো? তুমিতো এইবাৰ ভালকৈ পাছ কৰিছা। ৰাজনীতি বিজ্ঞানত অনাৰ্চ ললা নহয়? লিখা-মেলা চলাই আছানে নাই?' বুজিলো, চাৰৰ friend, philosopher আৰু guide সকলো, চাৰৰ পত্নী। চাৰৰ সকলো কথাৰে সমভাগী। চাৰে মাতিলে ঘৰৰে কাম ত'তে এৰি চাৰক সহায় কৰাৰ পৰা আৰম্ভ কৰি বাহিৰত কাম কৰা মানুহক সহায় কৰালৈকে। চাৰৰ বহুবোৰ গুৰুত্বপূৰ্ণ কথা সঠিক সময়ত মনত পেলাই দিয়াৰ পৰা আৰম্ভ কৰি ঘৰুৱা সকলো কাম আজৰাই আলহিক সোধা-পোছা কৰালৈকে—সকলোবোৰ দায়িত্ব বাইদেউৱে নাচি নাচি পালন কৰিছিল সেইদিনা। সদায়েই কৰে।

চাৰে নেমু চেপি ৰঙা চাহ খায়। বাইদেউৱে যতনাই দিয়া স্বত্বেও চাৰে কিন্তু সেইদিনা চাহকাপ নাখালে। পাছত বাইদেউক ক'লে, 'হেৰা, তামোল খাওঁতে চূণে ডাকিলে নেকি! তুমি যে চাহত নেমু চেপি দিলা, ঠাইডোখৰ চেকচেকাইছে। নাখাওঁ দেই চাহকাপ'। চাৰৰ মাতত শিশুসুলভ বিনয়ৰ সুৰ।

অ', জনাহ'লে মই নেমু নেচেপিলোহেঁতেন নহয়। আকৌ আনিছো ৰ'বা'। বাইদেউৰ মাতত মৰমৰ কতৃত্ব।

গুৰুত্বপূৰ্ণ কথাবোৰৰ মাজে মাজে চাৰ আৰু বাইদেউৰ এই ধেমালিবোৰ উপভোগ কৰি থাকোতেই দুটা ঘন্টা কেতিয়ানো পাৰ হ'ল, গমকে নাপালো। 'চাৰৰ ভৰিখন সোনকালে ভাল হৈ উঠক'। বিদায় ল'বৰ পৰত এয়ে আছিল মোৰ ভগৱানৰ ওচৰত একান্ত প্ৰাৰ্থনা। ❑

# তেওঁ গুচি গ'ল...

*(পদ্ম বৰকটকীৰ সোঁৱৰণত)*

নীলিম কুমাৰ

তেওঁ চিএঞৰিছিল
তোমালোক
গ্ৰীষ্ম হোৱা
তেওঁ চিএঞৰিছিল
তোমালোক
বৰষুণ হোৱা
তেওঁ চিএঞৰিছিল
তোমালোক
ফুলি উঠা ৰঙা হৈ
আৰু তেওঁ এতিয়া
গুচি গ'ল
আমাৰ তেজৰ মাজেৰে
বিষাদৰ ঢৌ তুলি..........। ❑

(১২ মাৰ্চ, 'অসমীয়া খবৰ'ত প্ৰকাশিত)

# এটা নীলকণ্ঠ পক্ষী বনানীত ডেউকা পেলাই শুই গ'ল

*(লেখক পদ্ম বৰকটকীৰ সোঁৱৰণত)*

**বিৰিঞ্চি ভট্টাচাৰ্য**

এটা নীলকণ্ঠ পক্ষী
বনানীত ডেউকা পেলাই
শুই গ'ল
বতাহ আৰু ৰ'দে তাক
আৰু কোনোদিন জগাব নোৱাৰে
পদ্ম বৰকটকী গুছি গ'ল
যেন বিৰাশীটা
পাৰিজাত পাৰিজাত কলম
বৰলুইতেদি উটি গ'ল
খবৰ বিচাৰি
ঘূৰি ফুৰা মানুহজন
আজি নিজেই
খবৰ হৈ গ'ল
মনৰ দাপোণত
তেওঁ আৰু কোনোদিন
নিজকে নাচায়
পুতলাবোৰক তেওঁ আৰু কোনোদিন
নমস্কাৰ নকৰে
তেওঁৰ চকীখনত কোনেও নবহিবা
তেওঁ আকৌ আহি
লিখিব পাৰে

কিমান যে কথা পাতিছিলো
দুয়ো মিলি
আফিং ফুলৰ তলত
কি জানো কথাত
তেওঁ এদিন কান্দিছিল
তেতিয়া মই কান্ধত হাত থৈ কৈছিলো
নাকান্দিবা দাদা 'তুমি কান্দিলে
সাহিত্যৰ তাৰকাখচিত পতাকাৰ পৰা
তৰাবোৰ সৰি সৰি যাব'
পদ্ম বৰকটকী
গুছি গ'ল
তীব্ৰ গতিৰে গৈ
এডাল জুইশলাই
পলাশ বন জ্বলাই দিলে
কিয়নো পলাশ বনে
তেওঁক একো নিদিলে
বৰং তেওঁৰ টেবুলৰ পৰা
উঠাই লৈ গ'ল
পূৰবী বতাহ
আৰু ফুলৰ সুঘ্ৰাণ
যাৰ কলমে এদিন
সমুদ্ৰ শাসন কৰিছিল
তেওঁ আজি এঘাৰ মোন
খৰিৰ ভিতৰত শুই
মুখাগ্নিৰ বাবে ৰৈ আছে
শব্দৰ প্ৰকাশ পথত
তেওঁ আৰু কোনোদিন
খোজ নাকাঢ়ে

গান গোৱা চৰাইটোৱে
বাহ সজা দৃশ্য
তেওঁ আৰু কোনোদিন নাচায়
সূৰ্যলোক পাৰ হৈ
তেওঁ গুছি গ'ল
যাবৰ পৰত সূৰ্যটোক কৈ গ'ল
'বহুতো তেজ পৰিছে
জন্মভূমিৰ দূবৰিত
তেজবোৰ পাৰিলে
শুকাই দিবা'। ❑

(সাদিন, ২১ মাৰ্চ, ২০০৮)

# আপোনাৰ জন্মদিনত.......

মনিকুন্তলা ভট্টাচাৰ্য

কলমটো ধৰি থাকক
ই এন্ধাৰৰ লণ্ঠন

কলমটো ধৰি থাকক
নহ'লে মুখা পিন্ধাই দিবহি মানুহবোৰে
কাৰণ এয়া মুখাৰ যুগ।
মুখাত মূৰ থৈ শোৱে আজিৰ মানুহ
মুখা পিন্ধিয়ে গৈ থাকে সপোনৰ বাটেৰে

কলমটো ধৰি থাকক
কাৰণ আপোনাক সপোনৰ প্ৰয়োজন নাই
আপুনি বাস্তৱৰ মানুহ
আপুনি প্ৰকৃতিৰ মানুহ

এই বিশাল অন্তৰীক্ষৰ তলত
আমাৰ অস্তিত্বই বা কি!
কিয় লাগে মুখা?
খাদ্য বস্ত্ৰ বাসস্থানেই যদি মৌলিক অধিকাৰ
তেন্তে মুখা ওলাল ক'ৰপৰা?
যেন আজি মুখা নহ'লেই
অথলে যাব সভ্যতাৰ প্ৰাচীন পাঠ।

কিয় মানুহ থাকিব নোৱাৰে গছ হৈ
চৰাই নদী আৰু শষ্য হৈ?
এন্ধাৰৰ সাধুবোৰ কিয় ক'ব নোৱাৰি পোহৰত?
কিয় সদায় খপজপাই ফুৰিব সত্যই?

লণ্ঠনটো দাঙি ধৰক
পাৰিব আপুনি।
কাৰণ আপোনাৰ মুখা নাই।
মুখা-পোছাক নিপিন্ধাকৈয়ো
যি নিৰ্মল আৰু আদৃত সদায়,
আপুনিয়েই সেই শিশু।

আজি আপোনাৰ জন্মদিন
শুভ-প্ৰাৰ্থনাৰে ওলগ জনাইছো আমি
আপুনি আজি বৰদিনৰ গছ। ❑

**(৮১ বছৰীয়া জন্ম দিনৰ শুভেচ্ছাৰে**
**৩০ জুলাই' ০৭ তাৰিখে প্ৰেৰণ কৰা কবিতা)**

## বৰ্ণিল সম্ৰাট

*(পদ্ম বৰকটকীৰ সোঁৱৰণত)*

**অজিত কুমাৰ হাজৰিকা**

প্ৰিয়াৰ বাহিৰেও তোমাৰ পৰিচয়
পৃথিৱীৰ মানুহে বুজি-বাজি লওঁতেই
নানাৰঙী ভাৰখন সামৰি থৈ
তুমি গুচি গ'লাগৈ যে......

গৰিমাৰ ইতিহাস
কিমান পুৰণি?
আইনষ্টাইন এডিচ্ছন কেলাৰ জীৱন গাঁথা
আৰু যে কিমান কাহিনী কোৱা নহ'ল।

সিঁচা পুখুৰীৰ শিঙি মাছ
কিয় জানো এৰি আহিলা

গুৰুজনা এতিয়া আৰু নাটত নাই
ধৰ্ম গৈ অবাটে গাইগুটীয়া হ'ল

হে মোৰ বৰ্ণিল সম্ৰাট
সৃষ্টিৰ সম্ভাৰ তোমাৰ চৌদিশ
আমোলমোল
সপোন আজি সাঁচতীয়া সেউজীয়া হ'ল
পুনৰ আহিবা তুমি ৰাজহাউলীলৈ। □

(৬ এপ্ৰিল ২০০৮, দৈনিক অসমৰ "দেওবৰীয়া চ'ৰা"ত প্ৰকাশিত)

# 'पदुम फुल थे पद्म दा'

**जमिर अहमद**

जब खबर मिला,
तेरा गुजर जाना,
क्या हाल बताउ ?
दे पद्म दा,
दिल को तो यंकिन होता नहीं।
ये आखों के आँसु ठहर जाना,
क्या हाल बताउ ऐ पद्म दा ?
ये चाल मेरा बिगड़ जाना,
क्या बात हुई क्यों ऐसा हुआ ?
क्यों जल्दी जल्दी तुम्हे जाना था ?
मालुम नहीं इस भगवान को,
इस दुनिया को तुम्हे जरुरत था।
कुछ देना था कुछ लेना था,
तुम्हारा कलम में ताकत था।
भगवान तु हो बता,
क्यों ऐसा किया।
कौन तुम्हे अब छेड़ेगा ?
ये पदुम फूल थे हमारा पद्म दा,
अल्हमदो लिल्लाह
अल्हमदो लिल्लाह। ❑

(*পদ্ম বৰকটকীৰ অতি স্নেহভাজন আৰু গুণগ্ৰাহী জমীৰ আহমদৰ এই হিন্দী কবিতাটোৰ মূল ভাবটো হ'ল :* "পদ্মদা আপোনাৰ দেহাৱসানৰ খবৰ শুনি মনৰ যিটো অৱস্থা হৈছে, বুজাব নোৱাৰি। ইমান সোনকালে আপোনাৰ যোৱাৰ সময় হোৱা নাছিলে, আপোনাৰ এতিয়াও বহুত কাম বাকী আছিল। আপোনাৰ কলমত শক্তি আছিল। ভগবান! ইমান সোনকালে তেওঁক লৈ গ'লা কিয়, এতিয়া তোমাক কোনে জোকাব? পদুম ফুল আছিল পদ্মদা।")